# স্বামী বিবে    নন্দ—

( চমু জীৱনী )

প্ৰথম সংস্কৰণ

ইং ১৯৫৩ চন।



শ্ৰীমহাদেৱ শৰ্ম্মা

—নিবেদন—

অখণ্ড ভাৰতীয় জাতীয়তাৰ যাবতীয়
সেৱক আৰু উপাসক সকলৰ
—কৰকমলেষু—

—গ্ৰন্থকাৰ—

# পাতনি

'অবতৰণিকা' প্ৰসঙ্গত এই শিতানত অন্তৰ্ভুক্ত হব লগা ভালেখিনি কথা উল্লেখ কৰা হৈছে। সেইবোৰ কথা ইয়াত দোহৰা অনাবশ্যকবহুল হব মাথোন। সত্যাগ্ৰহী বন্দী জীৱন যাপন কৰা কালত এই পুৰুষসিংহৰ জীৱনী আলোচনা কৰোঁতে ইযাৰ বৰ্ত্তমান উপযোগিতা যেন দৃঢ়তৰ ভাবেহে উপলব্ধি কৰিছিলোঁ। জাতীয়তাবোধ জগাই তুলি প্ৰকৃত মনুষ্যত্ব লাভলৈ স্বামীজীৰ উদাত্ত আহ্বান দেশৰ ডেকা সম্প্ৰদায়ৰ প্ৰতি কিমান সময়োপযোগী আজিও তাক মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰি বিস্মিত নহৈ নোৱাৰি! স্বামীজীৰ কি দূৰদৰ্শিতা শক্তি আছিল, সত্যত কিমানখিনিলৈকে প্ৰতিষ্ঠিত হলে এনে মৰ্ম্মস্পৰ্শী, হৃদয়গ্ৰাহী আহ্বান আহিব পাৰে? ইযাৰ পিচতো আমি বিশ্বসমাজত গ্লানিৰ ঠাইতহে অধিষ্ঠিত থাকিম নে? প্ৰাকৃতিক সকলো নীতি-নিয়ম আওকাণ কৰি আমি নিশ্চেষ্ট থাকি, তমোগুণৰ মাথোন অধিকাৰী থাকিম নে? সুপ্ত শক্তি জাগ্ৰত কৰিবলৈ অভিলষিত বৰ লাভ কৰিবলৈ আমি আজিও চেষ্টা পৰাঙ্মুখ হম নে?

লিখা বাহুল্য এইখন শিশু-পাঠ্য-পুথি হিচাবে প্ৰনয়ণ কৰা নাই। মেট্ৰিকুলেচন শ্ৰেণী আৰু কলেজৰ প্ৰথম

দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈ লক্ষ্য ৰাখিহে ইয়াক যুগুত কৰা হৈছে।

এই পুথি প্ৰনয়ণ কৰোঁতে আন আন পুথিৰ উপৰিও বিশেষকৈ শ্ৰীপ্ৰমথনাথ বসু প্ৰণীত "স্বামী বিবেকানন্দ" নামক কিতাপখনিৰ পৰাহে ঘটনাবিলাকৰ অনুসৰণ কৰা হৈছে। সেইখন পুথিক অবলম্বন কৰি ইয়াৰ কিছুমান কথা লিখা হৈছে বুলিলেও অত্যুক্তি নহয়। গতিকে ইয়াত তেখেতৰ প্ৰতি মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।।

মোৰ শেষ নিবেদন এয়ে যে এই পুথিখনি গুৱাহাটী বিশ্ববিদ্যালয়ে যি কোনো শ্ৰেণীত পৰিপূৰক পুথি হিচাবে হলেও যদি গ্ৰহণ কৰে তেন্তে ছাত্ৰসমাজে এটা ভাল আদৰ্শৰ সন্ধান পাব আৰু কৰ্ম্মপ্ৰেৰণা লাভ কৰিব। বৰ্ত্তমান সময়ত ইয়াৰ যথেষ্ট প্ৰয়োজন আছে।

ছাত্ৰ-সমাজলৈ মোৰ নিবেদন ইমানেই যে এই জীৱনীৰ উদাহৰণে সিবিলাকক যথেষ্ট সমল যোগাব প্ৰকৃত মনুষ্যত্ব লাভৰ পথত। ইতি—

তেজপুৰ জেইল
২১।৩।৪১

বিনীত—
শ্ৰীমহাদেৱ শৰ্ম্মা।

# সূচী

# স্বামী বিবেকানন্দ

## অৱতৰণিকা।

শ্ৰীৰামকৃষ্ণপৰমহংসদেৱৰ জীৱনীৰ 'আগকথা' প্ৰসঙ্গত 'স্বামী বিবেকানন্দৰ জীৱনী' সম্বন্ধেও সম্ভৱ হলে সময়ত আলচ কৰিম বুলি এক প্ৰকাৰ কথা দিয়া হৈছিল। মোৰ পৰম সৌভাগ্য যে ইমান সোনকালেই এই হেন মহৎ জীৱনীৰ যথাশক্তি অনুশীলন কৰিবলৈ সুচল পালো। পৰমহংসদেৱৰ জীৱনী এতিয়া প্ৰকাশ হল। আশা কৰোঁ ইতিমধ্যে সি সৰ্ব্বসাধাৰণ সহৃদয় ৰাইজৰ আদৰত প্ৰচাৰিত হৈছে। পৰমহংসদেৱৰ সন্ন্যাসীনী শিষ্যা উগ্ৰতপা 'গৌৰী মা'ৰ জীৱন কথাও সংক্ষেপে লিখা শেষ হৈছে। তাকো সময়ত ৰাইজৰ আগত প্ৰকাশ কৰা হব।

মোৰ ধাৰণা শ্ৰীৰামকৃষ্ণপৰমহংসদেৱৰ লোকোত্তৰ জীৱনৰ কিঞ্চিৎ আভাস পাবৰ হলেও এহাতে পুৰুষ সিংহ স্বামী বিবেকানন্দৰ জীৱনী, আৰু আন হাতে তপঃসিদ্ধা যোগিনী মাতা "গৌৰ দাসী"ৰ জীৱনী আলচ কৰা প্ৰয়োজন। দুয়ো পৰমহংসদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি লোক কল্যাণ-ব্ৰত উদ্‌যাপন কৰি গৈছে। আচলতে এই দুটি জীৱন পৰমহংসদেৱৰ জীৱনীৰ লগত ওতঃপ্ৰোত ভাবে জড়িত। এটিৰ বাদ দিলে আনটি বুজা কঠিন হয়। অৰ্থাৎ এই দুটি জীৱনী পৰমহংসদেৱৰ জীৱন লীলাৰে যেন অভিব্যক্তি—যেনেকৈ [illegible] সাধনাৰ পূৰ্ণ পৰিণতি। এটিৰ দ্বাৰা পৃথিৱীৰ লোকসমাজত

ধৰ্ম্মৰ প্ৰকৃত উদ্দেশ্য আৰু স্বৰূপ ব্যাখ্যা, আৰু জাতীয় চেতনাৰ জাগৰণ সেৱা ভাৱৰ যোগে, আনটিৰ দ্বাৰা নাৰীজাতিৰ ধৰ্ম্ম জীৱনত নতুন চেতনা উৎপাদন কৰি উচ্চ আকাঙ্ক্ষা জগাই তুলিবলৈ কৰা প্ৰয়াস প্ৰকৃত কৰ্ম্ম প্ৰেৰণাৰ দ্বাৰা ভৱিষ্যৎ আশাৰ সমুজ্জ্বল চিত্ৰৰ প্ৰতি আকৰ্ষণ।

যি কালত আগা-পিচাকৈ কিম্বা সমসাময়িক ভাৱে এই তিনটি জীৱনীৰ আবিৰ্ভাৱ তাৰ আদৰ্শ আৰু কৰ্ম্ম-প্ৰভাৱ, তাৰ শিক্ষা আৰু সংস্কাৰ, তাৰ সহজ, সৰল ব্যাখ্যা এই যুগোপযোগী আৰু প্ৰয়োজন অনুসাৰেই যে হৈছিল তাত অকণো সন্দেহৰ অৱকাশ নাই। গতিকে বৰ্ত্তমান কালত তাৰ বিধি নিৰ্দ্দিষ্ট নীতি আৰু কাৰ্য্যকুশলতা উপলব্ধি কৰিবলৈ, ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব আৰু মহাত্ম্য হৃদয়ঙ্গম কৰিবলৈ এই তিনিওটি জীৱনী আলচ আৰু অনুশীলন কৰা একান্ত প্ৰয়োজন।

কোমল প্ৰাণ পৰমহংসদেৱে দিব্য দৃষ্টিশক্তি সহায়েৰে মানৱ জাতিৰ অশেষ দুখ-দুৰ্গতিৰ মূল কাৰণ ধৰ্ম্ম-জীৱনৰ বিকৃত ব্যাখ্যা আৰু বহু যুগ সঞ্চিত কুসংস্কাৰাচ্ছন্ন জনিত মোহ বুলি বুজি তাৰ প্ৰতিকাৰৰ উপায় চিন্তা কৰিছিল। তেখেতৰ জীৱনৰ মহান আদৰ্শ, লোক-কল্যাণ সাধনৰ উপযুক্ত পাত্ৰ অন্বেষণ কৰিছিল। তেখেতৰ চিৰপূজ্য চিন্ময়ী মাতা ভৱতাৰিণীৰ কৃপাত যথাকালত উপযুক্ত আধাৰ দেখা পালে—*নৰেন্দ্ৰনাথত। দেখা পোৱা মাত্ৰকতে—কি আকৰ্ষণ নৰেন্দ্ৰ নাথৰ প্ৰতি—কি অনুৰাগ আৰু স্নেহ তেওঁৰ প্ৰতি! তেখেতে বুজি পালে ইমান দিনে মই যাৰ কাৰণে অপেক্ষা

* উত্তৰ কালত এখেতেই স্বামী বিবেকানন্দ নামে খ্যাত হৈছিল। এইটো তেখেতৰ সন্ন্যাস আশ্ৰমৰ নাম। স্বয়ং পৰমহংস-দেৱ স্বামীজীৰ মন্ত্ৰ আৰু সন্ন্যাস দাতা গুৰু।

কৰি আছিলোঁ। তেওঁক পালে।। এতিয়া বৰ্ত্তমান কালৰ উপযোগী লোকশিক্ষা প্ৰচাৰৰ উপযুক্ত পাত্ৰ লাভ হল আৰু লগ পাৰৰ পৰা তেওঁক জীৱনৰ শেষ মুহূৰ্ত্তলৈকে নিজ সাধনালব্ধ যাবতীয় আধ্যাত্মিক সম্পদেৰে বিভূষিত কৰি যোগ্য আধাৰ ৰূপে গঢ়ি তুলিলে।

পৰমহংসদেৱৰ তেতিয়া অসুখ। কাশীপুৰ বাগানত (কলিকতাৰ ওচৰত) ঘৰ ভাড়া কৰি তেখেতৰ চিকিৎসা আৰু শুশ্ৰূষাৰ কাৰণে ৰখা হৈছে। এতিয়া স্বামী বিবেকানন্দ সৰহখিনি সময়েই পৰমহংস-দেৱৰ ওচৰত থাকে। নিতান্ত প্ৰয়োজন হলেহে কেতিয়াবা একোবাৰ কলিকতাৰ ঘৰলৈ যায়। এই সময়তে স্বামীজী সত্য-দৰ্শন বা নিৰ্ব্বিকল্প সমাধি লাভ কৰিবলৈ নিতান্ত সাধনপৰ হয় আৰু ৰোগ-শয্যাগত গুৰুৰ পৰা উপদেশ প্ৰাৰ্থনা কৰে। তেওঁ উত্তৰ পালে— "সময়ত মাই তোমাৰ ইচ্ছা পূৰ্ণ কৰিব।"

গুৰুকৃপাত সেই 'সময়' আহিবলৈ সৰহ দিন অপেক্ষা কৰিব লগা নহল। পৰমহংসদেৱৰ দেহৰক্ষাৰ কেদিনমান আগতে এদিন সন্ধিয়া কাশীপুৰ বাগানৰ এটা কোণত স্বামীজী আৰু গোপাল নামে আন এজন সাধকে ধ্যান কৰিবলৈ বহিল। কিছুমান পৰৰ পিচত শুনা গল, 'গোপালদা, গোপালদা' 'মোৰ গাটো কলৈ গল' বুলি চিঞৰ্। সেই চিঞৰত 'গোপালদা' ওচৰলৈ গৈ গাত হেচুকি "এয়া-এয়া" তোমাৰ কি হৈছে বুলি মাতিলে আৰু ওঁচৰত থকা সকলেও স্বামীজীয়েই যে সেই চিঞৰ মাৰিছে মাতৰ পৰা বুজিবলৈ কাৰো বাকী নাথাকিল। সকলো যি যত আছিল স্বামীজীৰ ওচৰলৈ লৰি গৈ দেখে তেওঁ বাহ্য চৈতন্য শূন্য অৱস্থাত মাটিত পৰি আছে। দুই এজনে মাতিলে কিন্তু মাত নাপালে। পৰমহংস-দেৱৰ ওচৰলৈ খবৰ গল—তেখেতে একো নামাতিলে—এবাৰ

লাহেকৈ হাঁচিলে মাথোন আৰু কলে "এতিয়া তাক দিগদাৰ নকৰিবি তেনেকৈয়ে পৰি থাকক। তাৰ কাৰণেই সি মোক খাই মাৰিছিল।" গতিকে সকলোৱে বুজিলে স্বামীজীৰ এইয়ে নিৰ্ব্বিকল্প সমাধি যাৰ বাবে তেওঁ আজি ইমানদিন এনে ভাবে উদ্বিগ্ন হৈ সততে ধ্যানৰত হৈ আছিল।

কিছুমান পৰৰ পিচৰ পৰা স্বামীজীয়ে ক্ৰমে ক্ৰমে বাহ্যচৈতন্য (জ্ঞান) পাই আহিবলৈ ধৰিলে। বাহ্যজ্ঞান পাই যেতিয়া পোনতে পৰমহংসদেৱৰ ওচৰলৈ দোতালালৈ উঠে তেতিয়াও ভৰি থৰক্-বৰক্। স্বামীজীক দেখা পাই পৰমহংসদেৱে কলে, "কেনে, মাই কৃপা কৰি তোক আজি সকলো দেখুৱাই দিলে। তোৰ চাবি-কাঠি কিন্তু মোৰ হাতত থাকিল। এতিয়া তই কাম কৰিব লাগিব। যেতিয়া মোৰ কাম শেষ হব (উদ্দেশ্য সিদ্ধি হব) তেতিয়া আকৌ চাবি মুকালিম।"

স্বামীজীয়ে লগৰীয়াসকলক কৈছিল যে মোৰ কি হৈছিল। তাৰাৱে এতিয়া বুজাব নোৱাৰোঁ। এসময়ত এনে ভাব হৈছিল যে মোৰ মূৰটোৰ বাহিৰে যেন আৰু একো নাছিল; গতিকে চিঞৰ মাৰি সুধিছিলোঁ। মোৰ গাতো কলৈ গল! এতিয়া পৰমহংসদেৱৰ ওচৰলৈ যাওঁতেও মোৰ ভৰি দুটা আছিল নে নাই কব পৰা নাছিলোঁ। অভ্যাসতহে যেন খোজ কাঢ়ি গৈছোঁ এনে বোধ হৈছিল।

ইয়াৰ দুই এদিন আগতে এসময়ত পৰমহংসদেৱে স্বামীজীক সুধিলে "বাৰু তোক কি লাগে কচোন?" স্বামীজীয়ে কলে, "মোৰ মন যায়—শুকদেৱৰ দৰে পাঁচ ছয় দিন একেলগে সমাধি অৱস্থাত থাকোঁ আৰু পিচত শৰীৰ ধাৰণ কৰিবলৈ সেই অৱস্থাৰ পৰা নামি আহিলেও আকৌ যেন সমাধিতে

দেহ ত্যাগ কৰিব পাৰোঁ।" এই কথা শুনি পৰমহংসদেৱ বৰং দুঃখিত হল আৰু খংমুৰাকৈ কলে "ছিঃ, ছিঃ, তোৰ পৰা এনে কথা শুনিলোঁ, তোৰ ইমান ডাঙৰ আধাৰ। মই ভাবিছিলো তই ডাঙৰ বৰ গছৰ দৰে হবি আৰু তোৰ ছাঁত হাজাৰ হাজাৰ মানুহে আশ্ৰয় পাব কিন্তু তই এতিয়া বিচাৰিছ নিজৰ মুক্তি। ই এটা অতি হীন আৰু তুচ্ছ কথা। নহয়, নহয় তোৰ ইমান সৰু মন নকৰিবি, সৰু কথাতে নাথাকিবি। মই হলে বোপাই সকলো ভাল পাওঁ। মাছ যদি খাব লাগে তেন্তে তাৰ জোলও খাম, পাতত দিয়াও খাম, আঞ্জা ৰান্ধিলেও খাম আৰু পুৰিলেও খাম। ভগবানক লাভ কৰিবৰ হলে নিৰ্গুণ ভাবেও উপলব্ধি কৰিম আৰু নানা মূৰ্ত্তিৰ ভিতৰেদি ঐহিক সম্বন্ধ বোধ হিচাবেও ভোগ কৰিম। মুঠেই একেটা ৰকমত ভাল নালাগে। তযো তাকে কৰ—তই একালে জ্ঞানী আৰু আন কালে হ ভক্ত।"

এই কথাত নৰেন্দ্ৰনাথে পৰমহংসদেৱৰ মনৰ কথা বুজি পালে। তেখেতৰ চকুৰ পানী বৰবৈ ধৰিলে। তেখেতে বুজিলে পৰমহংসদেৱে সমাধি লাভ যেয়া বোলা নাই কিন্তু সেয়ে চৰম আৰু পৰম উদ্দেশ্য হোৱা উচিত নহয় আধাৰ আৰু শক্তি বিশেষে। পৃথিবীৰ কোটি কোটি মানুহ অজ্ঞানতাত আচ্ছন্ন। সেই লোকসকলৰ কাৰণেও চিন্তা কৰা কৰ্ত্তব্য। পৰমহংসদেৱৰ দৃঢ় ধাৰণা—"নৰেন নিত্য সিদ্ধ থাকৰ পুৰুষ। তেওঁৰ পক্ষেই প্ৰকৃত লোক শিক্ষা সম্ভৱ।" তেখেতৰ এই ধাৰণাত আঘাত খায়েই স্বামীজীক যেনে ভাবে ভৎসনা কৰি উপদেশ দিলে।

পৰমহংসদেৱৰ জীৱনৰ শেষৰ কেইটামান দিন সদায় সন্ধিয়া সন্ধিয়া স্বামীজীক গুৰবলৈ মতাই নিয়ে। গুৰুৰ ধকা আৰু আনু মানুহক মাতিবাই দিয়ে আৰু তেওঁক অকলে কিবা শিক্ষা

আৰু উপদেশ দি ভবিষ্যতৰ কাৰণে গঢ়ি তুলিবলৈ ধৰিলে।

স্বামীজীয়ে পিচত নিজে কৈছিল, 'এদিন সেইদৰে মোক ওচৰলৈ মাতি নি গুৰুদেৱে মোক ওচৰত' বহিবলৈ দিলে আৰু মোৰ চকুৰ ফালে তেখেতৰ চকু দুটা মিলাই দি তীক্ষ্ণ ভাবে চাবলৈ ধৰিলে আৰু তেখেতৰ সমাধি অৱস্থা হল। ইফালেময়ো অনুভৱ কৰিলোঁ। যেন কিবা এটা অতি সূক্ষ্ম শক্তি মোৰ অন্তৰত প্ৰবেশ কৰিছে। তাৰ পিচত মোৰো বাহ্যজ্ঞান লুপ্ত হল। কিমান পৰ সেই দৰে আছিলোঁ। কব নোৱাৰোঁ, কিন্তু যেতিয়া জ্ঞান হল তেতিয়া দেখোঁ। তেখেতৰ সমাধি অৱস্থা নাই কিন্তু দুই চকুত পানী। মই ব্যস্ত ভাবে কিয় তেখেত তেনে চঞ্চল হৈ উঠিছে সোধাত কলে, "মোৰ যথাসৰ্ব্বস্ব তোক দি মই আজিৰ পৰা ফকীৰ হলোঁ। তই এই শক্তিৰেই জগতত বহুতো কাম কৰিব লাগিব। কাম শেষ হলে আকৌ তোক ঘুৰাই নিম।" এই কথা শুনি নৰেন্দ্ৰনাথৰো বাক্‌ৰোধ হল। তেওঁৰো কান্দিবলৈ ধৰিলে। ই কিন্তু শোকৰ কান্দোন নহয়।

আৰু এদিন পৰমহংসদেৱে এটুকুৰা কাগজত এজনৰ হতুৱাই "নৰেণে লোকশিক্ষা দিব" এই কথা কেইটা লিখাই স্বামীজীৰ ওচৰলৈ পঠালে। কাগজ টুকুৰা পাই নৰেন্দ্ৰনাথে অলপ ইতস্ততঃ কৰি পৰমহংসদেৱৰ ওচৰলৈ আহি কলে এয়া আপুনি কি লিখি পঠাইছে, মই নোৱাৰিম।" দৃঢ়ভাবে তেখেতে কলে "তই কৰিবই লাগিব—তই নিশ্চয় পাৰিবি।" স্বামীজী নিৰুত্তৰ হল। ইয়াৰ দ্বাৰা স্বামীজীৰ নিৰ্ভিকতা তেজস্বীতা আৰু সৰলতাই প্ৰমাণ পালে। তেওঁ কিন্তু শঙ্কিত হল, তেওঁৰ সৰ্ব্বশক্তিৰ আধাৰ গুৰুদেৱ সৰহদিন আৰু মৰ্ত্ত্যধামত নাথাকিব!

পৰমহংসদেৱৰ জীৱনৰ শেষ দিনৰ কথা কি কৰুণ দৃশ্য পূৰ্ণ

অথচ কি মহৎ আদৰ্শ তাত। নৰেন্দ্ৰ প্ৰভৃতি সকলো ত্যাগীভক্ত-সকলক ওচৰলৈ মতাই মিলে পৰমহংসদেৱে। নৰেণক আৰু ওচৰলৈ মাতি নি কলে "নৰেন, তোৰ হাতত মই ইহঁত সকলোকে এৰি গলোঁ। কাৰণ ইহঁতৰ ভিতৰত তয়ে সকলোতকৈ বুদ্ধিমান আৰু শক্তিশালী। ইহঁতক যথেষ্ট মৰম কৰিবি, এনে দিহা কৰিবি যাতে ইহঁত এঠাইত থাকি সাধন-ভজন কৰিব পাৰে আৰু সংসাৰলৈ ঘূৰি যাব লগাত নপৰে।" ধাৰাষাৰ চকুৰ পানীৰেই গুৰুদেৱৰ আদেশ তেওঁ নীৰৱে শিৰোধাৰ্য্য কৰি ললে। ইমান দিনৰ আকাঙ্ক্ষাৰ পূৰ্ণ পৰিণতি লাভত পৰমহংসদেৱেও স্বস্তিৰে শে[illegible] নিশ্বাস গ্ৰহণ কৰিলে। এই দৰেই করুণাত বিগলিত হৃদয় পৰম-হংসদেৱে তেখেতৰ জীৱনৰ অসমাপ্ত কাৰ্য্য আৰম্ভ কৰিবলৈ উপ[illegible] শিষ্যৰ হাতত ভাৰ অৰ্পণ কৰি গল!

এইদৰে নানা প্ৰকাৰে শিক্ষাৰ মাজেদি পৰমহংসদেৱৰ [illegible] আমি শক্তিধৰ আৰু নানা গুণ বিভূষিত স্বামী বিবেকানন্দক পা[illegible]। [illegible] বিবেকানন্দই উত্তৰ কালত ধৰ্ম্মহীন জনসাধাৰণৰ বিশেষতঃ [illegible] বৰ্গৰ মূক আৰু মূৰ্খ জনসাধাৰণৰ কল্যাণৰ কাৰণে জীৱন যাপন [illegible] গল। তেখেতৰ তীক্ষ্ণ ধীশক্তি আৰু সাধনালব্ধ উদাৰ হৃদয় [illegible] প্ৰশান্ত অন্তঃকৰণেৰে জগতক যি ভাব সম্পদৰ আৰু যি কৰ্ম্ম[illegible] নিৰ্দ্দেশ দি গল তাৰ কল্যাণত আজি লোক সমাজ নিশ্চয় উপকৃত আৰু ধন্য হৈছে। অথচ জাতীয়তাবোধৰ উন্মেষ তেতিয়াৰ পৰাই আমাৰ মাজত আৰম্ভ হৈছিল।

পৰমহংসদেৱৰ অন্তিম ইচ্ছা অনুসাৰে অসীম সাহস আৰু অধ্যৱসায় সহকাৰে পোনতে 'বৰাহনগৰত মঠ'* স্থাপন কৰি নিৰূপিত

* এই মঠ স্থাপন কৰিবলৈ কিমান সাহস আৰু অধ্যৱসায়ৰ প্ৰয়োজন হৈছিল পিচত বিস্তৃত আলোচনাত দেখা পাব।

কৰ্ম্মপদ্ধতি বিধান কৰি গুৰুভাইসকলক সঙ্ঘবদ্ধ হবৰ সুবিধা কৰি স্বামীজীয়ে নিজে আৰু আন আন ত্যাগী ভক্তসকলেও প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে। পৰিব্ৰাজক হিচাবে স্বামীজীয়ে গোটেই ভাৰতবৰ্ষ ভ্ৰমণ কৰিলে। এই ভ্ৰমণত এফালে তেখেতে নিজৰ আধ্যাত্মিক উপলব্ধিবিলাক সংহত আৰু দৃঢ়ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰিলে আৰু দ্বিতীয়তে জন সাধাৰণৰ মাজত তেখেতৰ গুৰুদেৱৰ নতুন বাণী বহন কৰি সৰ্ব্বধৰ্ম্ম সমন্বয় আৰু ধৰ্ম্মৰ প্ৰকৃত লক্ষ্য-ধৰ্ম্মজীৱন লাভৰ উপযোগীতা—বৰ্ত্তমান যুগ প্ৰয়োজনত তাৰ প্ৰয়োগ—দৰিদ্ৰ নাৰায়ণ সেৱা ভাব প্ৰভৃতি নতুন ভাবত সকলোকে উদ্বুদ্ধ কৰিলে। কপৰ্দ্দকহীন স্বামী বিবেকানন্দই তেতিয়াৰ দৰে যাতায়াতৰ তেনে অসুবিধাৰ দিনত হিমালয়ৰ পৰা কুমাৰিকালৈকে গোটেই ভাৰত ভ্ৰমণ কৰাই কিমান দুৰূহ কাৰ্য্য তাৰ ওপৰত প্ৰচাৰ কাৰ্য্য আৰু ভৱিষ্যত কৰ্ম্ম পন্থাৰ কাৰণে অভিজ্ঞতা অৰ্জ্জন।

এই প্ৰব্ৰজ্যাকালত ঘূৰোতে স্বামীজীৰ চকুত পৰিল ভাৰত-বৰ্ষৰ আচল অভাৱ, দৰিদ্ৰতা। তাৰ পিচত দেখা পালে পুঞ্জীভূত সামাজিক কুসংস্কাৰ আৰু ধৰ্ম্মৰ নামত বাহিৰা আচাৰ অনুষ্ঠান মাথোনত পৰিণতি। এইবোৰ কেনেকৈ আঁতৰাব পাৰি? এইবোৰ আঁতৰাব নোৱাৰিলে মানুহৰ কল্যাণ কেনেকৈ হব? এয়ে প্ৰশ্ন হল।

লোক-কল্যাণ ব্ৰত আৰু তাৰ বাবে বিহিত কৰ্ম্মপন্থা গ্ৰহণ কৰিবলৈ স্বামীজীৰ নিজৰ কোনো প্ৰেৰণা নাছিল, মাথোন তেওঁৰ "গুৰুৰ আদেশ" হিচাবেই কৰি গৈছিল বুলিলে ভুল বুজা হব। উপযুক্ত শিক্ষা, যথোপযুক্ত সাধনাৰ দ্বাৰা তেওঁৰ বহুমুখী প্ৰতিভাৰ বলত তেওঁ ভাৰতৰ অভাৱৰ, ভাৰতৰ আৱশ্যকীয় সংস্কাৰৰ মূল কাৰ্য্য-কাৰণ উপলব্ধি কৰিছিল আৰু নিজৰ জ্ঞান আৰু দূৰ-দৰ্শিতাৰ ফলত সেইবিলাকৰ প্ৰতিকাৰৰ মৌলিক পন্থা গ্ৰহণ কৰিছিল।

তেওঁৰ জীৱনত কেতিয়াও কোনো কথাতে পৰক অনুকৰণ বা অনুসৰণ কৰা নাই যেতিয়ালৈকে নিজ জ্ঞান, যুক্তি আৰু বিশ্বাসৰ দ্বাৰা সেই কথাত নিজৰ দৃঢ় প্ৰতীতি জন্মা নাই। আনৰ দৰে তেওঁ পৰমহংসদেৱক দেখা পোৱা মাত্ৰকে 'প্ৰকৃত এজন সাধক' বুলি পৰ্য্যন্ত গ্ৰহণ কৰা নাই। তেওঁৰ অনুসন্ধিৎসু মন সেতিয়া বিচাৰ আৰু অনুসন্ধানমূলক অভিজ্ঞতাৰ দ্বাৰা সকলো প্ৰকাৰ সংশয়ৰ পৰা মুক্ত হৈছে তেতিয়াহে তেখেতক গুৰুৰূপে গ্ৰহণ কৰিছে। এনে কথিত আছে যে পৰমহংসদেৱৰ লীলাসম্বৰণৰ শেষ মুহূৰ্ত্ততো স্বামীজীয়ে তেখেতৰ ভগবৎ শক্তি বিষয়ত অলপ দ্বিধা-ভাব মনে মনে ৰখাত "তোৰ এতিয়াও বিশ্বাস নহ'ল!" বুলি আক্ষেপ কৰি দৃঢ়ভাৱে "যেই ৰাম যেই কৃষ্ণ, সেই এবে ৰামকৃষ্ণ" বোলাত অনাহক তেখেতক শেষ সময়তো মনোকষ্ট দিয়া বাবে নিজে অনুতপ্ত হ'ল! গোটেই জীৱনত যাবতীয় কাৰ্য্যৰ ভিতৰেদিও দেখা গৈছিল, কি নিৰ্ভিকতা, কি আত্মবিশ্বাস এই স্বামীজীৰ!

স্বামীজীৰ দৃঢ় ধাৰণা হৈছিল ভাৰতৰ দৰিদ্ৰতা গুচাবলৈ অকল ৰাজনীতি চৰ্চ্চা কৰিলেই কিম্বা শাসক সম্প্ৰদায়ৰ কাৰ্য্য সমালোচনা কৰিলেই নহয়। তেখেতে ভাবিছিল দুটা উপায় ইয়াত অৱলম্বন কৰিব লাগিব—এটাৰে হাজাৰ হাজাৰ বছৰৰ জড়তাত অৱসন্ন প্ৰাণত আশাৰ সঞ্চাৰ কৰিব লাগিব আৰু দ্বিতীয়তে পাশ্চাত্য দেশৰ আধুনিক কৰ্মধাৰাৰ পৰা কৰ্ম্মশক্তি আনি ইয়াৰ মানসিক আৰু নৈতিক জড়তা নাশ কৰিব লাগিব। পাশ্চাত্যৰ পৰা ভিক্ষা নকৰো একো। আমাৰ যি সম্পদ, উচ্চ আধ্যাত্মিক ভাৱধাৰা তেওঁবিলাকক দিম, তেওঁবিলাকৰ পৰা সজ্যবদ্ধ কৰ্মশক্তিৰ প্ৰেৰণা আনিম। তেখেতৰ মতে সনাতন পুৰণি গোঁড়া নৈতিক (Orthodox) ভাব যেনে এই কালত অনুপযুক্ত হেনেকৈ

আধুনিকতাবাদ অৰ্থাৎ সংস্কাৰ মানে "পুৰণি সকলো ধ্বংস" কৰি তাৰ ঠাইত নতুন ভাব পত্তন উভয়েই দোষযুক্ত আৰু কাৰ্য্যকৰী নহব। তেখেতৰ মতে সংস্কাৰ হব লাগিব কিন্তু সেয়ে আপোনা আপুনি ভিতৰৰ পৰা। শিক্ষা প্ৰচাৰ কৰা—তাৰ পোহৰত মানুহে নিজৰ ভুল ভ্ৰান্তি বুজক। যেতিয়া মানুহে নিজৰ দোষ দেখিব আৰু ভুল বুজি পাব তেতিয়া নিজেই নিজৰ বাট ঠিক কৰি লব। এনেভাবে স্বামীজীয়ে সমগ্ৰ পৃথিবীত অক্লান্ত ভাবে ফুৰি ধৰ্মৰ প্ৰকৃত স্বৰূপ ব্যাখ্যা কৰি সকলোকে নিজ নিজ সম্প্ৰদায় বা জাতিগত গ্লানিবিলাক দেখুৱাই দি তাৰ পৰা উদ্ধাৰ পাবলৈ নিজ পুৰুষকাৰ প্ৰয়োগলৈ আহ্বান কৰিলে। হাজাৰে হাজাৰে মানুহ তেখেতৰ সেই আহ্বানত আলোড়িত হৈ এই নতুন পোহৰত পুণ্য-স্নান কৰি কৃতাৰ্থ হবলৈ ধৰিলে। গোটেই পৃথিবীত ঠায়ে ঠায়ে সঙ্ঘ, মঠ, আশ্ৰম স্থাপিত হল। সাৰ্ব্বজনীন সংস্কাৰক হিচাবে স্বামীজী বিশ্ব দৰবাৰত প্ৰতিষ্ঠিত হল। তেখেতৰ গুৰুদেৱৰ আশা পূৰ্ণ হল।

স্বামীজীৰ দৃঢ় অভিমত আছিল ভাৰতবৰ্ষ ৰাজনীতি চৰ্চ্চাৰ দেশ নহয়। ই ধৰ্ম্মপ্ৰধান দেশ। গতিকে ধৰ্ম্মৰ জৰিয়তেহে ইয়াৰ উন্নতি সম্ভৱ। কিন্তু ধৰ্ম্ম মানে কিছুমান আনুষ্ঠানিক কাৰ্য্য কিম্বা কিছুমান লোকাচাৰেই নহয়। ঋষিসকলৰ সাধনালব্ধ বেদান্ত প্ৰতিপাদ্য অদ্বৈত জ্ঞানেই প্ৰকৃত ধৰ্ম্ম। সকলো জীৱকে একমাত্ৰ শক্তিপ্ৰকাশক যন্ত্ৰৰূপে গ্ৰহণ কৰি সেইৰূপেই উপলব্ধি কৰাই প্ৰকৃত ধৰ্ম্ম। ইয়াত নাই জাতিভেদ, বৰ্ণভেদ নাই উচ্চ নীচ, নাই জ্ঞানী-অজ্ঞানী। সকলোকে নাৰায়ণ জ্ঞানে সেৱাই ধৰ্ম্ম। এই ধৰ্ম্মপন্থাত বিবেক, বৈৰাগ্য অহিংসা, নিৰহংকাৰ, কৰ্ম্মবাদ ( গীতা-প্ৰতিপাদ্য ) প্ৰভৃতিবেই ভাৰতীয়

সংস্কৃতি আৰু ভাৰতীয় জন সাধাৰণৰ মজ্জাগত সংস্কাৰ। ইয়াৰ উন্নতি সাধনেই সকলো বিষয়ত উন্নতি সাধনৰ অনুকূল পথ।

এনে উচ্চ জন্মভূমিৰ পৰা বা ধৰ্ম্মৰ প্ৰকৃত লক্ষ্যৰ ফালৰ পৰা ভাৰতত থকা প্ৰধান ব্যাধি অস্পৃশ্যতা সম্বন্ধে স্বামীজীয়ে অতি কঠোৰ আৰু তীব্ৰ মত প্ৰকাশ কৰি তাক অচিৰে দূৰ কৰিবলৈ সকলোকে উপদেশ দিছিল। তেখেতে নিজ পবিত্ৰতা, চৰিত্ৰ আৰু আত্মবিশ্বাসৰ বলত ইউৰোপতো খৃষ্ট ধৰ্ম্মত প্ৰৱেশ কৰা গ্লানিবিলাক নিৰ্ভিক ভাবে দেখুৱাই দি মানুহক প্ৰকৃত পন্থাৰ সন্ধান দিছিল। মুক্ত কণ্ঠে ঘোষণা কৰিছিল পূৰ্ব্বখণ্ডই পৃথিবীৰ প্ৰচলিত সকলো ধৰ্ম্মৰ জন্মভূমি। ভাৰতবৰ্ষৰ সেই ধৰ্ম্ম সম্বন্ধে প্ৰচাৰ কাৰ্য্য তাত নিহিত থকা সত্যবিলাকৰ সন্ধান ঋষিসকলৰ সাধনালব্ধ জ্ঞান ৰাশিৰ বিতৰণ কৰিবৰ অধিকাৰ আছে। পাশ্চাত্যদেশৰ পৰা ভাৰতে লব ৰজোগুণ—কৰ্ম্মশক্তি—বিপুল উৎসাহ উদ্যম। ভাৰত এতিয়া অসাৰ জড়পদাৰ্থৰ দৰে হৈছে। স্বামীজীয়ে গোটেই জীৱনৰ কাৰ্য্যদ্বাৰা এই তামস ভাব আঁতৰাবলৈ অশেষ পুৰুষাৰ্থ কৰিছিল। দেখা যায় কাৰ্য্যস্থলত তেখেত বহুতো কৃতকাৰ্য্যও হৈছিল।

স্বামী বিবেকানন্দ শক্তিশালী পুৰুষ আছিল। একালে যেনে শাৰীৰিক বল আৰু তেজ আন ফালে তেনে তীক্ষ্ণ ধী শক্তি। এই শক্তিৰ বলেৰে মাথোন ৩৯ বছৰ বয়সৰ ভিতৰত যিখিনি কাম তেখেতে কৰি গল ভাবিলে বিস্ময় হব লাগে। আৰু এজন ক্ষণজন্মা পুৰুষে অদ্ভুত কৰ্ম্ম শক্তিৰে জগতক চমৎকৃত কৰিছিল। তেখেত হৈছে প্ৰাতঃস্মৰণীয় শ্ৰীশ্ৰীমৎশঙ্কৰাচাৰ্য্য ভাৰতত ব্ৰাহ্মণ্য ধৰ্ম্মৰ অদ্বৈতবাদ প্ৰতিষ্ঠাপক সন্ন্যাসী পুৰুষ। তেখেতেও ৩২ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিলেও নিজ জ্ঞান আৰু কৰ্ম্মশক্তিৰ প্ৰচুৰ প্ৰকাশত জগৎবাসী স্তম্ভিত হৈছিল। স্বামী বিবেকানন্দ

এই বয়সৰ ভিতৰতে প্ৰাচ্য আৰু প্ৰতীচ্য উভয় মহাদেশৰ যাবতীয় বিষয়ক জ্ঞানৰাশী আহৰণ কৰি পিচত তাক নিজ সাধনালব্ধ আলোকৰে ৰঞ্জিত কৰি গোটেই পৃথিৱী দুই তিনিবাৰকৈ পৰ্য্যন্ত ঘূৰি তাৰ প্ৰভাব বিস্তৃতি আৰু প্ৰতিপত্তি স্থাপন কৰি গল।

দেখা যায় এই সময়তে স্বামীজীয়ে বেদ, পানিনি ব্যাকৰণ আৰু পাতঞ্জল দৰ্শন আয়ত্ত্ব কৰিছিল। 'সাৰ্ব্ববিদ্যা বিশাৰদ' শব্দটী আধুনিক জগতত যদি কাৰোবাৰ গাত নিখুঁত ভাবে প্ৰয়োগ কৰিব পাৰি তেন্তে তেওঁ স্বামী বিবেকানন্দ। তেওঁ অকল জনাই নহয়, আয়ত্ত্ব কৰা নাই এনে বিষয় পৃথিবীত নাই। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ যেনেকৈ একালে বি-এ উপাধিধাৰী আন ফালে তেওঁ সংস্কৃত সাহিত্য, বেদ, বেদান্ত, ষড়দৰ্শন আন কি পুৰাণাদি গীতা ভাগৱত সকলো শাস্ত্ৰতে, পানিনি প্ৰভৃতি যাবতীয় জটীল ব্যাকৰণ আৰু জ্যোতিষ শাস্ত্ৰটো পণ্ডিত আছিল। পৰি-ব্ৰাজক হিচাবে ভাৰতবৰ্ষ ভ্ৰমণ কৰাত তেখেতে যাবতীয় পণ্ডিত-মণ্ডলী আৰু জ্ঞানী সমাজত থকা কালত যতে যি বিষয় অধ্যয়ন কৰিবৰ সুচল পাইছে তাতে সেই সুযোগ লৈছে। এটা মুহূৰ্ত্তও তেখেতে কতো কেতিয়াও অবাবত কটোৱা নাই। আনফালে ইংৰাজী সাহিত্য, অঙ্ক, বিজ্ঞান, ইতিহাস ভূগোল আন কি সঙ্গীত বিদ্যা ভাৰতীয় আৰু ইউৰোপীয় বিশেষতঃ ইংৰাজী দৰ্শন-শাস্ত্ৰবিলাকো অধ্যয়ন কৰি আয়ত্ব কৰিছিল। বৈজ্ঞানিক সকলেও বিজ্ঞানৰ মূল তত্ব আৰু সত্যবিলাকৰ বিষয়েও স্বামীজীৰ বিশ্লেষণপূৰ্ণ জ্ঞান দেখি আচৰিত নহৈ নোৱাৰিছিল। মুঠতে প্ৰাচ্য আৰু প্ৰতীচ্য উভয় প্ৰকাৰ জ্ঞানৰ অধিকাৰী হোৱাত আৰু বিশেষতঃ উভয় খণ্ডতে ভ্ৰমণ কালত সেই সেই কালৰ আৰু সেই সেই দেশৰ মনস্বীসকলৰ লগত আলোচনাৰ ফলত তেওঁৰ

সেই জ্ঞান পূৰ্ণতা প্ৰাপ্ত হৈছিল আৰু দৃঢ়ীভূত হৈছিল। গতিকে স্বামীজীৰ জগতত নতুন ভাবে নিজ প্ৰতিভা বলেৰে নতুন পোহৰ পেলাবৰ যথেষ্ট অধিকাৰ জন্মিছিল। মুঠতে স্বামীজী একাধাৰে পণ্ডিত, সাধু, জ্ঞানী, ভক্ত, বৈজ্ঞানিক আৰু সঙ্গীতজ্ঞ আছিল। ৰূপত বৰণ চৰোৱাৰ দৰে তেওঁৰ শাৰীৰিক গঠন যেনে সুন্দৰ মাতটোও আছিল তেনে মিঠা! পৃথিৱীত এনে 'সৰ্ব্বগুণাকৰ' পুৰুষ অতি বিৰল!

সৰ্ব্বোপৰি স্বামী বিবেকানন্দৰ মাতৃভূমি ভাৰতবৰ্ষৰ প্ৰতি প্ৰেম! সি কিমান প্ৰশান্ত, গভীৰ আৰু বিশাল! ভাৰত ভ্ৰমণ কৰি পৰিব্ৰাজকৰূপে স্বামীজীৰ অভিজ্ঞতা হল—ভাৰতত অতীত গৌৰৱ কিমান মহান! ভাৰতৰ প্ৰতিধূলিকণাটো পৰ্য্যন্ত তেওঁৰ মানত পবিত্ৰ! প্ৰত্যেক শিলাখণ্ড, ভগ্নস্তূপ মঠ-মন্দিৰ প্ৰভৃতি ইতিহাস প্ৰসিদ্ধ বস্তুৰাজীয়ে কি মহান অতীত কীৰ্ত্তি ঘোষণা কৰে! কিন্তু আজি তাৰ পৰিণতি কি? ভাৰতীয় জাতিৰ আজি কি অধঃপতন! ধৰ্ম্মত কি গ্লানি! দৰিদ্ৰতা কি সৰ্ব্বগ্ৰাহী! অজ্ঞানতা আৰু পীড়ন কি ভীষণ! স্বামীজীৰ এই অনুভূতি ইমান প্ৰবল আছিল যে আজীৱন সকলো কামেই এই জাতীয়তাবাদৰ কালৰ পৰাই নিয়ন্ত্ৰিত হৈছিল। আমিও এই কালৰ পৰাই যথাশক্তি এই জীৱনী আলচ কৰিবলৈ চেষ্টা কৰিম। অৱশ্যে জীৱন প্ৰসঙ্গত আন আন লাগতিয়াল উল্লেখযোগ্য কথা বাদ দিম এনে নহয়। কাৰণ জীৱনী আলচত সকলোৰেই উল্লেখ থাকিলেও বিশেষ দৃষ্টি-ভঙ্গিৰ কথাকেহে ইয়াত কোৱা হৈছে।

প্ৰব্ৰজ্যা কালতে স্বামীজীয়ে আমেৰিকাৰ *চিকাগো ধৰ্ম্ম মহাসভাত

---

* চিকাগো ধৰ্ম্ম মহাসভাৰ বিষয়ে পিচত চাওক।

যোগ দিবলৈ স্থিৰ কৰিছিল। প্ৰথমবাৰ প্ৰায় চাৰি বছৰ কাল ইউৰোপ আৰু আমেৰিকাত প্ৰবল প্ৰচাৰ কাৰ্য্য চলাই তাত যথেষ্ট প্ৰতিপত্তি স্থাপন কৰি স্বদেশলৈ ঘূৰি আহিল। তাৰ পৰা আহি কলিকতাত কিছু দিন পিচত 'ৰামকৃষ্ণ মিশ্যন' প্ৰথম স্থাপন কৰিলে। এই দুয়োতা কাৰ্য্যৰ গুৰি কথা বিচাৰি চালে দেখা যাব স্বামীজীৰ ধৰ্ম্মভাবৰ জৰিয়তে সেই উগ্ৰ স্বদেশ প্ৰেম—জাতীয়তা-বাদ প্ৰতিষ্ঠাৰ চেষ্টা। স্বামীজীৰ সমুদ্ৰ যাত্ৰা কোনো স্বকীয়া ধৰ্ম্ম মতবাদৰ প্ৰাধান্য স্থাপনলৈ নহয়। হিন্দু হিচাপে বা হিন্দুধৰ্ম্মৰ প্ৰতিনিধি হিচাবে চিকাগো ধৰ্ম্ম মহাসভালৈ গলেও গৈছিল প্ৰাচ্য আৰু প্ৰতীচ্য জাতিৰ মাজত ভাবৰ আদান প্ৰদানৰ জৰিয়তে মৈত্ৰী বন্ধন স্থাপন কৰিবলৈ আৰু তাৰ দ্বাৰা উভয় জাতিৰ মাজত প্ৰীতি ভাব বঢাই উভয় দেশৰে উন্নতি বিধান আৰু উভয়ে উভয়ক বুজি শ্ৰদ্ধাৰ জৰিয়তে শান্তি স্থাপন কৰিবলৈ। যি সময়ত স্বামীজী আমেৰিকা আৰু ইউৰোপৰ বেলেগ বেলেগ ঠাইলৈ গৈছিল তেতিয়া তাত ভাৰতীয় জাতি আৰু হিন্দু ধৰ্ম্মৰ ওপৰত বৰ বিকৃত ধাৰণা প্ৰচাৰিত হৈছিল। এই বিকৃত ভাব বিশেষকৈ খৃষ্ট মিছনৰী সকলৰ দ্বাৰাই বিশেষ ভাবে প্ৰসাৰলাভ কৰিছিল। স্বামীজীৰ প্ৰচাৰৰ ফলত যে তাত যথেষ্ট প্ৰতিক্ৰিয়া হল আৰু ভাৰতীয় জাতি আৰু হিন্দু ধৰ্ম্মৰ ওপৰত মত বহুতো পৰিবৰ্ত্তিত হল সেই বিষয়ে সন্দেহ নাই। ইয়াৰ পৰা তেওঁৰ চেষ্টাত সদ্ভাব নিশ্চয় কিছু পৰিমাণে স্থাপিত হল।

"ৰামকৃষ্ণ মিশ্যন" প্ৰতিষ্ঠাৰ দুটা ঘাই উদ্দেশ্য। এটা হৈছে এদল ত্যাগী সন্ন্যাসী সঙ্ঘবদ্ধভাবে ( training ) গঠিত কৰিবলৈ আৰু বিধিবদ্ধ প্ৰণালীৰে শিক্ষা দি নিয়ন্ত্ৰিত কৰিবলৈ আৰু আনটো হৈছে সিবিলাকৰ দ্বাৰা পৰিচালিত মঠ বা সেৱাশ্ৰমৰ জৰিয়তে,

দৰিদ্ৰ, আৰ্ত্ত, পীড়িত জনগণক নিষ্কাম ভাবে সেৱা আৰু বেদান্ত প্ৰতিপাদ্য ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব প্ৰচাৰৰ দ্বাৰা লোককল্যাণ ব্ৰত গ্ৰহণ আৰু উদ্‌যাপনৰ প্ৰয়াস। স্বামীজীয়ে ভাবিছিল স্থায়ী ভাবে কোনো কল্যাণজনক কাৰ্য্য কৰিবলৈ এদল ত্যাগী কৰ্ম্মীৰ প্ৰয়োজন। ত্যাগ নকৰিলে জগতত কোনো মহৎ কাম সাধিত হব নোৱাৰে, আৰু এই দল গঠন আৰু শিক্ষা দিবলৈ স্থায়ী অনুষ্ঠানৰ প্ৰয়োজন। সাংসাৰিক জঞ্জালৰ পৰা মুক্ত ত্যাগীসকলেই হে সেৱা ভাবে পৰোপকাৰ ব্ৰত গ্ৰহণ কৰিবৰ উপযুক্ত পাত্ৰ। গৃহীসকলৰ পক্ষে তেনে কাৰ্য্যত নিয়মিতৰূপে আত্মনিয়োগ কৰা অসম্ভৱ। কিছুদিন পিচত তেখেতৰ স্থাপিত হাওৰাৰ ওচৰৰ বেলুড়ত 'বেলুড়মঠ' আৰু মায়াৱতীত 'অদ্বৈত আশ্ৰম' স্থাপনো সাংসাৰিক লোকৰ পক্ষে আদৰ্শ স্থানীয় প্ৰতিষ্ঠান ত্ৰিতাপক্লিষ্ট জনগণৰ শান্তি পাবৰ আশ্ৰয় আৰো শিক্ষা আৰু সেৱাৰ কেন্দ্ৰস্থল।

ধৰ্ম্ম আৰু তাকে উপলব্ধি কৰিবলৈ যি কৰ্ম্মপন্থাৰ নিৰ্দ্দেশ স্বামীজীৰ উপদেশৰ অৱিয়তে বুজিব পাৰি ইয়াত তাৰে দুই এটা উদাহৰণ স্বৰূপ তেখেতৰ লিখাৰ পৰা তুলি দিয়া হল। ইয়াৰ দ্বাৰাই তেখেতৰ প্ৰচাৰিত ধৰ্ম্মৰ উদাৰ স্বৰূপ আৰু স্বদেশ প্ৰেমৰ কিছু আভাস পোৱা যাব।

আমেৰিকাত থকা কালত মাদ্ৰাজবাসী তেখেতৰ এজন শিষ্যলৈ ধৰ্ম্ম সম্বন্ধে এইদৰে লিখিছিল :—

"বেদান্ত অৰ্থাৎ বেদান্তৰ অন্তৰ্গত দ্বৈত, বিশিষ্টাদ্বৈত আৰু অদ্বৈত নামক তিনি থলপিয়া যুক্ত গোটেই বেদান্ত শাস্ত্ৰতে জগতৰ সকলো প্ৰকাৰ ধৰ্ম্মভাৱ নিহিত আছে। এই তিনটা থাপি একাদিক্ৰমে অৱস্থিত আৰু মানৱ-মনৰ তিনিবিধ অৱস্থাৰ উপযোগী। ধৰ্ম্মৰ এয়ে স্থূল-তত্ত্ব। প্ৰথম অৱস্থাত দ্বৈতবাদ খৃষ্ট আৰু মুছলমান

ধৰ্ম্ম এই ভাৰত প্ৰতিষ্ঠিত। তাৰ ভিতৰৰ ইউৰোপীয় জাতিবিলাকে লগে খৃষ্ট ধৰ্ম্ম আৰু সেমিটিক জাতিবিলাকে মছলমান ধৰ্ম্ম গ্ৰহণ কৰিছে। তাৰ পিচতে বিশিষ্টাদ্বৈতবাদ। সকলোৰে শ্ৰেষ্ঠত অদ্বৈতবাদতাৰ বিশুদ্ধ যোগ উপলব্ধিৰ ভাগটো বৌদ্ধধৰ্ম্ম নামে অভিহিত হৈছে। কিন্তু এই তিনিওটা মতবাদৰ সমষ্টিয়েই হল হিন্দুধৰ্ম্ম নামে খ্যাত। হিন্দুস্থানৰ বেলেগ বেলেগ জাতিৰ মানুহৰ ভিতৰত এই তিনিও অবস্থাৰ মানুহকে দেখিবলৈ পোৱা যায়। সেই কাৰণে হিন্দুধৰ্ম্ম বুলিলে কোনো ক্ষুদ্ৰ সঙ্কীৰ্ণ সাম্প্ৰদায়িক ধৰ্ম্ম নুবুজায়। হিন্দুধৰ্ম্ম বুলিলে বুজিবা এই বেদান্ত ধৰ্ম্ম আৰু বেদান্ত ধৰ্ম্মই জগতৰ ধৰ্ম্ম। কেৱল বেলেগ বেলেগ জাতিৰ বেলেগ বেলেগ অভাব, আকাঙ্ক্ষা মনোবৃত্তি আৰু পাৰিপাৰ্শ্বিক অৱস্থাভেদে ই বেলেগ বেলেগ আকাৰ ধাৰণ কৰিছে। মূলতত্ত্ব সেই একে। শাক্ত, শৈব, বৈষ্ণৱ প্ৰভৃতি সম্প্ৰদায় বিশেষত যদিও বেলেগ বেলেগ মূৰ্ত্তি ধাৰণ কৰিছে তথাপি কাৰো লগত কাৰো বিবাদ নাই—তিনিও একৰে অঙ্গীভূত, ক্ৰমিক অৱস্থাত প্ৰযুজ্য আৰু তিনিওৰো ভিতৰত কাৰো অসামঞ্জস্য নাই।

* * *

"সমাজৰ এই অৱস্থা আঁতৰ কৰিব লাগিব—ধৰ্ম্মক নষ্ট কৰি নহয়, হিন্দুধৰ্ম্মৰ মহান উপদেশ সমূহ অনুসৰণ কৰি আৰু তাৰ লগতে স্বাভাবিক পৰিণতিস্বৰূপ বৌদ্ধধৰ্ম্মৰ অদ্ভুত হৃদয়বত্তা লৈ। লক্ষ লক্ষ নৰনাৰী পবিত্ৰতাৰ অগ্নিমন্ত্ৰত দীক্ষিত হৈ, ভগবানত দৃঢ়বিশ্বাস স্বৰূপ ধৰ্ম্মৰে সজ্জিত হৈ দৰিদ্ৰ, পতিত আৰু পদদলিতসকলৰ প্ৰতি সহানুভূতি জনিত সিংহবিক্ৰমেৰে বুকু বান্ধি গোটেই ভাৰত ভ্ৰমণ কৰক। মুক্তি, সেৱা, সামাজিক উন্নয়ন আৰু সাম্যৰ মঙ্গলময়ী বাৰ্ত্তা দুৱাৰে দুৱাৰে প্ৰচাৰ কৰক।

এই জগৎ দুঃখৰ আগৰ সঁচা কিন্তু ই মহাপুৰুষসকলৰ

শিক্ষালয় স্বৰূপ। এই দুঃখৰ পৰাই সহানুভূতি, সহিষ্ণুতা আৰু সৰ্ব্বোপৰি অদম্য দৃঢ় ইচ্ছাশক্তিৰ বিকাশ হয় যি শক্তিবলেৰে মানুহে গোটেই জগৎ চুৰমাৰ হৈ গলেও অকণো ভয় নকৰে। × × × ভগবান অনন্ত শক্তিমান। তেওঁ জগতৰ গৰীব, অজ্ঞ, অত্যাচাৰপীড়িতসকলৰ উদ্ধাৰৰ কাৰণেই যুগে যুগে অৱতীৰ্ণ হয়। ইবিলাককেই ভগৱানে সকলোতকৈ বেছি ভাল পায়। তোমা-লোকে গোটেই জীৱন এই ত্ৰিশ কোটি ভাৰতবাসীৰ উদ্ধাৰৰ কাৰণে ব্ৰত গ্ৰহণ কৰা যি দিনে দিনে তললৈ যাব লাগিছে। এই কাম সহজ নহয়—বাটতো কাঁইটে ভৰা। কিন্তু ভগবানৰ সহায় আমি পাম। তেওঁৰ নামত, তেওঁৰ প্ৰতি অনন্ত বিশ্বাস ৰাখি শশ বছৰৰ সঞ্চিত পৰ্ব্বত-প্ৰমাণ অনন্ত দুঃখৰাশিত জুই লগাই দিয়া সকলো ভস্মসাৎ হৈ যাব।"

* * * *

এসময়ত মহীশূৰৰ ৰজালৈ লিখিছিল :—

এই জীৱন ক্ষণভঙ্গুৰ—জগতৰ ধন, মান, ঐশ্বৰ্য্য সকলো ক্ষণস্থায়ী। তেওঁবিলাকেই যথাৰ্থ জীৱিত যি পৰৰ কাৰণে জীৱন ধাৰণ কৰে। আন লোকসকল জীয়াই থকা নাই প্ৰকৃততে মৰি আছে। × × × জগতত প্ৰেম, অকপটতা আৰু সহিষ্ণুতাৰ প্ৰয়োজন। জীৱনৰ অৰ্থ উন্নতি আৰু উন্নতিৰ অৰ্থ হৃদয়ৰ বিস্তাৰ আৰু এই হৃদয়ৰ বিস্তাৰ আৰু প্ৰেম একেই কথা। গতিকে প্ৰেমেই জীৱন—সেয়েই একমাত্ৰ জীৱনগতি নিয়ামক, আৰু স্বাৰ্থ-পৰতাই মৃত্যু।

পৰোপকাৰেই জীৱন আৰু পৰহিত চেষ্টাৰ অভাৱেই মৃত্যু। জগতৰ অধিকাংশ মানুহেই মৰা—প্ৰেমশূন্য। কাৰণ যাৰ হৃদয়ত

প্ৰেম নাই সি মৰা, প্ৰেতৰ বাহিৰে নো আৰু কি? দৰিদ্ৰ, অজ্ঞ, অত্যাচাৰ নিপীড়িত লোকসকলৰ কাৰণে তোমালোকৰ প্ৰাণ কান্দক, কান্দোতে কান্দোতে হৃদয় ৰুদ্ধ হওক, মস্তিষ্ক ঘূৰি যাওক— তোমালোক পগলা হোৱাদি হোৱা। তেতিয়া ভগবানৰ পাদপদ্মত তোমালোকৰ অন্তৰৰ নিবেদন জনোৱা। নিশ্চয় তেওঁৰ পৰা শক্তি আৰু সহায় আহিব অদম্য উৎসাহ আৰু অনন্তশক্তি আহিব।"

আন এজন শিষ্যলৈ উপদেশ দি লিখিছিল:—

× × × × × × "বৰ্ত্তমানে আমাক এনে ধৰ্ম্ম লাগে যাৰ পৰা আমাৰ আত্মবিশ্বাস জন্মে, জাতীয় সন্মানবোধ বাঢ়ে আৰু পতিত আৰু দৰিদ্ৰ সকলক ওপৰলৈ টানি তুলিবলৈ ক্ষমতা আৰু বল ঘূৰি আহে। দেশৰ শ শ মানুহ অনাহাৰে আছে, লক্ষ লক্ষ ল'ৰা-ছোৱালী সুশিক্ষাৰ অভাৱত পশুতুল্য হৈ আছে। × × × যদি ভগবানক বিচৰা তেন্তে আগেয়ে মানুহৰ সেৱা কৰা। যদি শক্তি লাগে তেন্তে আগেয়ে লোকসেৱাত দেহক্ষয় কৰা।" × × × "হিন্দুমাত্ৰেই পৰস্পৰ পৰস্পৰৰ ভাই। শ শ বছৰ 'নুছুবি' 'নুছুবি' কৰি আমিয়েই এওঁবিলাকক ইমান হীন কৰি পেলাইছোঁ আৰু দেশখনকো ইমান অধঃপাতলৈ আনিছোঁ। এওঁবিলাকক ওপৰলৈ তুলিব লাগিব, অভয়বাণী শুনাব লাগিব, কৰ লাগিব তোমালোকে। আমাৰ দৰেই মানুহ, আমাৰ দৰে তোমালোকৰো সকলো অধিকাৰ আছে।"

'বৰ্ত্তমান ভাৰত' নামক এখন স্বামীজীৰ কিতাপৰ পৰা অলপ তুলি দিয়া হল:— × × × × × হে ভাৰত, এই পৰানুবাদ, পৰানুকৰণ, পৰমুখাপেক্ষা, এই দাস সুলভ দুৰ্ব্বলতা, এই ঘৃণিত জঘন্য নিষ্ঠুৰতা এই মাত্ৰ সম্বল লৈ তুমি উচ্চ অধিকাৰ (ৰাজনৈতিক) লাভ কৰিবা নে? এই লাজ লগা কাপুৰুষতাৰ সহায়েৰে তুমি বীৰভোগ্য

স্বাধীনতা লাভ কৰিবা নে? হে ভাৰত, নাপাহৰিবা—তোমাৰ নাৰী জাতিৰ আদৰ্শ সীতা, সাবিত্ৰী, দময়ন্তী; নাপাহৰিবা—তোমাৰ উপাস্য উমানাথ সৰ্ব্বত্যাগী শঙ্কৰ; নাপাহৰিবা তোমাৰ বিবাহ, তোমাৰ ধন, তোমাৰ জীৱন, ইন্দ্ৰিয়সুখৰ—তোমাৰ নিজৰ ব্যক্তিগত সুখৰ কাৰণে নহয়, নাপাহৰিবা—তুমি জন্মৰে পৰা "মাতৃভূমিৰ" নিমিত্তে বলিৰূপে উৎসৰ্গা হৈ আছা; নাপাহৰিবা—তোমাৰ সমাজ সেই বিৰাট মহামায়াৰে ছাঁয়া মাথোন, নাপাহৰিবা—নীচজাতি, মূৰ্খ, দৰিদ্ৰ, অজ্ঞ, মুচি, মেথৰ তোমাৰ ভাই, তোমাৰে তেজ-মঙহ। হে বীৰ! সাহস অৱলম্বন কৰা সদৰ্পে কোৱা আমি ভাৰতবাসী—ভাৰতবাসী আমাৰ ভাই, কোৱা মূৰ্খ ভাৰতবাসী, দৰিদ্ৰ ভাৰতবাসী, ব্ৰাহ্মণ ভাৰতবাসী, চণ্ডাল ভাৰতবাসী মোৰ ভাই, তুমিও কটিমাত্ৰ বস্ত্ৰাবৃত হৈ সদৰ্পে কোৱা—ভাৰতবাসী আমাৰ ভাই, ভাৰতবাসী আমাৰ প্ৰাণ ভাৰতৰ দেৱদেৱী আমাৰ ঈশ্বৰ, ভাৰতৰ সমাজ আমাৰ শিশুশয্যা, আমাৰ ডেকাকালৰ উপবন বুঢ়াকালৰ কাশীধাম, কোৱা ভাই ভাৰতৰ মৃত্তিকা মোৰ স্বৰ্গ, ভাৰতৰ কল্যাণ মোৰ কল্যাণ আৰু দিনে ৰাতিয়ে কোৱা—হে গৌৰীনাথ, হে জগদম্বে, মোক মনুষ্যত্ব দিয়া মা, আমাৰ দুৰ্ব্বলতা কাপুৰুষতা আঁতৰ কৰা আমাক মানুহ কৰা।"

ওপৰত তুলি দিয়া (যদৃচ্ছাক্ৰমে) কথাবিলাকৰ পৰা এইটো কথা স্পষ্টকৈ দেখা যায় যে ভাৰতীয় জাতীয় জাগৰণৰ সূত্ৰপাত এই স্বামীজীৰ প্ৰচাৰৰ পৰাই আৰম্ভ হৈছে। তাৰ আগলৈকে ভাৰতে তাৰ সকলো বিশিষ্টতা, সভ্যতা, কৃষ্টি, ধৰ্মভাব আৰু সামাজিক বিধিব্যৱস্থা পাহৰি আত্মবিস্মৃত হৈ পৰসেৱা আৰু অন্ধ পৰানুকৰণ আৰু পৰমুখাপেক্ষি হৈ অধঃপতনৰ চূড়ান্ত সীমাত উপনীত হৈছিল। পাশ্চাত্য সভ্যতাৰ মোহত পৰি ইহকাল

সৰ্ব্বস্ব ভাব গ্ৰহণ কৰি বিপথগামী হৈছিল। স্বামীজীয়ে নিজ চকুৰে এই অধঃপতন দেখি তাৰ প্ৰতিকাৰৰ চেষ্টা কৰিলে আৰু অ প কম সময়ৰ ভিতৰতে গোটেই পৃথিবী ব্যাপি এটা নৱ জাগৰণৰ সূত্ৰপাত কৰিলে আৰু দেখা যায় বহুতো পৰিমাণে কৃত-কাৰ্য্যও হল। তেখেতৰ আৰব্ধ জাতীয়তাবাদেই যে সম্প্ৰতি মহাত্মা গান্ধীৰ কাৰ্য্যপদ্ধতিৰ জৰিয়তে ভাৰতৰ স্বাধীনতা আন্দোলনত পৰিণতি লাভ কৰিছে সেইটো সহজে বুজিব পাৰি।

ভাৰতৰ ৰাষ্ট্ৰগত বৈষম্য আৰু সামাজিক দুষ্ট বিধিব্যৱস্থা, জাতীয়-চৰিত্ৰৰ অৱনতিয়েই যে সকলো অনিষ্টৰ, সকলো গ্লানিৰ সকলো অধঃপতনৰ মূলত সেইটো উভয়েই (স্বামীজী আৰু মহাত্মা গান্ধীজী) প্ৰাণে প্ৰাণে অনুভৱ কৰিছিল। সেই বিলাকৰ পৰা মুক্ত হৈ কেনেকৈ এক অখণ্ড শক্তিশালী (ভাৰতীয়) জাতিত পৰিণত হব পাৰি তাৰ বাবেও উভয়েও অনন্যমনা হৈ আজীৱন সাধনা কৰিছিল। কিন্তু স্বামীজীয়ে প্ৰতিকাৰৰ পন্থাত সেই সময়ৰ পাৰিপাৰ্শ্বিক অৱস্থা আৰু পৰিস্থিতি হিচাবে দূৰদৰ্শিতাৰ ফলত মুখ্য ভাবে গ্ৰহণ কৰিছিল জাতীয় চেতনাবোধ জগাবলৈ ধৰ্ম্মভাবৰ সংস্কাৰৰ ওপৰত বেছি নিৰ্ভৰ কৰিছিল। মহাত্মা গান্ধীয়ে কিন্তু হৃতসৰ্ব্বস্ব মোহগ্ৰস্ত মৃতপ্ৰায় ভাৰতীয় আত্মসন্মানবোধ জগাই প্ৰকৃত অভিব্যক্তিমূলক পন্থা গ্ৰহণ কৰিবৰ কাৰণে ৰাষ্ট্ৰগত বৈষম্যৰ ওপৰত জোৰ দি তাৰ প্ৰতিকাৰলৈ চেষ্টা কৰিছে কিন্তু তাতো মাহাত্মাই ভাৰতীয় বিশিষ্টতা, নেপাহৰি "আত্মশুদ্ধি" আৰু "অহিংসাবাদৰ" ওপৰতে ভিত্তি স্থাপন কৰিছে। দেখা যায় উভয়বে দৃঢ় ধাৰণা 'ধৰ্ম্মই ভাৰতীয় জাতীয় জীৱনৰ মেৰুদণ্ড স্বৰূপ।'

দূৰ প্ৰসাৰি জ্ঞানৰ বলত স্বামীজীয়েও বুজিব পাৰিছিল

জাতীয়-জীৱনৰ ঘোৰ অন্তৰায় অস্পৃশ্যতা দোষ ! তাক দূৰ কৰি শক্তিশালী জাতি গঠনৰ উদ্দেশ্যে তেতিয়াই স্বামীজীয়ে বাৰে বাৰে দঢ়াই দঢ়াই উপদেশ দিছিল। জাতীয় চৰিত্ৰ সংশোধন কৰিবলৈ লোকসেৱা ব্ৰত গ্ৰহণ কৰিবলৈ উপদেশ দিছিল। জাতীয় একত্ববোধ নজন্মিলে সেৱা-ব্ৰত কেতিয়াও সফলকাম হ'ব নোৱাৰে। তেখেতে গোটেই ভাৰত ভ্ৰমণ কৰি সমগ্ৰ দেশবাসীৰ কল্যাণৰ পন্থাহে গ্ৰহণ কৰিছিল। বিদেশ-যাত্ৰা কৰি হিন্দুধৰ্ম্মৰ বাণীকেহে গোটেই জগতত প্ৰচাৰ কৰিছিল। সাম্প্ৰদায়িক সঙ্কীৰ্ণতাবোধ স্বামীজীৰ জীৱনীত দেখা নেযায়। দেখা যায় স্বামীজীয়ে প্ৰব্ৰজ্যাকালত বাহিৰে বাহিৰে মাদ্ৰাজৰ শিষ্য-সকলৰ উদগনিতে 'সমুদ্ৰযাত্ৰা' কৰি হিন্দুধৰ্ম্মৰ বিজয় পতাকা উত্তোলন কৰিলে চিকাগো ধৰ্ম্ম মহাসভাৰ জৰিয়তে।

মহাত্মা গান্ধীয়েও ভাৰতীয় দৰিদ্ৰতাৰ নিদৰ্শনস্বৰূপ নিজে কটিমাত্ৰ বস্ত্ৰ ( কৌপীন ) গ্ৰহণ কৰিছে আৰু প্ৰতিকাৰ কৰিবলৈ ৰাষ্ট্ৰগত অধিকাৰ লাভৰ আগতে জাতীয় একত্ববোধ ( হিন্দু মুছলমানৰ ঐক্য ) আত্মশুদ্ধি ( চৰিত্ৰ গঠনৰ কাৰণে উপবাস, সূতাকটা আৰু অহিংসভাৱ গ্ৰহণ ) আৰু অস্পৃশ্যতা বৰ্জ্জন প্ৰভৃতি গঠনমূলক কাৰ্য্যৰ ওপৰত গুৰুত্ব আৰোপ কৰি কংগ্ৰেছ মহাসভাৰ জৰিয়তে মুক্তিৰ বাণী ঘোষণা কৰিছে। জাতীয় চৰিত্ৰ উন্নত, উদাৰ উন্নতহৃদয় নহলে শক্তিশালী জাতি গঠিত হ'ব নোৱাৰে কাৰণ স্বামীজীয়ে কৈছিল মহৎ কাৰ্য্যৰ অন্তৰায় চৰিত্ৰহীনতা হে অৰ্থাভাৱ নহয়। অৰ্থাভাৱত কোনো জাতৰ কাম পৰি থকা নাই আচল অভাৱ সচ্চৰিত্ৰ। ৰাজনৈতিক মুক্তিলাভ আধ্যাত্মিক উজ্জীৱন লাভৰ প্ৰথম সোপান। ভাৰতৰ স্বাধীনতা স্বামীজীৰো কাম্য আছিল আৰু তেখেতৰ বহুতো কথাত আৰু লিখাত সেই কথা প্ৰকটভাৱে

প্ৰমাণিত হৈ আছে। পৰাধীনতাৰ পৰা হোৱা যাবতীয় গ্লানি জাতীয় চৰিত্ৰৰ পৰা আঁতৰ হওক এই মুখ্য তত্ত্ব কথাটি উভয়ৰ কৰ্ম্মপন্থাৰ মূল কথা।

মহাত্মা গান্ধী প্ৰবৰ্ত্তিত 'অহিংসাবাদ'ত যি সম্যক ব্যাখ্যা সময়ে সময়ে তেখেতে প্ৰকাশ কৰিছে তেনে উন্নততৰ জীৱন লাভেই ধৰ্ম্ম নহে নো ধৰ্ম্মটো কি এটা আকাশৰপৰা পৰা কথা! অৰ্থাৎ স্বামীজীৰ দৰে মহাত্মাজীৰো বিশ্বাস ভাৰতীয় ধাতুৰ্ত "এঁনে ভাবৰ পৰা কৰা আন্দোলনহে ফলপ্ৰসূ হব। ভিতৰৰ পৰা অহা সংস্কাৰহে যে প্ৰকৃত সংস্কাৰ এই কথা দুয়ো একে দৰেই অনুভব কৰিছিল যে সন্দেহ নাই। সেই কাৰণে এই কাৰ্য্য-পদ্ধতিত জাতীয় ভাব ধাৰাৰে অভিব্যক্তি বা ক্ৰমবিকাশ দেখিবলৈ পোৱা যায়।

এইখিনিতে এইটো স্বীকাৰ কৰা অপ্ৰাসঙ্গিক নহব যে স্বামীজীৰ দৰে অমানুষী প্ৰতিভাযুক্ত বহল কৰ্ম্মময় জীৱনী আঁচ কৰোঁতে আমাৰ যথেষ্ট ক্ৰটী বৈ যাব। কাৰণ এনে জীৱনীৰ অকল মূল কথা কেইটাকে আয়ত্ব কৰা সহজ কথা নহয়। তথাপি সত্যৰ বা ধৰ্ম্মৰ অলপেও মানুহক ভয়ৰ পৰা ত্ৰাণ কৰে এই নীতি অনুসৰণ কৰিয়েই ইয়াৰে তাৰ শতাংশৰ একাংশ মাথোন প্ৰকাশ কৰা হল। ইয়াৰ পৰা যদি কোনো অনুসন্ধিৎসু লোকৰ এই জীৱনীৰ প্ৰতি আকৰ্ষিত হৈ নিজৰ জীৱন নিয়ন্ত্ৰিত কৰিবৰ সঙ্কল্প মনত জাগৰুক হয় আৰু তাত অধিকতৰ প্ৰবেশৰ কাৰণে অনুশীলনপৰ হয় তেনেহলেই মোৰ শ্ৰম সাৰ্থক জ্ঞান কৰিম।

# বংশ-কথা

পৰিয়ালৰ বিস্তৃতিয়েই বংশ। গতিকে বংশ বুলিলে কোনো পৰিয়ালগত সমষ্টিক বুজা যায়। প্ৰতি বংশতে একোটা বিশিষ্টতা বা ভাবধাৰাৰ স্ফুৰণ দেখা যায়। বংশগত সেই ভাবধাৰাত তাৰ প্ৰকাশত নিজ প্ৰচেষ্টাৰ বিচিত্ৰতা থাকিলেও সি কেতিয়াও জাতিগত ঐক্যৰ পৰিপন্থি নহয়। এই স্বকীয় বিশেষত্ব বংশগত কথা আৰু সাধাৰণতে তাৰ অন্তৰ্গত লোকসকলত প্ৰায়েই তাৰ প্ৰকাশ দেখা যায়। সেই বাবেই কোনো মনিষীৰ জীৱনী আলোচনা প্ৰসংগত বংশগত ভাবধাৰাৰ সন্ধান আৰু তাৰ অভিব্যক্তি কেনেভাৱে আলোচিত জীৱনীত বৰ্ত্তিব পাৰিছে চাবলৈ চেষ্টা কৰা হয়। এই সাধাৰণ ৰীতি অনুসৰণ কৰিয়েই আমি ইয়াত স্বামী বিবেকানন্দৰ পূৰ্ব্বপুৰুষ আৰু তেখেতৰ পিতৃ-মাতৃৰ চমু পৰিচয় দিবলৈ চেষ্টা কৰিম।

স্বামী বিবেকানন্দ বুলিলে আমি যাক বুজোঁ তেখেত এই নামে আজন্ম পৰিচিত নহয়। নিজৰ গুণত পৰৱৰ্ত্তিকালত ত্যাগৰ নিদৰ্শন সন্ন্যাস-মন্ত্ৰ গ্ৰহণ কৰি পোৱা উপাধি বিশেষহে। জন্মৰ পিচত তেখেতৰ মাক ভুবনেশ্বৰী দেৱীয়ে নাম দিলে 'বীৰেশ্বৰ'। পিতাদেৱক বিশ্বনাথে তাৰে অপভ্ৰংশ কৰি মাতিছিল "বিলে" বুলি। জ্যোতিষীসকলে ৰাশিমতে নামাকৰণ কৰিছিল 'নৰেন্দ্ৰনাথ'। এই পুথিৰ আদি ভাগত গতিকে আমি তেখেতক নৰেন্দ্ৰনাথ নামেৰে অভিহিত কৰিম।

নৰেন্দ্ৰনাথ যি বংশত জন্মিছিল সেই বংশৰ নাম আছিল

দত্তবংশ। এই বংশ কলিকতাৰ সিমুলিয়া নামক অঞ্চলত অৱস্থিত। সেই কালৰ বংশগত সমৃদ্ধি আজিকালি নাই কিন্তু তাৰ আভাস আজিও আছে। জীর্ণ অৱস্থা হলেও দালানসহ ঘৰবাৰী গৌৰ মোহন মুখার্জ্জী ষ্ট্রীটত আজিকালিও আছে আৰু এতিয়াও তাত স্বামীজীৰ ভায়েক *শ্রীযুত মহেন্দ্রনাথ দত্ত মহাশয় সিবিলাকৰ ভাগিনীয়েকহঁতৰে বাস কৰি আছে। সৰ্ব্বকনিষ্ঠ শ্রীভূপেন্দ্রনাথ দত্তও মাজে সময়ে তাত বাস কৰেহি। বহুত সময়ত তেখেতে বাহিৰতে কাম কৰি ফুৰে আৰু নিজৰ স্বদেশ প্রীতিৰ কাৰণে অধিকাংশ সময় ৰাজবন্দী হৈয়ে থাকিব লগাত পৰে। ইবিলাক দুয়ো অবিবাহিত, দুয়ো পণ্ডিত, জ্ঞানী, সাহিত্যানুৰাগী। মাজৌউ শ্রীমহেন্দ্র নাথ দত্তক সকলোৱে "বগা কাপোৰৰ সন্ন্যাসী" বুলি কয়। দর্শন, ইতিহাস আৰু Comparative religious বিভিন্ন ধর্ম্মৰ ভাবধাৰা অনুশীলনত যথেষ্ট অনুৰাগ থকাত খ্যাতি লাভ কৰিছে আৰু তেখেতৰ লিখা বহুতো কিতাপ গোটেই ভাৰতত সমাদৃত হৈছে।

ত্যাগভাৱ নৰেন্দ্রনাথৰ বংশগত ভাৱে পোৱা সম্পদ। নৰেন্দ্রনাথৰ পিতামহ দুর্গাচৰণ দত্ত এজন খ্যাত নামা উকীল।

* মোৰ ছাত্রাবস্থাতে পৰা এখেতৰ আশীর্ব্বাদ লাভৰ সৌভাগ্য হৈছে। আমি কেজনমানক নিয়মিতৰূপে তেখেতে কোনো একোটা উচ্চ দার্শনিক ভাব উপলব্ধি কৰাবলৈ ( training ) চেষ্টা কৰিছিল। মুখতে এতিয়া সংক্ষেপে কৃতজ্ঞতাৰে ইয়াকে স্মৰণ কৰিব পাৰোঁ।— এখেতৰ চৰিত্র, শিক্ষা, উপদেশৰ প্রভাবতে মোৰ জীৱনৰ যাবতীয় ক্ষুদ্র জ্ঞান লাভ কৰিছিলোঁ বুলিলে বঢ়াই কোৱা নহব। বর্ত্তমানে তেখেত জৰাগ্রস্ত বুলিব লাগে। এখেতৰ জীৱনীও বহুতো কাৰণত অনুশীলন-যোগ্য সন্দেহ নাই।

প্ৰপিতামহ ৰামমোহন দত্ত সুপ্ৰীম কোৰ্টৰ বিখ্যাত আইন ব্যৱসায়ী আছিল। তেখেতেই যথেষ্ট বিষয়-সম্পত্তি উপাৰ্জ্জন কৰিছিল। পুত্ৰেক দুৰ্গাচৰণ দত্ত উকীল হলেও সংস্কৃত আৰু পাৰ্শী ভাষা ভালদৰে জানিছিল আৰু সঙ্গীত-বিদ্যাতো নিপুণ আছিল। এখেতেও কম বয়সতে যথেষ্ট উপাৰ্জ্জন কৰিছিল। মন কিন্তু আছিল উদাৰ। সাধু-সন্ন্যাসীক সেৱা কৰোঁতেই বহুতো অৰ্থ ব্যয় হৈছিল। ধৰ্ম্মভাব তেখেতৰ প্ৰবল হোৱাত পঁচিশ বছৰ বয়সতে একমাত্ৰ পুত্ৰ বিশ্বনাথ (তেতিয়া কেচুৱা) আৰু নিজৰ পৰিবাৰক আত্মীয়সকলৰ হাতত গতাই দি নিজে সন্ন্যাসী হৈ ঘৰৰ পৰা ওলাই গল। কোনো প্ৰকাৰৰ বন্ধনেই তেখেতক আবদ্ধ কৰি ৰাখিব নোৱাৰিলে।

চাৰি-পাঁচ বছৰ নানা তীৰ্থ ভ্ৰমণ কৰি দুৰ্গাচৰণ কাশীধামলৈ বিশ্বেশ্বৰ দৰ্শনলৈ আহিল। তাতে কিছুদিন বাস কৰি থাকিল। পতিপ্ৰাণা তেখেতৰ পৰিবাৰৰো গতিকেই 'ধৰ্ম্মপথেই' জীৱনৰ আদৰ্শ হবলৈ বাধ্য। যেতিয়া বিশ্বনাথৰ বয়স ৭ কি ৮ বছৰ তেতিয়া নাৱেৰে ইবিলাকেও (মাক-পুতেকে) কাশীধামলৈ যাবলৈ স্থিৰ কৰি ৰাওনা হল! দেৰমাহ নাৱেৰে যোৱাৰ পাচত ইবিলাক গৈ কাশীধাম পালে আৰু নানা দেৱদেৱীৰ দৰ্শন আৰু সাধু-সজ্জনৰ লগ পাই পতিপ্ৰাণা জননীয়ে মনত কিছু শান্তি পালে।

দুৰ্গাচৰণে তেখেতৰ লৰা-তিৰোতাও যে তাত তীৰ্থ কৰিবৰ কাৰণে আছে লৈ এই কথাৰ গম পোৱা নাছিল। কিন্তু হঠাৎ দৈৱ ঘটনাক্ৰমে সিবিলাকৰ দেখা দেখি হলেও সি ক্ষণিক মাত্ৰ। অৰ্থাৎ এদিন পুৱা বিশ্বেশ্বৰৰ মন্দিৰৰ দুৱাৰমুখত পিছল খাই এগৰাকী মহিলা পৰি গল। সিফালৰ পৰা আহি থকা এজন সন্ন্যাসীয়ে [illegible] পৰা দেখি "অহ মৰ গিলা, মৰ গিলা" বুলি

লব মাৰি গুচৰলৈ আহি দাঙি ধৰিলে আৰু লাহে লাহে খোজ কঢ়াই নি মন্দিৰৰ ভিতৰত বহুৱালে। যেতিয়া চাৰি চকু মিলন হ'ল সন্ন্যাসীজনে "মায়া হ্যায়, মায়া হ্যায়" বুলি ততালিকে আঁতৰি গ'ল আৰু তেওঁক দেখা পোৱা নগ'ল। কোৱা বাহুল্য এই সন্ন্যাসী-জনেই দুৰ্গাচৰণ দত্ত আৰু হঠাতে পৰি মূৰ্চ্ছাপ্ৰায় হোৱা ক্ষীণকায় আৰু দুৰ্ব্বল মাইকী মানুহ গৰাকীয়েই তেখেতৰ পৰিবাৰ! কিছুমান দিন তাত বাস কৰাৰ পিচত বিশ্বনাথইত আকৌ নাৱেৰেই কলিকতালৈ ঘূৰি আহিল। তেতিয়াৰ দিনত ৰেল-লাইন হোৱা নাছিল। মানুহ হয় খোজ কা'ঢ় গৈছিল তীৰ্থ ভ্ৰমণলৈ নাইবা নাওত গৈছিল।

তাৰ পৰা ঘূৰি আহিয়েই বিশ্বনাথ দত্তৰ পঢ়া-শুনাৰ দিহা কৰি দিলে। বিশ্বনাথে যথেষ্ট যোগ্যতাৰে সৈতে একাদিক্ৰমে পঢ়াত আগবাঢ়িবলৈ ধৰিলে আৰু উত্তৰ জীৱনত তেখেতও আইন-ব্যৱসায়কে অৱলম্বন কৰি সংসাৰ ধৰ্ম্ম পালন কৰিছিল। তেখেতৰ ভাগ্যবতী অথচ দুখিনী মাক পাঠ্যাৱস্থাতে স্বৰ্গী হয়। তেখেতৰ জীৱনৰ বিশেষত্ব এয়ে আছিল যে স্বামীৰ বৈৰাগ্যত কেতিয়াও বাধা দিয়া নাই আৰু নিজকে। এই পৰিবৰ্ত্তিত অৱস্থাত খাপ খুৱাই চলিবলৈ যত্ন কৰাত বুজা যায় এখেতৰ প্ৰাণতো ত্যাগৰ মহিমাময় ভাব সদায় জাগৰুক থকাত সকলো শান্ত ভাবেই গ্ৰহণ কৰি নীৰৱে জীৱন পাত কৰি গ'ল!

আইন ব্যৱসায়ত বিশ্বনাথ কৃতকাৰ্য্য হৈছিল। ইয়াৰেই তেখেতে যথেষ্ট উপাৰ্জ্জন কৰিব পাৰিছিল। তেখেত বুদ্ধিমান আৰু পৰিশ্ৰমী আছিল। তেখেতৰ মত আছিল সংসাৰত যেতিয়া থাকিম তাক ভাল ভাবেই উপভোগ কৰিম। ভাল ভাবে থকা ভাল পিন্ধা, ভাল খোৱা অৰ্থাৎ ভাল ভাবে জীৱন উপভোগ কৰা

বেয়া বুলি তেখেতে কেতিয়াও ভবা নাই। সেই কাৰণে তেখেতৰ চলন ফুৰণ সদায় 'ৰজাৰ হালত' আছিল বুলিলে অত্যুক্তি কৰা নহয়।

বিশ্বনাথৰ মন কিন্তু উদাৰ আছিল। পৰৰ দুখ কেতিয়াও সহিব নোৱাৰে। সেই কাৰণে বহুতো দুখত পৰা আত্মীয়-স্বজনে তেখেতৰ পৰা যথেষ্ট সহায় পাইছিল। এনে কি বহুতে তেখেতৰ ঘৰতেই আছিল। অভাবগ্ৰস্ত অথবা গৰীব মানুহে তেখেতৰ ওচৰত বিমুখ হোৱা নাই। সাধু-সন্ন্যাসীকো বৰ ভক্তি কৰিছিল আৰু সমাদৰ কৰি খাবলৈ আৰু প্ৰয়োজন মতে পিন্ধিবলৈ দিছিল।

বিশ্বনাথে পৰিবাৰৰ সকলোকে সুখত আৰু আনন্দত ৰাখিবলৈ সদায় যত্ন কৰিছিল। গতিকে সকলোকে নিজ অভিৰুচিমতে চলাত কোনো আপত্তি কৰা নাছিল।

তেখেতে ইতিহাসৰ জৰিয়তে জাতিৰ উত্থান-পতনৰ বিষয়ে চৰ্চ্চা কৰিবলৈ বৰ ভাল পাইছিল। ধৰ্ম-শাস্ত্ৰৰ ভিতৰত বাইবেলৰ প্ৰতি যথেষ্ট অনুৰক্তি আছিল আৰু সদায় পাঠ কৰিছিল। দেশ ভ্ৰমণ কৰিবলৈ তেখেতে বৰ ভাল পাইছিল। তেতিয়াৰ দিনত ৰেলগাড়ীৰ সুবিধা নাথাকিলেও নাও, গৰুগাড়ী প্ৰভৃতি যত যেনে সুবিধা পোৱা যায় তেনে সুবিধা লৈয়ে বহুতো দেশ ভ্ৰমণ কৰিছিল। লৰাকালত থকাতে নৰেন্দ্ৰনাথইতকো বহুত সময়ত বহুত ঠাইলৈ লৈ গৈছিল।

বিশ্বনাথৰ পৰিবাৰৰ নাম ভূবনেশ্বৰী। এখেতৰ হৃদয়ো নিজ স্বামীৰ অনুৰূপ মহৎ আছিল আৰু কাৰ্য্যকুশলা আছিল। সাংসাৰিক যাবতীয় কাৰ্য্যৰ তত্ত্বাৱধান নিজে কৰিছিল। সকলোকে সমানে যতন কৰিছিল। নিজৰ সম্ভ্ৰম কেনেকৈ ৰাখিব লাগে সেইটো জননী ভূবনেশ্বৰীয়ে জানিছিল আৰু নিজৰ চৰিত্ৰৰ বল আৰু মাধুৰ্য্যেৰে সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। পঢ়া-শুনা জানিছিল

আৰু নিজে বুদ্ধিমতি থকাত সহজে সকলো কথা গ্ৰহণ কৰিব পাৰিছিল। তেখেত অতিশয় তেজস্বিনী আছিল আৰু প্ৰকৃতি বৰ গম্ভীৰ আছিল অথচ আছিল মিতভাষিণী আৰু ব্যৱহাৰ আছিল অতি মধুৰ। তেখেত বৰ ধৰ্মভীৰু আছিল আৰু হিন্দু পৰিবাৰৰ পালনীয় যাবতীয় ব্ৰতাদি পালন কৰিছিল।

জননী ভূবনেশ্বৰীৰ একাদিক্ৰমে চাৰিটি ছোৱালী হল। তাৰে দুটি অকালতে ঢুকাল। তেখেতৰ মনৰ প্ৰবল বাসনা হল এটি পুত্ৰ সন্তান লাভ। নীৰৱে গোপনে ভগবানক প্ৰাৰ্থনা জনালে এটি যোগ্য পুত্ৰ সন্তানৰ জননী হবৰ বাসনা। ইয়াৰ বাবে তেখেতে দেৱাদিদেৱ আশুতোষৰ পূজা আৰু ব্ৰত আৰম্ভ কৰিলে। দিনৰ বহুতো সময় পূজা আৰু ধ্যানতে নিয়াবলৈ ধৰিলে। আনফালে তেখেতৰ এক আত্মীয়া তেতিয়া কাশীধামত বাস কৰি আছিল। তেখেতলৈ লিখিলে 'এটি পুত্ৰ কামনা কৰি বীৰেশ্বৰৰ আগত প্ৰাৰ্থনা জনাবা আৰু এভাগি পূজালৈ আগ কৰিবা।' তেখেতেও সেইমতে বাবা বীৰেশ্বৰক সদায় দৰ্শন কৰি প্ৰাৰ্থনা জনালে আৰু ভূবনেশ্বৰী দেৱীলৈ তাৰ আশীৰ্ব্বাদ পঠাই দিলে।

জননী ভূবনেশ্বৰীয়ে শিৱৰ আৰাধনাত যথেষ্ট মনোনিবেশ কৰাৰ ফলত তেখেতৰ শৰীৰৰ সৌন্দৰ্য্যও বাঢ়ি আহিবলৈ ধৰিলে। গৰ্ভ লক্ষণ প্ৰকাশ পালে আৰু এদিন সন্ধিয়া সময়ত গভীৰ ধ্যানাৱস্থাত দেখা পালে তেখেতৰ আৰাধ্য সদাশিৱৰ শৰীৰৰ পৰা এটা জ্যোতি ওলাই আহি সন্তানৰ ৰূপ ধৰি তেখেতৰ কোলাৰ ফালে লৰি আহিছে। হঠাৎ তন্দ্ৰা ভঙ্গ হল। চাই দেখে কতো একো নাই—তেখেত যদি থকা ঠাইতে পৰি আছে। শিৱ, শিৱ, শিৱ বুলি নামোচ্চাৰণ কৰি বিশ্বেশ্বৰৰ প্ৰতি প্ৰণতি জনালে।

# ল'ৰাকাল

সেই দিনা ভোগালী মাঘ বিহুৰ দিন ইং ১৮৬৩ চনৰ ১২ জানুৱাৰী তাৰিখ, কৃষ্ণাসপ্তমী তিথি। ভুবনেশ্বৰী দেৱীৰ এটি পুত্ৰ সন্তান ভূমিষ্ঠ হ'ল। অতি সুন্দৰ ৰূপ। পুত্ৰমুখ দেখি উভয়ে আনন্দিত! বাহিৰতো ঘৰে ঘৰে সেই দিনা বিহুৰ আনন্দ উৎসৱ! জননী ভুবনেশ্বৰীৰ প্ৰাৰ্থনাত আশুতোষ সন্তুষ্ট হৈ অদ্বিতীয় ফল দান কৰিলে। ল'ৰাৰ মুখত পিতামহৰ অনুকৃতি দেখি সকলো আচৰিত হ'ল!

বাবা বীৰেশ্বৰৰ বৰত পুত্ৰ লাভ কৰা কাৰণে আনৰ কথা নুশুনি জননী ভুবনেশ্বৰীয়ে ল'ৰাৰ নামাকৰণ কৰিবলৈ সম্মতি জনালে "বীৰেশ্বৰ"। ইয়াৰ অপভ্ৰংশ হিচাবে বিশ্বনাথে মাতিছিল "বিলে" বুলি। কিন্তু গণনামতে নাম ৰহিল 'নৰেন্দ্ৰনাথ'। বাহিৰত এই নামেই তেখেতে সন্ন্যাস গ্ৰহণ কৰাৰ আগলৈকে পৰিচিত আছিল। যিহওক, অনেক সাধ্য-সাধনাৰ ফলত উপযুক্ত পুত্ৰ লাভ কৰি উভয় পিতৃ-মাতৃয়ে অতি যতনেৰে লালন-পালন কৰিবলৈ ধৰিলে আৰু নৰেন্দ্ৰনাথ সকলোৰে চকুত লগাটিহে ডাঙৰ হৈ আছিল।

তিনি চাৰি বছৰ বয়সৰ পৰাই দেখা গ'ল ল'ৰাটি কম নহয়— এতিয়াৰ পৰাই ইমান দুষ্ট। কাৰো কথা সহজে নুশুনে নিজৰ ইচ্ছামতে চলিবলৈ ভাল পায়। বাধা দিলেই এনে খং যে যিহকে আগত পাই তাকে দলিয়াই-খতিয়াই ভাঙি-ছিঙি একাকাৰ কৰে। সময়ত এনে হয়গৈ যে মাকে কোনোমতে ল'ৰাটি শান্ত কৰিব নোৱাৰে। অৱস্থা থকাত সেই সময়ত এনে কি জননীকে পৰ্যন্ত

চাকৰণী ৰাখি তেওঁৰ তত্ত্বাৱধান কৰিবলৈ নিয়োগ কৰিব লগা হল। কিছুমান দিনৰ পিচত ঘৰৰ সকলোৱে বুজিলে লৰাক ভয় দেখুৱাই বা খং-ৰাগ কৰি নিচুকাব বা শান্ত কৰিব নোৱাৰি। মৰম কৰিলেই সহজে বশ হয়।

ডাঙৰ হৈ অহাৰ লগে লগে দেখা গল যে তেওঁৰ লগৰীয়াসকলৰ ভিতৰত তেৱেঁই মুখিয়াল হৈ উঠিল। তেওঁৰ হুকুম, পৰামৰ্শ আৰু যুক্তিমতে লগৰীয়াসকল চলিবলৈ বাধ্য হৈছিল। এইটোও সঁচা যে তেতিয়াৰ কালতো লগৰীয়াইঁতক যেনেকৈ এফালে চলাইছিল তেনেকৈ আনফালে সিইঁতক মৰমো কৰিছিল। কোনো খোৱা বস্তু পালে তাক কেতিয়াও অকলে নাখাইছিল।

সৰু কালৰেপৰা তেওঁৰ তীক্ষ্ণ বুদ্ধি আৰু চোকা স্মৰণ শক্তিৰ পৰিচয় পোৱা গৈছিল। যতে যি দেখক খেলধেমালিৰ ভিতৰেদিও তাক সদায় অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিল। ৰামায়ণ, মহাভাৰত আন কিবা পদাবলী পঢ়া শুনিলে মনত থাকি যায় আৰু পিচত আকৌ নিজে তাক গাই শুনাব পাৰে। এই কালৰে পৰা তেওঁ সাধু-সন্ন্যাসী দেখা মাত্ৰকে ওচৰলৈ যায় আৰু ভিতৰৰ পৰা ভিক্ষা আনি দিয়ে। পিতাকেও সাধু-সন্ন্যাসীক কেতিয়াও বিমুখ কৰা নাছিল। গতিকে প্ৰায়েই ঘৰলৈ তেনে সাধু-সমাগম হৈয়ে থাকে।

চালুকীয়া কালত নৰেন্দ্ৰনাথৰ গাড়ী-ঘোঁৰাৰ ওপৰত বৰ চকু আছিল। ঘৰঘৰণি শব্দ কৰি বাটেদি গাড়ী গলে তাক চাবলৈ তেওঁ বৰ ভাল পাইছিল। গাড়ীৰ ওপৰত বহি যোৱা 'কোচোৱানেই' তেওঁৰ মানত পৃথিবীৰ সবাতোকৈ ডাঙৰ মানুহ বুলি ধাৰণা আছিল। গোটেই কলিকতা চহৰ এইদৰে গাড়ীৰ ওপৰত কোচোৱান হৈ যাব পাৰিলে যে কেনে 'মজা' হয় এইয়ে আছিল তেওঁৰ কল্পনা। এদিন নিজৰ গাড়ীত যাওঁতে পিতাকে আদৰ

কৰি গোধাত উত্তৰো দিছিল—"ডাঙৰ হলে মই কোচোৱান হম।"

সঁচাকৈয়ে ঘোঁৰাশালৰ ঘোঁৰা আৰু কোচোৱানেই নৰেন্দ্ৰনাথৰ লগৰীয়া। সৰহখিনি সময় এৰিয়া কোচোৱানৰে কথা পাতি, ঘোঁৰাবোৰ চায়েই তত নাই। কোচোৱানেও মৰম কৰি ৰামায়ণৰ গল্প শুনায়। নৰেন্দ্ৰনাথে এওঁৰ পৰাই বীৰ হনুমানৰ চৰিত্ৰ শুনি খুব আচৰিত হৈছিল। ৰাম-সীতাৰ চৰিত্ৰত মুগ্ধ হৈছিল। কিন্তু এদিন কোচোৱানে আকৌ কলে "সংসাৰত বিয়া কৰোৱা বেয়া। বিয়া কৰালে জঞ্জাল আৰু দুখৰ বোজাহে বঢ়োৱা হয় তাত সুখ একো নাই।" এই কথা শুনি তেওঁ বৰ বিষোৰত পৰিল। বিয়া কৰোৱা বেয়া যদি ৰামচন্দ্ৰই কিয় বিয়া কৰালে?

আন উপায় নেদেখি মাকক এই কথা সুধিলে। মাকে কলে—'তোক সেই কথা কেলেই? বাৰু যদি তোৰ ৰাম-সীতাক ভাল নালাগে তেন্তে ত্যাগীশ্বৰ শিৱকে মানিবি।" মাকৰ কথা মতে সেই দিনাই দোকানৰ পৰা মাটিৰ শিৱ-মূৰ্ত্তি কিনি আনিলে আৰু ওপৰতলাৰ কোঠা এটাত ৰাখি মাজে সময়ে ওচৰত বহি চকু মুদি কিছু সময় ভাবি থাকে। কি ভাবে, কি দেখে সেইটো তেওঁৰ বাহিৰে আনে কি বুজিব? কিন্তু ইয়াৰ পৰাই তেওঁৰ ভবিষ্য-জীৱনৰ কিছু আভাস পাব পাৰি।

আন পক্ষে আকৌ নৰেন্দ্ৰনাথ সদায় হাঁহি, ধেমালি নানা প্ৰকাৰ খেলা, আনক ভেঙুচালি কৰা প্ৰভৃতিত উৎপাত কৰি ফুৰিলেও তেওঁৰ বহুতো কামত সাহসৰ পৰিচয় পোৱা যায়। সাহসৰ লগত উপস্থিত বুদ্ধিও তেওঁৰ যথেষ্ট আছিল। এদিন লগৰীয়াইতৰ লগত কলিকতাৰ বাটত ফুৰি ঘৰলৈ ঘূৰি আহোঁতে এজন লৰা অসাৱধানবশতঃ এখন গাড়ীৰ আগত পৰিল। ঘৰি থাগ যাবি নৰেন্দ্ৰনাথে ধৰি তাক আঁতৰলৈ টানি নানে তেন্তে

পিচ মুহূৰ্ত্তত গাড়ীৰ তলত পৰি চেপা খালেহেঁতেন। সকলোৱে দেখি অবাক্ ইমানকণ লৰাৰ ইমান সাহস আৰু উপস্থিত বুদ্ধি! অকল বাটৰ মানুহেই ধন্যবাদ দিয়া নহয় মাকেও শুনি আদৰ কৰি কলে "ভাল কৰিলি, এৰা এয়েহে মানুহৰ দৰে কাম। সদায় এনে সাহিয়াল মানুহ হবলৈকে চেষ্টা কৰিবি।" যিমান দুষ্ট বা উৎপতিয়া হলেও তেওঁ সকলো কথা যেতিয়াই তেতিয়াই মাকক নোকোৱাকৈ নাথাকে। মাকক কওঁতে কিন্তু কেতিয়াও মিছা কথা কোৱা নাই আৰু ধৰাও পৰা নাই।

ছবছৰ বয়সৰ পৰাই নৰেন্দ্ৰনাথক পঢ়াশালীলৈ পঠোৱা হল। তাত অসৎ সঙ্গৰ দোষ থকা বুলি অনুমান কৰি সঙ্গতিপন্ন বিশ্বনাথে পঢ়াশালীলৈ নপঠাই ঘৰতে শিক্ষক নিযুক্ত কৰি পঢ়াৰ দিহা কৰিলে। যথেষ্ট লগৰীয়াৰ অভাবত নৰেন্দ্ৰনাথে প্ৰথমতে বেয়া পালেও বংশৰ আৰু ওচৰচুবুৰিয়া কেইবাজনো লৰাক ইয়াতে একেলগে পঢ়িবৰ দিহা কৰি দিয়াত সেই অভাবো নোহোৱা হল। অলপ সময় পঢ়িলেই তেওঁৰ পাঠ আওৰোৱা হৈ যায়। গতিকে সৰহখিনি সময় খেমালিতে তেতিয়াও কটাবলৈ ধৰিলে।

এই কালৰ পৰাই দেখা গৈছিল নৰেন্দ্ৰনাথে কোনো কথা বিনা বিচাৰে গ্ৰহণ নকৰে। ভূত-পিশাচৰ কথা বুলে তেওঁ হাঁহি উৰুৱাই দিয়ে। অমুক ঠাইলৈ নাযাবি তাত ভূত আছে, বুলিলে তেওঁ সাহস কৰি তালৈহে যায়। কোনোৱে সুধিলে কয় "ভূত কেনেকুৱা নিজে এবাৰ চাবলৈ আহিছোঁ।"

পিতাৰক বিশ্বনাথৰ ওকালতীত যথেষ্ট খ্যাতি থকাত বহুত ঠাইত আৰু নানা সম্প্ৰদায়ৰ মকেল সদায় আহি থাকে। এজন বয়সীয়া মছলমান মকেলো প্ৰায়ে আহে আৰু কেতিয়াবা আহে থাকি যায়। নৰেন্দ্ৰনাথৰ ৰূপ আৰু আৱ ব্যৱহাৰত সকলোৱেই

তেওঁক মৰম করে। এই মছলমান জনেও নৰেন্দ্ৰনাথক বৰ মৰম কৰে আৰু তেতিয়াবা কেতিয়াবা তেওঁলৈ মিঠাই লৈ আহে। দিয়া মাত্ৰকে নাৰেন্দ্ৰনাথে তৎক্ষণাৎ নিজেও খায় আনকো বিলাই দিয়ে। তেতিয়াৰ দিনত মছলমানে আনি দিয়া বস্তু খোৱা দোষৰ কথা আছিল। কিন্তু পিতাৰক বিশ্বনাথে সেইটো সিমান গণ্য নকৰিছিল আৰু নৰেন্দ্ৰক বাধা নিদিছিল। তথাপি নৰেন্দ্ৰক ভিতৰুৱাকৈ কোনোৱে কোনোৱে মানা কৰিছিল। নৰেন্দ্ৰনাথে জাতবিচাৰ নো কি একো নুবুজি এদিন এজনক সুধিছিল "জাত নামানিলে নো কি হয়? মানুহ মৰিয়েই যাব নে আকাশখনেই ভাগি পৰিব?"

এদিন ম'কলখানাত সোমাই পিতাৰক ওলাই কোনো কামত ভিতৰলৈ যোৱাত বেলেগ বেলেগ জাতৰ কাৰণে তাত থকা হোকাবিলাকত মুখ দি হুপি হুপি ফুৰি থাকোঁতেই পিতাৰক আকৌ সোমাই দেখে 'বিলেই' হোকাবোৰ হুপি ফুৰিছে। খং-মুৱাকৈ বিশ্বনাথে সুধিলে "বিলে, সেইয়া কি কৰিছ?" তেওঁ উত্তৰ দিলে "দেউতা চাইছোঁ জাত নামানিলে কি হয়?" "হয়নে দুষ্ট, গুচি নোযোৱা নে" বুলি ধমক দিয়াত আঁতৰ হৈ লৰ মাৰিলে।

বুদ্ধিমান নৰেন্দ্ৰনাথৰ পঢ়াশালীৰ জোখাই পঢ়া শেষ কৰিবলৈ সৰহ দিন নালাগিল। দুবছৰৰ ভিতৰতে সকলো শেষ হল। আন কি যিমান শিকিব লাগিছিল ইয়াৰ ভিতৰতে তাতোকৈ বহুত বেছি শিকিলে। এতিয়া পিতাৰকৰ ইচ্ছা তেওঁক ইংৰাজী স্কুলত নাম লগাই দিয়ে। কিন্তু নৰেন্দ্ৰনাথে কলে মই ইংৰাজী নপঢ়োঁ—সেইটো বিদেশী ভাষা। তেওঁৰ এনে কথা শুনি সকলো আচৰিত হল। পিতাৰকে নানান কথাৰেও লৰাক বুজাব নোৱাৰিলে

—মাকেও কত আদৰ কৰি পঢ়া-শুনা কৰিবলৈ কলে—তেওঁৰ একেটা কথা—"মই পঢ়া-শুনা কৰিম, কিন্তু ইংৰাজী নপঢ়োঁ।" কোনো কথাত থটি ধৰিলে তাক সহজে মনোৱা বৰ টান এই কথা সকলোৱে জানে। বিশেষতঃ বুদ্ধিজীবি বিশ্বনাথৰ সদায় নিয়মেই আছিল বলেৰে বা ভয় দেখুৱাই কেতিয়াও কোনো কাম কাৰো দ্বাৰা কৰোৱা উচিত নহয়। সেই কাৰণে তেখেতে শাসন নকৰি যেনেতেনে বুজাই-বৰাই নৰেন্দ্ৰক মান্তি কৰাবলৈ চেষ্টা কৰিলে আৰু বংশৰ ভিতৰতো যাক যাক নৰেন্দ্ৰই ভাল পায় আৰু কথা শুনে এনেকুৱা বহুতকো বুজাবলৈ লগাই দিলে।

কিছুমান দিনৰ পিচত এই বুজনিৰ ফল ফলিলে আৰু ইংৰাজী পঢ়িবলৈ মান্তি হল। তেওঁক আঠ বছৰ বয়সত মেট্ৰো-পলিটান স্কুলত নাম লগাই দিয়া হল। ইয়াত নৰেন্দ্ৰনাথৰ বহুতো সঙ্গী গোট খালে। ইয়াতো তেওঁৰ সাহস, বুদ্ধি আৰু ছাত্ৰৰ উপযোগী আন আন গুণ দেখি সকলোৱে তেওঁৰ ওপৰত চকু পৰিল। চাওঁতে চাওঁতে ছাত্ৰ-সমাজত তেওঁ 'দলপতি' ৰূপেই গণ্য হল। শিক্ষকসকলৰো নৰেন্দ্ৰনাথ অতি আদৰৰ ছাত্ৰ হল। নৰেন্দ্ৰনাথ অকল পঢ়াশুনাতে ভাল নহয় আন বহুতো গুণত শিক্ষক সকলেও তেওঁক যথেষ্ট মৰম কৰিছিল।

সকলোৱে পৰা মৰম পাবৰ কাৰণে নৰেন্দ্ৰনাথৰ যিবিলাক গুণ আছিল তাৰ ভিতৰত লগৰীয়াসকলৰ প্ৰতি তেওঁৰ অকপট স্নেহেই প্ৰধান। লগৰীয়াসকলক তেওঁ অতিকৈ ভাল পাইছিল আৰু কোনো অসুখ-বিসুখ আপদ-বিপদ হলে নিজে আৰু আনৰ হতুৱায়ো সকলো প্ৰকাৰৰ সহায় কৰিছিল। এনে কি তেওঁ দুখীয়া বুদ্ধিমান লৰাৰ মাচুল বা কিবা অভাবত পঢ়া সম্ভৱ নহলে তেওঁ পৰিচিত কোনো সদাশয় লোকৰ পৰাও সাহায্য আনি দি কৰ্ত্তব্য

কাম কৰা বুলি আনন্দ অনুভৱ কৰিছিল। কাৰণ তেওঁ সকলোৰে প্ৰিয়পাত্ৰ আৰু পৰিচিত আছিল। নৰেন্দ্ৰনাথে এনে সহৃদয়তা গুণ মাক ভুৱনেশ্বৰী দেৱীৰ পৰাই পাইছিল। দীন-দুখীক তেওঁ বৰ স্নেহ কৰিছিল। তেওঁ এসময়ত এজন নিঃকিন মুছলমানৰ পৰা লোৱা বেজেষ্টাৰি মাটি-সম্পত্তি বন্ধকি-দলিল লিহঁতৰ দুখ-দুৰ্গতিৰ কথা শুনি তেতিয়াই ঘূৰাই দিছিল।

নৰেন্দ্ৰনাথ ঘৰ-পৰ সকলোৰে স্নেহভাজন আছিল। তেওঁৰ মনত কেতিয়াও কোনো সঙ্কোচ বোধ নাছিল, কাৰণ তেওঁৰ জীৱনত কোনো কথাই লুক-ধুক নাছিল। সেই বাবে তেওঁ সকলোকতে হে নেলাগে অনপ ডাঙৰ হৈয়ো সকলোৰে ঘৰৰ ভিতৰলৈ পৰ্য্যন্ত অবাধে গৈছিল আৰু সকলোৰে লগত একোটা সম্বন্ধ পাতি লৈ সম্বোধন কৰিছিল। উচ্চ-নীচ জাত বুলি তেওঁ সকলোৰে পৰা নামানিছিল আৰু সকলোৰে লগত সমানে ব্যৱহাৰ কৰিছিল। এনেয়ে হাঁহি ধেমালি কৰাই নহয় সকলোৰে বিপদৰ সময়তো সাধ্য অনুসাৰে সহায়তা কৰিছিল, দুখ-বেজাৰৰ সময়ত সান্ত্বনা দিছিল আৰু সেইটো তেওঁৰ কৰ্ত্তব্য বুলি বুজিছিল আৰু সেই বিষয়ে ঘাইকৈ উৎসাহ পাইছিল পৰদুঃখকাতৰা মাকৰ পৰা। মাকে কৈছিল কৰ্ত্তব্য বুলি যিটো জানিবা তালৈ কেতিয়াও পৰাঙ্মুখ নহবা।

এতিয়াৰ পৰাই নৰেন্দ্ৰনাথে নিজৰ হাতখন [illegible] বন্ধু-সকলক দেখুৱাই সদায় কৈছিল, “দেখ হাতত এই চিন থকাত মই আগলৈ নিশ্চয় সন্ন্যাসী হম।” তেতিয়াৰ দিনৰ মানুহৰ সন্ন্যাসীৰ বিষয় বৰং অদ্ভুত ধাৰণাহে আছিল বিশেষতঃ আমাৰ দেশত। সকলো অৱস্থাৰ অতীতৰূপে নিজক এনেভাৱে কল্পনাৰ সহায়েৰেও ভবিষ্যৎ জীৱন সম্পৰ্কে ধাৰণা নিজ শক্তিৰে পৰিচায়ক।

এই কালৰ পৰাই তেওঁৰ আন দুটা বাই গুণ দেখা গৈছিল। এটা হৈছে *গল্প কৰিবৰ অদ্ভুত ক্ষমতা আনটো হৈছে সঙ্গীত প্ৰিয়তা। নিজৰ মাত আছিল অতি মিঠা আৰু গাবও আৰু বজাবও পাৰিছিল ভাল। পিচৰ জীৱনত দেখা যায় আন কি সময়ত পৰমহংস-দেৱও নৰেন্দ্ৰনাথৰ অনুৰাগভৰা গান শুনিবলৈ দক্ষিণেশ্বৰৰ পৰা খেদি আহিল। কালক্ৰমে প্ৰাচ্য আৰু পাশ্চাত্য উভয় প্ৰকাৰ সঙ্গীত অনুশীলন কৰি প্ৰতিষ্ঠা লাভ কৰিছিল। এবাৰ কোনো কথা শুনিলে মনত ৰৈছিল আৰু তাকে নিজৰ ভাবে সুন্দৰকৈ সজাই পৰিপাটিকৈ কব পৰা ক্ষমতা নৰেন্দ্ৰনাথৰ সৰু কালৰে পৰা দেখা যায়।

নৰেন্দ্ৰনাথৰ বয়স যেতিয়া এঘাৰ বছৰ সেই সময়ত তেতিয়াৰ দিনৰ প্ৰিন্স অব ওয়েলচ্—পিচত ভাৰত সম্ৰাট এডৱাৰ্ড দি এইঠ ভাৰত ভ্ৰমণলৈ অহাত লগত এখন 'ড্ৰেডনট' (যুদ্ধ জাহাজ) আহিছিল আৰু সেইখন চাঁদপাল ঘাটত আছিল। জাহাজৰ উচ্চ

---

*কলিকতাত ছাত্ৰাৱস্থাত থকা কালত এদিন দুপৰীয়া পূজনীয় শ্ৰীযুত মহেন্দ্ৰনাথ দত্তৰ ওচৰলৈ যাওঁতে হঠাতে তেখেতে কলে 'মহাদেৱ এটা গল্প কছোন।' এনে অপ্ৰত্যাশিত কথাত মই আচৰিত হলোঁ আৰু কিনো গল্প কম ভাবিবলৈ ধৰিলোঁ। অলপ পিচত আকৌ কলে নোৱাৰ যদি এটা সাধু কথাকে ক। তাকো কোৱাত লেহেম কৰা দেখি কলে—মন সদায় সকলো কামৰ কাৰণেই তৈয়াৰ ৰাখিব লাগে। এই হাঁহি-ধেমালি আকৌ এই ধ্যান-জপ। ইয়াকে বোলে elasticity of brain স্বামীজীৰ এইটো এটা অদ্ভুদ ক্ষমতা আছিল। যাৰে তাৰে এই ক্ষমতা নহয়। তেখেতৰ এই ক্ষমতা আজীৱন আছিল।

ৰাজ কৰ্ম্মচাৰীৰ হুকুমত সেই জাহাজ চাবলৈ অনুমতি দিছিল। নৰেন্দ্ৰনাথৰ লগৰীয়াইতেও ধৰিলে বলাহঁক আমিও যুদ্ধজাহাজ কেনে চাই আহোঁগৈ। কিন্তু কথা হল হুকুমৰ কাগজ পোৱা যায় কেনেকৈ? বৰ চাহাবক দেখা কৰি হুকুম আনে কোনে নৰেন্দ্ৰ নাথৰ বাহিৰে। ভাবি চিন্তি নৰেন্দ্ৰনাথে কথাটো যেতিয়াই গাত পাতি ললে তেতিয়া আৰু তালৈ পিচ ভৰি নাই—লাগে সি যিমানেই টান কাম নহওক।

যথা সময়ত দৰ্খাস্ত লিখি লৈ চৌৰঙ্গীৰ বৰ চাহাবৰ অফিচলৈ গল। তলতে দাৰোৱানে কথা-বতৰা নাই কৰা মানুহ যেন দেখিয়েই কলে "ওপৰলৈ যাব নোৱাৰা। চাহাবৰ হুকুম নাই। ইমানকণ লৰাই যুদ্ধ জাহাজ চাব?" কথা বিলাকে নৰেন্দ্ৰনাথৰ অন্তৰত আঘাত কৰিলেও এতিয়াই দাৰোৱানৰ লগত কাজিয়া কৰা উচিত নহব বুলি ভাবি নিজৰ খং দমাই মনে মনে থাকিল। মনে মনে কিন্তু চেনু বিচাৰিলে কি উপায়ে চাহাবৰ ওচৰ পাব পাৰি। সেইখিনি পাবগৈ পাৰিলে বাকীখিনি কাম [illegible] সমাধা কৰিব পাৰিব। এসময়ত দাৰোৱান অলপ আন ফালে মন কৰি থকাত দেখা পালে কোঠাটোৰ কাষেদি ওপৰলৈ উঠি যাবৰ একাঁ-বেকাঁ লোহাৰ চিঁৰি এডাল আছে। অলপো পলম নকৰি আৰু নভবাকৈয়ে সেই চিৰিয়েদি ওপৰলৈ উঠি ঠিক চাহাব থকা কোঠাৰ দুৱাৰমুখতে ওলাল গৈ। লাহেকৈ পৰ্দাখন দাঙি কোঠাৰ ভিতৰ সোমাল। কোঠাত বহুতো মানুহ। চাহাবে এজন এজনকৈ সকলোৰে কাগজ পাই যাব যেনে কাম শেষ কৰি নৰেন্দ্ৰৰ ওচৰ পালে। নৰেন্দ্ৰই লিখি নিয়া দৰ্খাস্তখন চাহাবৰ আগত দিলে। চাহাবে কোনো কথা নোকোৱাকৈয়ে হুকুম দিলে। দৰ্খাস্তখন লৈ কাৰ্য্য সিদ্ধিৰ গৌৰৱত এইবাৰ সদৰ বাটেদি নামি আহিল

আৰু তলত সেই দাৰোৱানৰ লগত দেখা হল। দাৰোৱানে দেখি আচৰিত হল আৰু সুধিলে "তুমি কেনেকৈ ওপৰলৈ গলা?" নৰেন্দ্ৰই খঙতে উত্তৰ দিলে "মই যাদু মন্ত্ৰ জানো।" ইয়াৰ পৰাই বুজিব পাৰি নৰেন্দ্ৰৰ কেনে সাহস আৰু বিবেচনা। এনে বিবেচনা-শক্তি তেওঁৰ সদায় সকলো কামতে আছিল।

নৰেন্দ্ৰনাথে সদায় ফপল্থ ৰং-ধেমালি কৰিয়েই যে সময় নিয়াইছিল এনে নহয়। তেওঁলোকৰ "পাৰাত" লগৰীয়া লৰাবিলাকে বে লগলাগি ব্যায়াম কৰিবলৈ এখন "জিমখানা" (নানাৰকম শৰীৰ চৰ্চ্চাৰ সঁজুলি থকা ঠাই) তৈয়াৰ কৰিলে। ইয়াতেই সকলোৱেই নিয়মিতৰূপে ব্যায়াম কৰিছিল। এই দৰে ইয়াতো, কোৱা বাহুল্য, নৰেন্দ্ৰনাথেই সকলো প্ৰকাৰ ব্যায়ামতে আন লগৰীয়াসকলক চেৰ পেলাইছিল।

নিজৰ পিতৃ-মাতৃৰ প্ৰতি নৰেন্দ্ৰনাথৰ অগাধ বিশ্বাস আছিল। সিবিলাকৰ পৰাই তেওঁ ভবিষ্যৎ জীৱনৰ আৰ্হি আৰু শিক্ষা পাইছিল। তেওঁৰ ধাৰণা আছিল (আচলতেও সত্য) তেওঁৰ পিতাৰকৰ দৰে বিদ্বান, বুদ্ধিমান, গম্ভীৰ, উচ্চহৃদয় আৰু বিবেচনা শক্তি থকা মানুহ নাই। তথাপি তেওঁৰ স্বভাৱ অনুযায়ী পিতাৰকে কোৱা সকলো কথাকে তেওঁৰ মনত নোসোমালে মানি নলৈছিল আৰু সময়ত তৰ্ক কৰিছিল। তৰ্ক কৰিবলৈ পিতাৰকেও সদায় উৎসাহ দিছিল; কাৰণ ইয়াৰ দ্বাৰা লৰাৰ নিশ্চয় বিচাৰ বুদ্ধি বাঢ়িব আৰু বেছিকৈ জানিবলৈ উৎসাহ পাব।

মাকৰ প্ৰতিও নৰেন্দ্ৰনাথৰ অপৰিসীম ভক্তি আছিল। মাকৰ উপদেশ কেতিয়াও লঙ্ঘন কৰা নাছিল। পিচৰ কালত তেওঁ কৈছিল "মোৰ জ্ঞান বিকাশৰ কাৰণে মই মাৰ ওচৰত ঋণী।" তেওঁ আৰু কৈছিল 'যি মাকক পূজা কৰিব নেজানে সি কেতিয়াও

ডাঙৰ হব নোৱাৰে।" ধৰ্ম্মপৰায়না মাকে সততে কোনো সুযোগ পালেই প্ৰত্যেক কথা কামৰ ভিতৰেদি নৰেন্দ্ৰনাথক মনৰ জোখাই উপদেশ আদিৰ দ্বাৰা গঢ়ি তুলিছিল। তেখেতে ঘাইকৈ উপদেশ দিছিল 'আজীৱন সত্য-পথত থাকিবা, পবিত্ৰ হবা, নিজৰ মৰ্য্যাদা ৰক্ষা কৰিবা, আনৰ স্বাধীন চিন্তাত হস্তক্ষেপ নকৰিবা; শান্ত হবা কিন্তু আৱশ্যক হলে কোনো বিষয়ত ডাঠ দি ধৰিবা।" মাকৰ এই অমূল্য উপদেশ নৰেন্দ্ৰনাথে বৰ্ণে বৰ্ণে পালন কৰিবলৈকে কৰ্ম্মময় জীৱন যাপনৰ ব্ৰত গ্ৰহণ কৰিছিল।

পিতাৱক বিশ্বনাথে স্বাস্থ্যোন্নতিৰ কাৰণে কিছুদিন সপৰিবাৰে 'ৰায়পুৰত' বাস কৰিছিল। তাত প্ৰায় দুবছৰ থাকিল। নৰেন্দ্ৰনাথো লগতে থাকিব লগাত পৰিল। এই ঠাই ডোখৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যত তেওঁৰ মন অতিশয় প্ৰফুল্ল হল। তেওঁৰ স্বভাৱতে ধ্যানপ্ৰিয় মন শান্তভাবে নিৰ্জ্জনত ধ্যান কৰিবৰ বহুতো সুচল পালে। তেওঁৰ অন্তৰৰ গোপনতম প্ৰদেশত প্ৰবাহিত উচ্চ-ভাব ধাৰা মাজে মাজে এনে গম্ভীৰ ভাবে ধ্যানৰ মাজতে প্ৰকাশ পাইছিল।

ৰায়পুৰত পঢ়িবলৈ কোনো হাইস্কুল নথকাত এতিয়া পিতাৱকৰ তত্ত্বাৱধানতে নৰেন্দ্ৰনাথে পঢ়িছিল। বিচক্ষণ বুদ্ধিমান বিশ্বনাথে প্ৰকৃত পৰিচালনা ক্ষমতাৰে নৰেন্দ্ৰনাথক শিক্ষাৰ প্ৰকৃত মৰ্ম্ম বুজাবলৈ চেষ্টা কৰিলে। যেই কোনো বিষয়ৰ মূল কথালৈ দৃষ্টি কৰিবলৈ শিক্ষা পিতাৱকৰ পৰাই পাইছিল। ইয়াৰ দ্বাৰা বিচাৰ বুদ্ধিৰ তীক্ষ্ণতা বাঢ়ে আৰু যেই কোনো ডাঙৰ কথাৰে অৰ্থ গ্ৰহণ কৰিবলৈ সুচল হয়। দেখা যায় এই গুণ আয়ত্ত কৰাৰ বাবেই নৰেন্দ্ৰনাথে সকলো কথাকে মানুহৰ মনত দৃঢ় ভাবে অঙ্কিত কৰি সকলোকে অভিভূত কৰিব পাৰিছিল।

মুঠতে প্ৰায় দুবছৰ ৰায়পুৰত থাকি তাৰ পৰা ঘূৰি আহি আকৌ নানা যত্ন কৰি দুই শ্ৰেণীৰ ওপৰত নৰেন্দ্ৰনাথক ভৰ্ত্তি কৰি দিলে। তিনি বছৰৰ পঢ়া একেবছৰতে শেষ কৰি মেট্ৰপলিটান স্কুলৰ পৰা ১৬ বছৰ বয়সত নৰেন্দ্ৰনাথে প্ৰথম বিভাগত এণ্টেন্স পৰীক্ষা পাছ কৰিলে। সেই বছৰেই বক্সিং প্ৰতযোগিতাতো নৰেন্দ্ৰনাথ প্ৰথম হৈ কলিকতাত নাম কৰিলে।

মুঠতে দেখা যায় লৰাকালৰে পৰা নৰেন্দ্ৰনাথ সকলো বিষয়তে চৰা আছিল। তেওঁ যেনে আছিল তেজস্বী অথচ তেনে আছিল মৰ-মিয়াল, মনত সদায় উচ্চকাঙ্ক্ষা বুদ্ধিও আছিল প্ৰখৰ, খেল-ধেমালিত মত্তলীয়া, নতুন কিবা চাবলৈ বা কৰিবলৈ ব্যগ্ৰ আৰু যেই কোনো বাধা বিঘিনি হলেও তাক অতিক্ৰম কৰিবলৈ দেহেকেহে যত্নশীল আৰু উদ্যোগী। নিজে আত্মনিৰ্ভৰশীল আছিল আৰু নিজক কেতিয়াও সৰু বুলি নাভাবিছিল। বৰ্ত্তমানে আমাৰ মাজত এই গুণৰ যে বহুতো অভাব হৈছে এই বিষয় সন্দেহ নাই।



## ছাত্ৰজীৱন

যোল বছৰ বয়সতে এণ্ট্ৰেঞ্চ (আজিকালি মেট্ৰিকুলেছন) পৰীক্ষা পাছ কৰাৰ পিচত নৰেন্দ্ৰনাথক প্ৰেচিডেঞ্চি কলেজত ভৰ্ত্তি কৰি দিয়া হল। স্কুলীয়া লগৰীয়াসকলক, শিক্ষকসকলক, স্মৃতি-ভৰা স্কুল ঘৰ প্ৰভৃতি এৰি আহিবলৈ তেওঁ মনত কষ্ট পাইছিল। সময়ৰ লগে লগে কিন্তু নিজ গুণৰ বলেৰে তেওঁ ইয়াতো সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ সমৰ্থ হল আৰু ইয়াৰ লগৰীয়া সকলৰ মাজতে নহয় গোটেই কলেজতে এজন সকলো বিষয়তে নিপুণ আৰু ভাল লৰা বুলি খ্যাতি আৰ্জ্জি ললে। তেওঁ এবছৰ মাথোন এই কলেজত পঢ়িলে। দ্বিতীয় বছৰত তেওঁ "জেনেৰেল এচেম্-লিজ ইন্‌ষ্টিটিউচনলৈ" আহিল। ইয়াত তেওঁ উন্নততৰ জীৱন কেনেকৈ লাভ কৰিব পাৰি তাৰ সন্ধানত আত্মনিয়োগ কৰিলে।

কলেজত পঢ়া আৰম্ভ কৰাৰ লগে লগে তেওঁৰ চঞ্চল স্বভাৱ বহুতো কমিল। এতিয়া তেওঁৰ স্বভাৱ অলপ গম্ভীৰ হলেও তেওঁৰ মুখত হাঁহি-ধেমালি কেতিয়াও গুচা নাই। যেই কোনো কথাৰ কৌতুকৰ ভাগটোকেই সদায় আগতে তেওঁ গ্ৰহণ কৰিছিল। এতিয়াৰ পৰা তেওঁৰ মন কৰিবলগীয়া ঘাই পৰিবৰ্ত্তন হল—পঢ়া-শুনাত বিশেষ মনোযোগ। তেওঁ কিন্তু অকল কলেজৰ পাঠ্য কিতাপতে মাথোন অধ্যয়ন নিবদ্ধ ৰখা নাছিল। তেওঁ ভাল ভাল নাটক, নভেল, কাব্য, সাহিত্য, মাহিলি কাকত, উৎকৃষ্ট ৰচনা, আৰু খবৰৰ কাগজ মন দি পঢ়িছিল। সাধাৰণতঃ দেখা যায় কেইমাহমান আগতে মাথোন পৰীক্ষাৰ কাৰণে তেওঁ প্ৰস্তুত

হৈছিল। তেওঁৰ বুদ্ধি চোকা আৰু স্মৰণশক্তি প্ৰখৰ থকা কাৰণে এবাৰ যেনেতেনে কিতাপখন পঢ়ি শেষ কৰিব পাৰিলে সি সদায় তেওঁৰ মনত থাকিছিল। তেওঁ কিন্তু পঢ়ি যাওঁতে পঢ়া বিষয়ৰ মৰ্ম্ম বুজাকৈ এনেয়ে মাথোন পঢ়ি যোৱা নাছিল। গতিকে তেওঁ যি পঢ়িছিল সি চিৰকালৰ কাৰণে মনত থাকি গৈছিল।

কলেজত পঢ়াৰ লগে লগে নৰেন্দ্ৰনাথে বক্তৃতা দিবলৈ অভ্যাস কৰিছিল। কলেজৰ প্ৰফেচৰ এজনৰ বিদায় সম্বৰ্দ্ধনাত তেওঁ আধাঘণ্টা সময় এটা বক্তৃতা দিছিল। সেই সভাত সভাপতি আছিল স্বৰ্গীয় সুৰেন্দ্ৰ নাথ বানাৰ্জ্জী। নৰেন্দ্ৰনাথৰ ভাষা, পদ-লালিত্য আৰু উচ্চভাবপূৰ্ণ সেই বক্তৃতাৰ প্ৰশংসা কৰিছিল আৰু পিচত মন্তব্য কৰিছিল (সম্ভৱতঃ চিকাগো বক্তৃতাৰ খবৰ পাই) "ভাৰতবৰ্ষত এওঁৰ দৰে বক্তা জন্ম গ্ৰহণ কৰা নাই।" আচলতে তেখেত নিজে আৰু কেশৱ সেন প্ৰমুখ দুই এজন প্ৰতিভাশালী বাগ্মী পুৰুষ থাকিলেও নৰেন্দ্ৰনাথৰ দৰে অন্তৰ স্পৰ্শ কৰিব পৰা ভাব আৰু ভাষাৰ সম্পদ ইবিলাকৰ তুলনাত অদ্বিতীয় আছিল।

সৰুকালৰে পৰা পিতাওকৰ উৎসাহত তৰ্ক-যুক্তি কৰি কোনো মত খণ্ডন কিম্বা কোনো কথা বুজিবলৈ নৰেন্দ্ৰনাথে চেষ্টা কৰিলেও এই গুণ আৰু বেছি পৰিমাণে আয়ত্ব কৰিবলৈ তেওঁ কলেজৰ 'Debating club' 'তৰ্ক সভাত' বিশেষ আগ্ৰহেৰে যোগ দিছিল আৰু সূক্ষ্ম বিচাৰযুক্ত তৰ্ক কৰি সকলোৰে পৰা প্ৰশংসা লাভ কৰিছিল।

ৰহস্য-বিদ্ৰূপ, আমোদ-প্ৰমোদ, খেমালি-সঙ্গীতত সদায় অগ্ৰণী আছিল। নিজৰ চৰিত্ৰৰ মাধুৰ্য্যত, অকপট আৰু সৰল ব্যৱহাৰত কলেজৰ দেশী বা বিলাতী যেই সেই 'প্ৰফেচৰ' সকলৰ অতি প্ৰিয়পাত্ৰ আছিল। তেও সিবিলাকক শ্ৰদ্ধা কৰিছিল আৰু তেওঁ

বুজিব নোৱাৰা পাঠ্য কিতাপৰ বাহিৰৰ কথাও সুধি লৈছিল। ইয়াত বহুতো 'প্ৰফেচৰ' বৰং তেওঁৰ বুদ্ধি আৰু জ্ঞানৰ পৰিচয় পাই সুখী হৈছিল।

সাধাৰণতঃ ছাত্ৰসকলে দিনে-ৰাতিয়ে নিৰূপিত পাঠ্য পঢ়িও বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাচ কৰিব নোৱাৰি বহুতো হতাশ হয়। নৰেন্দ্ৰনাথে কিন্তু আজীৱন পৰীক্ষাৰ সময়ত মাথোন নিৰূপিত পাঠ্য পঢ়া দেখি আৰু বিশেষকৈ পৰীক্ষাৰ সময় হলেও তেওঁলৈ বিশেষ ভ্ৰূক্ষেপ নকৰি সদায় যেনে তেনে ভাবেই হাঁহি-ধেমালি আৰু স্ফূৰ্ত্তি কৰি ফুৰা দেখি কোনো কোনো লগৰীয়াই আচৰিত হৈ সুধিলে উত্তৰ দিছিল, "পৰীক্ষাটোনো কি কথা? পৰীক্ষা পাচ কৰাই জীৱনৰ একমাত্ৰ উদ্দেশ্য নহয়। আচলতে অকল পৰীক্ষা পাছ কৰিবলৈ পঢ়া মানে স্মৰণ শক্তিৰ অপব্যৱহাৰ কৰা। জ্ঞান লাভ কৰিবলৈ পঢ়াই প্ৰকৃত পঢ়া। দুঃখৰ কথা আমাৰ দেশৰ ডেকাসকল কোনেও এই ভাবে নপঢ়ে। সঁচাকৈয়ে প্ৰকৃত জ্ঞান লাভ কাক বোলে তাৰ উদ্দেশ্য আৰু আমাৰ চৰিত্ৰৰ ওপৰত তাৰ প্ৰভাব কি এই বিষয়ে কেইজনে চিন্তা কৰে?"

নৰেন্দ্ৰনাথৰ উক্ত কথাখিনি তেতিয়াৰ হে নালাগে আজিৰ দিনৰ কাৰণেও কিমান সত্য কথা অলপ ভাবিলেই বুজিব পাৰি। এনে সূক্ষ্মদৃষ্টি নৰেন্দ্ৰনাথৰ চিৰকালৰ। দূৰদৰ্শিতাৰ গুণো যে কিমান আছিল সকলো কথাৰ পৰ্য্যবেক্ষণ শক্তি কিমান প্ৰবল আছিল এই কথাৰ পৰাই অনুমান নে? এইদৰেই প্ৰকৃত মহৎ লোকে নিজ আবেষ্টনিৰ প্ৰভাব অতিক্ৰম কৰি প্ৰকৃত সত্য আৰু তাক লাভ কৰিবৰ পন্থা সকলো কাৰ্য্যতে সকলো অৱস্থাতে লাভ কৰে। সৰ্ব্বসাধাৰণৰ এনে গুণ কেতিয়াও থাকিব নোৱাৰে।

যথাকালত ১৮ বছৰ বয়সতে নৰেন্দ্ৰনাথে অতি সুখ্যাতিৰে

এফ, এ পৰীক্ষা পাছ কৰিলে। এতিয়া তেওঁ বি. এ শ্ৰেণীত ভৰ্ত্তি হল আৰু পঢ়া-শুনাত বিশেষ মনোযোগ দিলে। যি কেইটা বিষয়ত তেওঁ বিশেষ মন দি পঢ়িছিল তাৰ ভিতৰত ইতিহাস আৰু দৰ্শন শাস্ত্ৰ প্ৰথম। শ্ৰেণীৰ পঢ়াৰ উপৰিও সেই সেই বিষয়ৰ আন আন বিখ্যাত গ্ৰন্থকাৰসকলৰ গ্ৰন্থৰাজী পঢ়ি আয়ত্ব কৰিছিল। য়ুৰোপৰ ইতিহাস, ইংৰাজ জাতিৰ ইতিহাস, ভাৰতৰ ইতিহাস, ৰোম সাম্ৰাজ্য কি কি কাৰণত পতন আৰু ধ্বংস হল তাৰ ইতিহাস আৰু বীৰ ফৰাচী জাতিৰ ইতিহাস অতি মনোনিবেশ সহকাৰে পাঠ কৰিছিল। নেপোলিয়ানক এজন প্ৰকৃত বীৰ বুলি পূজা কৰিছিল। ভবিষ্যৎ জীৱনত- প্ৰব্ৰজ্যা কালত যেতিয়া ভাৰতীয় আৰু আন ইউৰোপ আৰু আমেৰিকাত ঐতিহাসিক স্মৃতিপূৰ্ণ ভাড়ৰ ঠাইবোৰ দেখি যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। ইয়াৰ পৰা মনত যথেষ্ট বল পাইছিল আৰু অভিজ্ঞতাৰ ফলত ভাৰতীয় সভ্যতাৰ বিষয়ে মনত দৃঢ় ৰেখাপাত হৈছিল আৰু গৌৰৱমণ্ডিত স্মৃতিবোৰ দেখি নিজে তাৰ বংশধৰ বুলি গৌৰৱে৷ অনুভৱ কৰিছিল। এই অধ্যয়নৰ ফলত সমুদ্ৰ যাত্ৰাৰ প্ৰতীচ্য ভূখণ্ডত যাবতীয় ঐতিহাসিক তথ্যবোৰ জনাৰ ফলত বেলেগ বেলেগ ঠাইত তাৰ ধ্বংসাৱশেষ আৰু সমৃদ্ধি উভয়কে দেখি অভিজ্ঞতা লাভৰ ফলত প্ৰকৃত জ্ঞানাৰ্জ্জন কৰিব পাৰিছিল।

বি-এ শ্ৰেণীত পঢ়িব লগা দৰ্শন শাস্ত্ৰতে নৰেন্দ্ৰনাথৰ অধ্যয়ন সীমাবদ্ধ নাছিল। তেওঁ হিন্দু-দৰ্শন এতিয়াৰ পৰাই পঢ়িবলৈ আৰম্ভ কৰে। আনফালে তেওঁক আকৃষ্ট কৰিছিল হাৰ্বাৰ্ট স্পেন্চাৰৰ দাৰ্শনিক-মতে। দুয়ো প্ৰকাৰ দাৰ্শনিক-তত্ত্ব আলোচনাৰ ফলত নৰেন্দ্ৰনাথৰ মনত সত্য সম্বন্ধে বিচাৰ কৰিবলৈ উৎসুক কৰি তুলিলে। নৰেন্দ্ৰনাথে গভীৰ ভাৱে অধ্যয়ন কৰিও

স্তাত সত্য বিচাৰি নেপালে। এতিয়াৰ পৰাই তেওঁৰ হৃদয় সত্য-লাভৰ কাৰণে ব্যগ্ৰ হৈ উঠিল। কথিত আছে নৰেন্দ্ৰনাথে হাৰ্ব্বাৰ্ট স্পেন্চাৰ মহাশয়লৈ চিঠি লিখি তেওঁৰ মতবাদৰ ওপৰত মন্তব্য কৰি পঠাইছিল। সেই মন্তব্য পাই দাৰ্শনিক পণ্ডিত অতিশয় আনন্দত হৈ সেই মত গ্ৰহণ কৰি পৰবৰ্ত্তি সংস্কৰণত তাক গ্ৰহণ কৰিছিল। পাশ্চাত্য দেশৰ সেই সময়ৰ যাবতীয় বিদ্যাত দাৰ্শনিক সকলৰ মতবাদ অতি যত্ন সহকাৰে পাঠ কৰিছিল আৰু ভাৰতীয় দৰ্শন শাস্ত্ৰৰ ভাবধাৰাৰ লগত তাৰ তুলনা কৰি নিজ-মত গঠন কৰিছিল। বেদান্ত পাঠ কৰাৰ পিচত নৰেন্দ্ৰনাথে কৈছিল ভাৰতীয় দৰ্শন শাস্ত্ৰৰ গভীৰ তত্বালোচনাৰ আগত ইউৰোপীয় দৰ্শনৰ ভাবধাৰা যেন নিচেই চালুকিয়া অৱস্থাত।

নৰেন্দ্ৰনাথে গণিত-জ্যোতিষ ( Astronomy ) আৰু Higher mathematics—গণিতৰ উচ্চ তত্বাংশ ভালৰকমে পাঠ কৰি আমোদ বোধ কৰিছিল। বৈজ্ঞানিক কোনো নতুন তথ্য আবিষ্কাৰ হোৱা মাত্ৰকতে তাৰ মূলতত্বটো জানিবলৈ তেওঁ বৰ হাবিলাষ কৰিছিল।

এই সময়তে তেওঁ নিয়মিতৰূপে সঙ্গীত বিদ্যা শিকিবলৈ দিহা কৰি লৈছিল পিতাৰকৰ সহায়ৰে। আৰু সেই সময়ৰ বিখ্যাত সঙ্গীতজ্ঞৰ ওচৰতে তাল, মান, সুৰৰ জ্ঞান লৈছিল। বাদ্যযন্ত্ৰও শিকিছিল আৰু সবাতোকৈ মৃদঙ্গত তেখেতৰ সমকক্ষ সেই সময়ত কোনো বাদক নাছিল।

যেই সেই অনুষ্ঠানতে নৰেন্দ্ৰনাথ নহলে উকা যেন কৈছিল। তেওঁ থাকিলেই যেন যেই-সেই ক্ষেত্ৰতে আনন্দৰ সোঁত বৈ গৈছিল। ইমান গভীৰ তত্বপূৰ্ণ বিষয়ত অতি মনোযোগ সহকাৰে অধ্যয়নৰত থাকিলেও তেওঁৰ সেই ৰসিকৰূপ, সদায় হাঁহিমুখ, সকলো কথা

আনন্দৰ ফালৰ পৰা গ্ৰহণ কৰিবৰ ক্ষমতা চিৰকাল অটুট আছিল। সাংসাৰিক কোনো বিঘিনিয়ে কোনো নিষ্পেষণে তেওঁৰ অন্তৰৰ অফুৰন্ত হাস্যালাপ লোপ কৰিব পৰা নাছিল। কোনো অনুষ্ঠানলৈ তেওঁ যোৱাত পলম হলেই সকলোৱে হাহাকাৰ লগাইছিল। নৰেন্দ্ৰনাথ কতা? তেওঁক খবৰ কৰা, মাতি আনা। তেওঁ নহলে সকলো মিছা হব।

আগতে কোৱা হৈছে তেওঁ বৰ অনুকৰণ প্ৰিয় আছিল। বাটেদি মাজে মাজে সৈন্যবিলাক 'মাৰ্চ্চ' কৰি যোৱা দেখি এসময়ত (স্কুলত পঢ়া অৱস্থাত) তেওঁ এটা দল গঠন কৰি নিজে সেনাপতিৰ ভাও লৈ এদিন কলিকতাৰ ৰাস্তাত "মাৰ্চ্চ" কৰিছিল। এতিয়া তেনে চাঞ্চল্য নাথাকিলেও সেই গুণটো এতিয়াও আছে। এইবাৰ পাতিলে থিয়েটাৰ। সেই সময়ত কলিকতাত ষ্টাৰ থিয়েটাৰ আৰম্ভ হৈ নাট্যসম্ৰাট স্বৰ্গীয় গিৰিশ-ঘোষৰ পৰিচালনাত যথেষ্ট প্ৰতিপত্তি লাভ কৰিছিল। নৈতিক ভাব সংশোধনৰ মনেৰে নৰেন্দ্ৰনাথেও নিজৰ চুবুৰিত (পাৰাত) এটা থিয়েটাৰৰ দল তৈয়াৰ কৰি অভিনয় কৰিলে! ই কিন্তু সৰহ দিন স্থায়ী হোৱা নাছিল। লগৰীয়াসকলৰে মিলি কেতিয়াবা কেতিয়াবা কোনো পৰ্ব্ব উপলক্ষে আমোদ কৰিছিল মাথোন।

এতিয়াও তেওঁ নিয়মিত ব্যায়াম চৰ্চ্চা কৰিছিল। আগৰ স্থাপিত জিমখানাৰ উপৰিও তেওঁ এতিয়া সাঁতোৰা, নাও খেলা, লাঠি খেলা প্ৰভৃতি শিকিছিল আৰু বিশেষকৈ লাঠি খেলাত পাৰদৰ্শিতা লাভ কৰি গোটেই কলিকতাত নাম কৰিছিল প্ৰতিযোগিতাত বিজয় লাভ কৰি। ঘোঁৰাত উঠাত তেওঁৰ বৰ হেপাহ আছিল আৰু নিজৰ ঘোঁৰাত উঠি প্ৰায়েই ফুৰিছিল। লগৰীয়াসকলেৰে সৈতে গঙ্গাত মাজে সময়ে সাঁতুৰি, কেতিয়াবা নাও লৈ নিজে দাঁড়-বৈঠা

মাৰি খেলি প্ৰতিযোগিতা কৰি আনন্দ কৰিছিল। এই দৰেই তেওঁ শৰীৰ আৰু মনৰ সামঞ্জস্য বিধান কৰিছিল।

সেই সময়ত নৰেন্দ্ৰনাথৰ সকলো বিষয়তে যেনে প্ৰতিপত্তি আছিল সেই অৱস্থাত তেওঁ ইচ্ছা কৰিলে চহৰৰ বহুতো ধনী মানুহৰ লৰাৰ লগত বন্ধুতা পাতিব পাৰিলেহেঁতেন। তেওঁ কিন্তু কেতিয়াও ধনী মানুহৰ চৌখিন লৰাৰ লগত বন্ধুতা পতা নাই। তেওঁৰ সৰহভাগ বন্ধুৱেই আছিল দুখীয়া। তেওঁলোকৰ লগত থাকি আৰু বহুত সময়ত তেওঁলোকক যথাসাধ্য সাহায্য কৰিহে তেওঁ আনন্দ অনুভৱ কৰিছিল। বহুতো দুখীয়া লৰাক তেওঁ সহায় কৰিছিল।

পিতাৱকৰ আৰ্থিক অৱস্থা সেই সময়ত বৰ ভাল আছিল। দাস-দাসী, গাড়ী-ঘোৰা, ঘৰ-বাৰীৰ পাৰিপাট্য সকলো আছিল। তথাপি নৰেন্দ্ৰনাথে অ'ত সাধাৰণ ভাবেহে জীৱন যাপন কৰিছিল। তেওঁৰ পোছাক আছিল অতি সাধাৰণ। ফাট্‌ফিট মাৰি ফুৰা অভ্যাস তেওঁৰ কেতিয়াও নাছিল। লগৰীয়া সকলকো এনেভাবে চলিবলৈ সদায় প্ৰৰোচিত কৰিছিল। সৌখিন বাবুটি হৈ ফুৰা তেওঁ কেতিয়াও পছন্দ নকৰে আৰু আনকো তেনেভাবে ফুৰিবলৈ নিদিয়ে। কথিত আছে তেওঁৰ পঢ়া কোঠাটো কোনো পাৰিপাট্য দেখা নেযায়। অশেষ সুখশয্যা থাকিলেও তেওঁ মাটিত কঠ এটা পাৰিয়েই শুই থাকে। কোনো আড়ম্বৰ জীৱনত নাই—সহজ সৰল ভাবেই দিন কটায় কিন্তু তেওঁৰ চিন্তাধাৰা অতি ওখ থাপৰ আৰু অনুসন্ধিৎসু আছিল।

নানান বিষয়ত প্ৰতিভামণ্ডিত নৰেন্দ্ৰনাথৰ কিন্তু সবাতোকৈ ডাঙৰ সম্পদ আছিল তেওঁৰ নিৰ্ম্মল চৰিত্ৰ। তেওঁৰ এই চৰিত্ৰই তেওঁৰ কৰ্ম্মময় জীৱনৰ মেৰুদণ্ড স্বৰূপ আছিল। এই নৈতিক

জীৱন অক্ষুণ্ণ ৰাখিবৰ প্ৰধান সহায়ক আছিল নৰেন্দ্ৰনাথৰ মাতৃদেৱী। তেখেতে সদায় সকলো কথাতে এই বিষয়ে আদৰৰ ধন নৰেন্দ্ৰনাথক উপদেশ দি সাৱধান কৰি আছিল।

নৰেন্দ্ৰনাথৰ জীৱনত দেখা যায় আন এটা ডাঙৰ গুণ—সেইটো হৈছে স্বাভাৱিক আৰু স্বতঃ প্ৰবৃত্ত ভাবে ধ্যান কৰা। সৰু কালৰে পৰা তেওঁৰ এই গুণ দেখা যায়। কিন্তু এতিয়া বয়স আৰু জ্ঞান বৃদ্ধিৰ লগে লগে সি বাঢ়িছে—এৰা দিয়া নাই। এতিয়া বেদান্ত দৰ্শন পাঠ কৰি তেওঁ বুজিলে 'চিত্তশুদ্ধি' নহলে এই অদ্বৈতবাদ আয়ত্ত কৰিব নোৱাৰি। সেই কাৰণে এতিয়া তেওঁ ব্ৰহ্মচাৰীৰ দৰে জীৱন যাপন কৰিবলৈ ধৰিলে। ৰাতি বহুত পৰলৈকে এতিয়া তেওঁ ধ্যানমগ্ন থাকে আৰু সত্য উপলব্ধি কৰিবলৈ চেষ্টা কৰে। এই ভাব উত্তৰ জীৱনত বৰং মহদাশ্ৰয় পাই বাঢ়িলহে কেতিয়াও কমা নাই। মুঠতে এই সময়ৰ পৰাই তেওঁ কোনো সত্য গ্ৰহণৰ আগতে বিচাৰ কৰিবলৈ আৰু ধ্যান আৰু প্ৰাৰ্থনা কৰিবলৈ নিয়মিত আৰম্ভ কৰিলে।

ছাত্ৰজীৱনত নৰেন্দ্ৰনাথৰ প্ৰভূত গুণৰাশিৰ কথা উল্লেখ কৰি শেষ কৰিব নোৱাৰি। ইয়াত আমি কলেজৰ প্ৰিন্সিপ্যাল বিখ্যাত দাৰ্শনিক পণ্ডিত ৰেভাৰেণ্ড W. W. হেষ্টী চাহাবৰ আৰু ইংৰাজ জীৱনীলেখকৰ চমু মন্তব্য দিয়েই সামৰণি মাৰিম। কোৱা বাহুল্য এই পণ্ডিত প্ৰবৰ হেষ্টি চাহাবৰ ওচৰতে নৰেন্দ্ৰনাথে দৰ্শন শাস্ত্ৰ পঢ়িছিল আৰু লগৰীয়া আছিল স্বৰ্গীয় বিখ্যাত পণ্ডিত ডাক্তৰ * ব্ৰজেন্দ্ৰ নাথ শীল।

---

* কুচবিহাৰ ভিক্টোৰিয়া কলেজত পঢ়োঁতে এখেত তাত Principal আছিল। তেখেতৰ অসাধাৰণ পাণ্ডিত্য আৰু চৰিত্ৰৰ বিষয় জনা আছিল।

হেষ্টি চাহাবৰ মতঃ—'নবেন্দ্ৰনাথ দত্ত প্ৰকৃততে এজন প্ৰতিভাবান ছাত্ৰ। মই বহুত ঠাইত ফুৰিছোঁ, এনে কি জৰ্মান বিশ্ববিদ্যালয়ৰ দৰ্শন শাস্ত্ৰৰ ছাত্ৰসকলকো দেখিছোঁ কিন্তু এনেটি (মেধাবী) লৰা আৰু কতো পোৱা নাই। এই লৰাটিয়ে নিশ্চয় জগতত এটা নাম ৰাখি যাব।"

ইংৰেজ জীৱনী লেখক—"সমসাময়িক ডেকাসকলৰ ভিতৰত নবেন্দ্ৰনাথই এজন অদ্ভুত ডেকা আছিল। তেওঁ দুষ্টামীত আছিল লৰা, সঙ্গীতত ওস্তাদ, বিদ্যা-বুদ্ধিত পণ্ডিত, আৰু সাংসাৰিক কথাটো চিন্তাশীল দাৰ্শনিক—এনে এটি লৰা আন ঠাইত পোৱা দুৰ্ল্লভ।"

নবেন্দ্ৰনাথৰ কুৰি বছৰ বয়সত যথা সময়ত বি, এ পৰীক্ষা পাছ কৰিলে। তাৰ পিচত বি, এল শ্ৰেণীত পঢ়িবলৈ ভৰ্ত্তি হৈছিল যদিও তেওঁৰ পঢ়া-শুনা (বিশ্ববিদ্যালয়ৰ) সৰহ দিন নচলিল। সাংসাৰিক ধুমুহাত এতিয়াৰ পৰাই তেওঁৰ জীৱন আন ফালে চাল ললে। লিখা বাহুল্য যে অমিতাবিক্ৰম নবেন্দ্ৰনাথ কোনো ঘটনাতে বিচলিত হোৱা নাছিল। বৰং দেখা যায় সাংসাৰিক বিপদে তেওঁৰ মহত্ত্ব উজ্জলতৰ কৰি তোলাত সহায়ক হৈছিল।



# অন্তৰ্বিপ্লৱ

কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়া কালৰে পৰা নৰেন্দ্ৰনাথৰ গভীৰ ভাবান্তৰ উপস্থিত হোৱা দেখা যায়। তেতিয়া তেওঁৰ বয়স মুঠেই ওঠৰ বছৰ। এতিয়াৰ পৰা প্ৰায় চৌবিশ বছৰ বয়সলৈকে নৰেন্দ্ৰনাথ নানান বিপৰ্য্যয়ৰ মাজেদি জীৱন কটাব লগীয়া হলেও এই ডোখৰ কালতে তেৰে জীৱনৰ গতি নিৰ্দ্ধিকৃত হৈছিল। সেই ভাবৰ পৰা এই কেইবছৰ তেওঁৰ জীৱনত অতি লাগতিয়াল সময়। ইয়াৰো প্ৰথম দুই-তিনি বছৰ ভাবগত মানসিক বিপৰ্য্যয় আৰু শেষৰ কেবছৰমান সাংসাৰিক ঘটনাজনিত বিপৰ্য্যয়ে দেখা দিছিল। দেখা যায় সকলো অৱস্থাতে তেওঁ দৃঢ় আছিল আৰু ধৈৰ্য্য সহকাৰে নিজস্ব ৰক্ষা কৰিও সকলো অবহেলা ক্ৰমে লঙ্ঘন কৰি আপোন আদৰ্শত প্ৰতিষ্ঠিত হৈছিল। পৃথিৱীৰ আন আন মনস্বী পুৰুষসকলৰ দৰে এই কাল ডোখৰতে বিপৰ্য্যয়ৰ অগ্নি পৰীক্ষাত উত্তীৰ্ণ হবলৈ নৰেন্দ্ৰনাথ সমৰ্থ হৈছিল। ইয়াৰ পিচৰ পৰাই জগতত তেওঁৰ জীৱনৰ মহতী কৰ্ম্মাদৰ্শ ( mission ) প্ৰচাৰ আৰু স্থাপনৰ সূত্ৰপাত কৰে।

কলেজত দৰ্শন শাস্ত্ৰ অধ্যয়নৰ ফলত পাশ্চাত্য দৰ্শনৰ অজ্ঞেয়বাদ আৰু সংশয়বাদে তেওঁৰ মন ৰবকৈ আকৰ্ষণ কৰিছিল; বিশেষতঃ হাৰ্বাৰ্ট স্পেন্সাৰৰ মতবাদৰ ওপৰত তেওঁ যথেষ্ট গুৰুত্ব দিছিল। তথাপি তেওঁৰ বিচাৰপ্ৰৱণ মন ইয়াত সন্তুষ্ট নাথাকি আচল সত্য কি জানিবলৈ অতিশয় ব্যগ্ৰ হৈ উঠিল। তেওঁ অকূল চিন্তা সাগৰত নিমজ্জিত হল। এই বিচিত্ৰতাপূৰ্ণ দৃশ্যমান জগতৰ

এজন সৃষ্টিকৰ্ত্তা নাই নে? আছে যদি সি অজ্ঞেয় কিয় হব? তাক উপলব্ধি কৰাত 'সংশয়' কিয়? 'সংশয়' এটা নিৰূপিত আদৰ্শ হব পাৰে নে? সি মানুহক শান্তি বা পূৰ্ণতা দিব পাৰে নে?

যদি নোৱাৰে তেন্তে 'তেওঁৰ' সেই সৃষ্টিকৰ্ত্তাৰ বা মহাকাৰণৰ স্বৰূপ কি? কোনে কব তেওঁৰ স্বৰূপৰ কথা? নৰেন্দ্ৰনাথে এতিয়াহে নিতান্ত মানসিক চিন্তা ধুমুহাত অস্থিৰ হৈ উঠিল। তেওঁৰ স্বভাৱ অনুযায়ী চিৰকাল কোনো কথাৰ চূড়ান্ত জ্ঞান বা সম্যকজ্ঞান লাভ নকৰাকৈ নেৰে? তদুপৰি এতিয়া নিজে হিন্দুৰ বেদান্ত দৰ্শন পঢ়িবলৈ আৰম্ভ কৰাত ব্ৰহ্ম বা ঈশ্বৰৰ জ্ঞান সম্পৰ্কে তেওঁৰ মনত দুৰ্ঘোৰ চিন্তা উপস্থিত হল? তেওঁ ভাবিলে কত ইয়াৰ উত্তৰ পোৱা যাব? প্ৰচলিত হিন্দুধৰ্মত দেখিলে সঙ্কীৰ্ণতা, অত্যাচাৰ আৰু কপটতা, পুৰুহিত শ্ৰেণীৰ অধঃপতনৰ ফলত মানুহৰ মনত ধৰ্ম্ম বিষয়ত বীতশ্ৰদ্ধা। স্ত্ৰীজাতিৰো শিক্ষা নথকাত দেশত শিক্ষাৰ অভাবনীয় অধঃপতন।

এনেতে তেওঁ স্বৰ্গীয় ৰামমোহন ৰায়ৰ ৰচনাৱলী কিছুমান পাঠ কৰি কিছু আকৃষ্ট হল আৰু তেওঁ সেই সময়ৰ ব্ৰাহ্ম সমাজৰ নেতা 'কেশৱ সেনৰ' ওচৰত আত্ম-সমৰ্পণ কৰিলে। পাশ্চাত্য দেশত পৰ্য্যন্ত কেশৱ সেনৰ প্ৰচাৰৰ ফলত সেই সময়ত 'ব্ৰাহ্মধৰ্ম্ম বিশেষ ভাবে প্ৰচাৰিত হৈছিল। গতিকে প্ৰতি উপাসনাৰ দিনা নৰেন্দ্ৰনাথে ব্ৰাহ্ম সমাজত উপস্থিত থাকি 'ঈশ্বৰ' বা 'ব্ৰহ্ম' সম্বন্ধে উপলব্ধি কৰিবলৈ যত্ন কৰিলে। ইয়াত তেওঁ আকাঙ্খা কৰা মতে 'বস্তু' নাপালে আৰু ব্ৰাহ্মসকলৰ অনুসৃত নীতি বিষয়তো তেওঁৰ ধাৰণা মনঃপুত নহল। ইফালে পুৰণি ধৰ্ম 'পৌত্তলিক' বুলি একেবাৰে প্ৰত্যাখ্যান কৰাটো তেওঁ ভাল পোৱা নাছিল। তেওঁ জানিছিল 'সংস্কাৰ' লাগে কিন্তু সংস্কাৰ মানে ধ্বংস কৰি সংস্কাৰ

বা নতুন এটা গঢ়া নহয়। সংস্কাৰ মানে পুৰণিটোৰ জীৰ্ণ বা বেয়া অংশ মাথোন বাদ দিব লাগে। মূল ভেটী ৰাখিবই লাগিব। এতিয়াৰ পৰাই তেওঁ দেখিছিল 'অস্পৃশ্যতা' দোষে হিন্দু-ধৰ্মক পঙ্গু কৰিছে। ধৰ্মৰ বিকৃত অৰ্থৰ ফলত উদাৰতা কথাটো কতো দেখা পোৱা নাযায়। ধৰ্মানুষ্ঠানবিলাক অন্তঃসাৰ শূন্য হৈছে, তাৰ জৰিয়তে সুবিধাবাদী দল মাথোন গঢ়ি উঠিছে। ধৰ্মৰ নামত অনাচাৰ পৰ্য্যন্ত সোমাই গোটেই জাতিক ধ্বংসৰ ফালে টানি নিব লাগিছে। নৰেন্দ্ৰনাথৰ গতিকে এতিয়াৰ পৰা চিন্তা,—কেনেকৈ মৃতপ্ৰায় হিন্দু-ধৰ্মত প্ৰাণ প্ৰতিষ্ঠা কৰি তাৰ ভিতৰৰ পৰাই জাতীয় ভাব জগাই তুলিব পাৰি। দৰিদ্ৰতাৰ কঠোৰ পেষণৰ পৰা জাতিক মুক্ত কৰি শক্তিশালী জাতি গঠন কৰিব পাৰি। ইত্যাদি ভাবেই এতিয়াৰ পৰা নৰেন্দ্ৰনাথৰ ধ্যানৰ বস্তু হৈ উঠিল।

কেশবচন্দ্ৰ সেনক তেওঁ আদৰ্শ-পুৰুষ বুলি গ্ৰহণ কৰি লৈছিল। তেওঁৰ জ্ঞান আৰু বাগ্মিতাত মুগ্ধ হৈছিল; কিন্তু আচলতে যি বস্তু বিচাৰিছিল তাৰ সন্ধান তেওঁৰ ওচৰত নাপাই আকৌ চিন্তিত হল। ব্ৰাহ্ম সমাজত যোগ দি তেওঁ পোনতে অলপ দিনৰ কাৰণে শান্তি পালেও ভাবিলে আচলতে মোৰ ঈশ্বৰৰ দৰ্শন লাভ কত হল? বিশ্বব্ৰহ্মাণ্ডৰ মূলীভূত কাৰণ নাজানিলে জগতত জানিলো কি? দৰ্শন শাস্ত্ৰবিলাকেও ঈশ্বৰৰ স্বৰূপ বুজিবলৈ এটা চেষ্টা কৰিছে মাথোন। এই শাস্ত্ৰবিলাকৰ ভিতৰেদি ঈশ্বৰৰ দৰ্শন অসম্ভৱ। এতিয়া উপায় কি?

দ্বিতীয়তে তেওঁ আন উপায় নেদেখি মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ ওচৰলৈ গল। পাণ্ডিত্য, ত্যাগ, ধৰ্মাধিকাৰত সেই সময়ত 'মহৰ্ষি ঠাকুৰ' এজন অদ্বিতীয় পুৰুষ আছিল। নৰেন্দ্ৰনাথক দেখি, তেওঁৰ লগত কথাপাতি, মহৰ্ষিয়ে বুজিলে নৰেন্দ্ৰনাথ উত্তম আধাৰ।

সেই মতেই তেখেতে তেওঁক নানা সত্ উপদেশ দিলে আৰু ধ্যান-ধাৰণা কৰিবলৈকো বিধান দিলে। সেই উপদেশমতে কিছু-দিন কাৰ্য্য কৰিও তেওঁ যি বিচাৰিছিল নাপালে। মনত শান্তি নাই। অন্তৰত যেন এটা হতাশৰ ভাব আহি নিস্ক্রিয় কৰিব খোজে। পিচ মুহূর্ত্ততে বিদ্রোহী মন গুমৰি উঠে—সত্যৰ সন্ধান পাবই লাগিব, শাস্ত্র মিছা হলে ইমান দিন কিয় তাৰ অস্তিত্ব থাকিব? বেদান্ত দর্শনৰ যুক্তিবোৰ লৰাধেমালি নে? বৈজ্ঞানিক তত্ত্বৰ লগত বহুদূৰলৈকে দেখোন সামঞ্জস্যকে কৰিব পাৰি?

এদিন মহর্ষিক শেষ দেখা কৰি তেখেতৰ লগত চূড়ান্ত মীমাংসা কৰিবলৈ অধীৰ ভাবে গৈ দেখা পালে গঙ্গাত এখন ডাঙৰ নাৱত। নৰেন্দ্রনাথে নিতান্ত উত্তেজিত হৈ ডাঙৰকৈ সুধিলে "মহাশয়, আপুনি ঈশ্বৰ-দর্শন পাইছে নে নাই কওক" কিমান দিন আৰু অনিশ্চয়তাত থাকিব পাৰি?" সেই সময়ত মহৰ্ষি ধ্যানমগ্ন আছিল। নৰেন্দ্রনাথৰ কথাত চকু মুকালি চালে আৰু প্রশ্নৰ যথার্থ উত্তৰ দিব নোৱাৰি কলে "নৰেন, তোমাৰ চকু দুটি ঠিক যোগীসকলৰ চকুৰ দৰে।" নৰেন্দ্রনাথে বুজিব পাৰিলে তেওঁ কৰা প্রশ্নৰ সদুত্তৰ মহর্ষিৰ ওচৰত পাবলৈ আৰু আশা কৰিব নোৱাৰি। সেই কাৰণে সেই দিনাই প্রণাম কৰি মহর্ষিৰ ওচৰৰ পৰা নৰেন্দ্রনাথে বিদায় ললে।

ইয়াৰ পিচত নৰেন্দ্রনাথ যাব কলৈ? কাৰ আশ্রয়ত তেওঁৰ মনৰ জোখাই কথাৰ উত্তৰ পাব—মনত শান্তি পাব—তেওঁৰ চিন্তাৰ এটা মীমাংসা হব? মনত পৰিল শ্রীৰামকৃষ্ণ পৰমহংসদেৱৰ কথা! তেওঁক অলপতে আমাৰে চুবুৰিয়া সুৰেন্দ্রনাথ মিত্রৰ তাত দেখা পাইছিলোঁ। বর্ত্তমানে তেওঁ এজন ধাৰ্ম্মিক লোক বুলি নাম শুনাইছে। সিদিনা দেখি সম্পূর্ণ ভুবুকিলোঁ। এবাৰ তেওঁৰ ওচৰলৈকে যাম নে?

আচলতে সুৰেন্দ্ৰনাথ মিত্ৰ পৰমহংসদেৱৰ এজন ভক্ত। এদিন পৰমহংসদেৱক তেওঁৰ ঘৰলৈ মাতি আনিছিল। গান গাবলৈ আৰু কোনো নোহোৱাত নৰেন্দ্ৰনাথকে তালৈ মাতি নিছিল। পৰমহংসদেৱে নৰেন্দ্ৰনাথক দেখা পায়েই "উত্তম আধাৰ" বুলি চিনিছিল। কিন্তু নিজে একো নকৈ *ৰামচন্দ্ৰ দত্ত নামে নৰেন্দ্ৰনাথৰ এজন আত্মীয়ক নৰেন্দ্ৰনাথক এদিন দক্ষিণেশ্বৰলৈ লৈ যাবলৈ কৈ গৈছিল। সেইমতে ৰামচন্দ্ৰদত্তয়ো উপযুক্ত সময় বিচাৰি এতিয়া এদিন কলে "নৰেন, তই কি ধৰ্ম্ম, ধৰ্ম্ম কৰি এইদৰে ঘূৰি ফুৰিছ? যদি সচাঁকৈয়ে ধৰ্ম্ম কি জানিব খোজ তেন্তে দক্ষিণেশ্বৰলৈ যা পৰমহংসদেৱক দেখা কৰগৈ। তেখেতেই তোৰ মনৰ বাঞ্ছা পূৰ্ণ কৰিব।" নৰেন্দ্ৰনাথৰ নিজৰ মনৰ কথাৰ লগত ইয়াৰ মিল দেখি কিছু শান্ত হল আৰু এদিন লগত দুজন বন্ধু লৈ গাড়ী কৰি দক্ষিণেশ্বৰলৈ পৰমহংসদেৱক দেখা কৰিবলৈ গল।

তেওঁবিলাক যেতিয়া গৈ দক্ষিণেশ্বৰ পালে সেই সময়ত- পৰমহংসদেৱ কেইজনমান ভক্তৰে সৈতে নিজৰ কোঠাত বহি আছিল। এওঁবিলাক বহাৰ পিচত পৰমহংসদেৱে নৰেন্দ্ৰনাথক এটা গান গাবলৈ কলে। তেওঁ ব্ৰাহ্মসঙ্গীত এটি গালে। গোৱাৰ পিচত তেওঁক হাতত ধৰি পৰমহংসদেৱে আন এটা উত্তৰ ফালৰ কোঠালৈ মাতি নিলে। তাত বহুৱাই যেন কত দিনৰে চিনা-

* কাঁকুৰগাছি যোগোদ্যানৰ স্থাপন কৰ্ত্তা। ইয়াতেই প্ৰথমতে পৰমহংসদেৱৰ অস্থি—কলস স্থাপন কৰা হৈছিল। ইয়াৰ পৰাহে একাংশ পিচত বেলুড় মঠলৈ নিয়া হৈছিল। এখেত পৰমহংসদেৱৰ এজন পৰম অনুগত ভক্ত আছিল। ত্যাগ আৰু সেৱাত অতুলনীয়।

জনা মানুহ এনে ভাবে কলে—"ইমান দিনেও তই আহিব নাপাব নে? কত দিনৰ পৰাই মই তোৰ কাৰণে অপেক্ষা কৰি আছোঁ। ঘোৰ বিষয়াসক্ত মানুহৰ লগত কথা কৈ কৈ মোৰ ভাগৰ লাগিছে। যি হওক তই এতিয়াৰ পৰা আহিবি।" তাৰ পিচত তাতে বিচাৰি অলপ মাখন আৰু মিছিৰি পাই নৰেন্দ্ৰ-নাথক খাবলৈ দিলে। তেওঁ আপত্তি কৰি কলে মোৰ লগত অহা বন্ধু দুজনৰে বাৰু বাহিৰত একেলগে খাওঁগৈ। পৰমহংসদেৱে আপত্তি কৰি কলে, "বাৰু তেওঁবিলাকক দিম। এইয়া তই খা।"

সেই দিনা আৰু সৰহ কথা নকলে। পৰমহংসদেৱৰ এনে আপোন ভাবে কথা ব্যৱহাৰ বুজিব নোৱাৰি ভাবিলে "পৰমহংস-দেৱৰ নিশ্চয় মস্তিষ্ক বিকৃত হৈছে।" কাজেই তেনে জনকনো আৰু ধৰ্ম্ম সম্বন্ধে কি কথা সুধিব? কিন্তু বিদায়ৰ সময়ত পৰমহংসদেৱে এনে কাতৰ ভাবে আকৌ আহিবলৈ অনুৰোধ কৰিলে যে নৰেন্দ্ৰনাথে "বাৰু আহিম" বুলি কথা দিলে আৰু সেই দিনাৰৈ তাৰ পৰা ঘূৰি আহিল।

পৰমহংসদেৱৰ ওচৰলৈ প্ৰথম দিনা গৈ নৰেন্দ্ৰনাথৰ মনত বৰং চিন্তা আৰু বেছিহে হল। কেশবচন্দ্ৰ সেন প্ৰমুখ মহৎলোক সকলেও যাক ইমান শ্ৰদ্ধাভক্তি কৰে আৰু নিজৰ কাকতত তেখেতৰ গুণ-গান প্ৰকাশ কৰে তেওঁক মই কিয় বুজিব নোৱাৰিলোঁ। মোক ঠিক ভাবে ধৰাহে দিয়া নাই নে কি? তেওঁৰ অমূল্য উপদেশ বিলাক কেনে সহজ-সৰল ভাবে বুজাই দি মানুহৰ মন আকৰ্ষণ কৰিবৰ ক্ষমতা, এনে ত্যাগ বৈৰাগ্য, প্ৰেম-ভক্তি, মা বুলি যেন পাগল—এইবোৰ কি? একো বুজিব নোৱাৰিলে। অথচ যদিও কথা দি আহিছিল কলেজৰ ছাত্ৰ হিচাপে ঘনাই পৰমহংসদেৱৰ ওচৰলৈ যাবই বা কেনেকৈ? তথাপি যেন মন সেই ফালে টানে।

নগলে ভাল লগা নাই। আকৌ এবাৰ যাবৰ, আৰু গৈ পৰীক্ষা কৰিবৰ মন গল আৰু এমাহৰ পিচত তেওঁ এদিন অকলে আৰু খোজ কাঢ়ি কোনেও নজনাকৈ দক্ষিণেশ্বৰলৈ গল।

সেই দিনা পৰমহংসদেৱ অকলশৰে নিজৰ চ'লপিৰাখনত বহি আছিল—আন কোনো মানুহ তাত নাছিল। নৰেন্দ্ৰক দেখা মাত্ৰকে হাতত ধৰি নিজৰ ওচৰতে বহুৱালে। বিশেষ কোনো কথা নোকোৱাকৈয়ে পৰমহংসদেৱে নৰেন্দ্ৰনাথৰ বুকত যেই হাত দিলে তেওঁ যেন দেখিলে গোটেই পৃথিৱী ঘৰে সৈতে ঘূৰিবলৈ ধৰিছে। বৰকৈ ভয় খাই উঠি তেওঁ চিঞৰ মাৰি উঠিল "মহাশয়, ই কি কৰে, মোৰ যে পিতৃ মাতৃ আছে।" তেওঁ ভয় খোৱা যেন গম পাই পৰমহংসদেৱে হাঁহিমাৰি "অ বাৰু থাওক, ইমান সোনকালে নহয়" বুলি আকৌ যেই 'ইমানতে থাওক', 'ইমানতে থাওক' বুলি বুকত হাত বুলাই দিলে তেওঁ প্ৰকৃতিস্থ হল। তাৰ পিচত অলপ কিবা খাবলৈ দিলে আৰু নৰেন্দ্ৰনাথ বিদায় হৈ আহিল। সেই দিনাও পৰমহংসদেৱে আকৌ তালৈ অতি আদৰ কৰি মাতিলে—যেন সুবিধা হলেই তেওঁ আহে।

আজিৰ ঘটনাত কিন্তু সংশয়বাদৰে ভৰা নৰেন্দ্ৰনাথে ভাবিলে "পৰমহংসদেৱ এজন 'হিপনটিক' নে কি? মনৰ বলেৰে আন জনক বশ কৰি যাকে ইচ্ছা কৰাব পৰা শক্তি এখেতৰ আছে। তাতকৈ বেছি একো ভাবব নোৱাৰিলে।

ভাবিব নোৱাৰিলেও অন্তৰৰ দেৱতাই এই কাৰ্য্যৰ আকৰ্ষণ অনুভৱ কৰিলে। তেওঁ যেন প্ৰকৃততে নতুন এখন ৰাজ্যৰ সন্ধান পালেহেঁতেন? কিন্তু তেওঁ কিয় ভয় কৰিলে? একেবাৰে শেষলৈকে কি হয় চোৱা উচিত আছিল। মনলৈ এনেভাৱৰ

গ্লানি উপস্থিত হোৱাত এইবাৰ তেওঁ আকৌ সাতদিনৰ পিচতে দক্ষিণেশ্বৰলৈ যাবলৈ স্থিৰ কৰিলে।

এই দিনাও তেওঁ অকলেই দক্ষিণেশ্বৰলৈ গল। সেই দিনা তাত কোনো কাৰ্য্য উপলক্ষে বহুতো মানুহৰ সমাগম হোৱাত পৰমহংসদেৱে নৰেন্দ্ৰনাথক লগত লৈ ওচৰৰে যদুমল্লিকৰ বাগানলৈ গল। তাত একান্তে দুয়ো বহিল। নৰেন্দ্ৰনাথে এটি গান গালে, গান শুনি পৰমহংসদেৱ সমাধিস্থ হল। নৰেন্দ্ৰনাথে ইয়াৰ আগলৈকে 'সমাধি অৱস্থা হোৱা কাৰো দেখা নাই কিন্তু বেদান্তত তাৰ উল্লেখ দেখিছে মাথোন। এতিয়া বেদান্তত উল্লিখিত লক্ষণবিলাক মিলি যোৱাত তেওঁ বুজিলেও প্ৰথমতে অলপ চঞ্চল হৈছিল আৰু সোনকালেই পৰমহংসদেৱ প্ৰকৃতিস্থ হৈ নৰেন্দ্ৰনাথক যেই স্পৰ্শ কৰিলে তৎক্ষণাৎ তেওঁৰ সম্পূৰ্ণ বাহ্যজ্ঞান শূন্য হৈ পৰিল আৰু বহুত পৰৰ পিচত হে চেতন হল। সেই দিনাও পৰমহংসদেৱে নিজে নৰেন্দ্ৰনাথৰ বিষয় যি ধাৰণা কৰিছে সেইটো সঁচা নে মিছা এই অচেতন অৱস্থাত নৰেন্দ্ৰনাথ থকা অৱস্থাতে পৰীক্ষা কৰি চাই বুজিছিল। ধাৰণা মিছা নহয়—"এওঁৰ ধ্যান সিদ্ধ অৱস্থা।"

নৰেন্দ্ৰনাথে এই দিনাও পৰমহংসদেৱক কোনো প্ৰশ্ন কৰিবৰ সুচল নাপালে। কি যেন মোহাবিষ্ট হৈ সেই দিনাও ঘূৰি আহিল। তেওঁৰ মনত কিন্তু এটা ভাব হল—আন্তৰিক ভাল নাপালে পৰমহংসদেৱৰ আকৰ্ষণ ইমান মধুৰ নহয়। তেন্তে তেওঁ নো এই স্নেহৰ পৰিবৰ্ত্তে মোৰ পৰা কি আশা কৰিব পাৰে? যদি নকৰে তেন্তে এই অহেতুক স্নেহ কৰিবৰ অধিকাৰ কাৰ? মোক কথাই কথাই আজি দুদিনো আন কথাৰ লগতে কলে "তোৰ দ্বাৰা পৃথিৱীত জগত কাম হব লাগিব।" ইয়েই না কেনে ধৰণৰ কথা? ইত্যাদি চিন্তাধাৰাৰ যেন এটা আদি অন্ত দেখা নাপাই তেওঁৰ

মন বিশেষ ব্যাকুল হৈ উঠিল। এইবাৰ মন বান্ধিলে—পোন-পটিয়াকৈ পৰমহংসদেৱক সুধিম তেওঁ যি ঈশ্বৰ বা, মা মা কৰে সেই ঈশ্বৰ বা মা তেওঁৰ দৰ্শন হৈছে নে নাই। আন কথাত এইবাৰ আৰু হতাশ হৈ নাহোঁ। এই মূল প্ৰশ্ন নকৰি তেওঁৰ বিষয়ে মত প্ৰকাশ হে ইমান দিনে কৰিলোঁ?

এই ভাবি এইবাৰ তেওঁ নিতান্ত যেন উত্তেজিত হৈ ক্ষিপ্ৰ গতিৰে গৈ পৰমহংসদেৱৰ ওচৰ পাই সুধিলে "আপুনি ঈশ্বৰ দেখা পাইছে নে?" পৰমহংসদেৱেও কোনো দ্বিধা নাৰাখি তৎক্ষণাত উত্তৰ দিলে "নিশ্চয় মই ঈশ্বৰ দেখিছোঁ। সৰহ কি মই তোমাক যেনেকৈ দেখিছোঁ, তোমাৰে সৈতে যেনেকৈ কথা পাতিছোঁ ঠিক এই দৰে। ইয়াত কোনো সন্দেহ নাই।" "ইমান দিনৰ পিচত আজি নৰেন্দ্ৰনাথৰ মন শান্ত হল। যি বিচাৰি তেওঁ ইমানদিন ইমান হাবাথুৰি খাই ফুৰিছে তাৰ যেন এটা সঠিক সন্ধান পালে। তেওঁ এতিয়াহে স্পষ্ট বুজিলে ইমানদিনে পৰমহংসদেৱৰ বিষয়ে মই যি ভাবিছিলোঁ সি নিশ্চয় ভুল। যি হওক, এতিয়া তেওঁ শান্ত হল আৰু এতিয়াৰ পৰা কেনেকৈ সেই ঈশ্বৰৰ দৰ্শন পাব পাৰি তাৰ উপায় বিচাৰি পৰমহংসদেৱৰ আশ্ৰয় প্ৰাৰ্থনা কৰিলে।

—❀—

# জীৱন যুদ্ধত আশ্ৰয়

অন্তৰ্বিপ্লৱ এতিয়া যেন বহু পৰিমাণে শান্ত হৈছে। উচ্চতৰ জীৱন লাভৰ যি আদৰ্শ সদায় মানসক্ষেত্ৰত তেওঁ অঙ্কিত কৰি ৰাখিছে তাৰ পৰিপুৰ্ণতালৈ আৰু বিশেষ বাধা নাই যেন ভাবি তেওঁ এতিয়া বিশেষ আশান্বিত হৈছে। গাতকে সকলো বিষয়তে এতিয়া তেওঁৰ উদ্যম যেন দুগুণে বাঢ়িছে।

ইফালে চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়া সময়ৰ পৰাই তেওঁৰ বিয়াৰ সম্বন্ধে ঘৰত কথা-বতৰা হয়। তেওঁৰ পিতৃ-মাতৃৰ ইচ্ছা, এনে সৰ্ব্বগুণী লৰাৰ বিয়া সোনকালে হোৱাই ভাল। উপযুক্ত ঠাইৰ পৰা বহুতো সম্বন্ধ যদিও আহিল প্ৰত্যেকটোৰেই বেই কোনো একোটা অসুবিধা ঘটাত সি কোনোক্ৰমে হৈ নুঠিল। শেষত কিন্তু এঠাইত এজন ধনাঢ্য লোকে দহ হাজাৰ টকা যৌতুকে সৈতে কন্যা বিয়া দিবলৈ আগ বাঢ়িল। সেই কথা নৰেন্দ্ৰৰ কাণত পৰিল। তেওঁ তাৰ তীব্ৰ প্ৰতিবাদ কৰিলে। বাল্যবিবাহ তেওঁ পছন্দ নকৰে। তদুপৰি তেওঁৰ লৰা-কালৰ সেই 'কোচোৱানৰ' পৰাই পোৱা সংস্কাৰ মনত আছিল। বিশেষতঃ তেওঁৰ আচল আপত্তি, অখণ্ড ব্ৰহ্মচৰ্য্য ৰক্ষা নকৰিলে 'ব্ৰহ্মদৰ্শন' বা অদ্বৈতজ্ঞান কেতিয়াও নহয়। কৌতূহলী মনে এই ব্ৰহ্মদৰ্শনৰে আকাঙ্ক্ষাত ইমান ব্যাকুল হৈ ঘূৰি ফুৰিছে। আৰু এইমাত্ৰ তাৰ এটা পাৰ হে দেখিছে। তাৰ অতল জলধীত কি আছে জানিবৰ সুযোগ হোৱাই নাই। এতিয়া আকৌ ই কি প্ৰতিবন্ধক? এই ভাবি তেওঁ পত্নীৰকৰ প্ৰস্তাৱত বাধা দিলে। ইফালে কিন্তু

পিতাৰক আৰু মাকৰ কন্যা, মিতিৰ ইত্যাদি বিষয়ত সাংসাৰিক হিচাবে পছন্দ হোৱাত নৰেন্দ্ৰনাথক সহজে অব্যাহতি নিদি ত্যজ্য পুত্ৰ কৰিবলৈ পৰ্যন্ত ভয় দেখুৱালে। দৃঢ়চেতা নৰেন্দ্ৰনাথে তাতো মান্তি হৈ ঘৰৰ পৰা ওলাই যাবলৈ প্ৰস্তুত, তথাপি বিয়া কৰাবলৈ ৰাজি নহল। উপায়ন্তৰ নেদেখি পিতাৰকইত তেতিয়ালৈ মনে মনে থাকিল।

পঢ়া কালতে নৰেন্দ্ৰনাথে সত্যান্বেষণ কৰি পৰমহংসৰ ওচৰ পাইছিল। পৰমহংসদেৱেও বিশেষ লক্ষণযুক্ত উপযুক্ত পাত্ৰ দেখি তেওঁৰ প্ৰতি আকৃষ্ট হৈছিল। পৰমহংসদেৱে সেই কাৰণে তেওঁক ঘনাই লগ পাবলৈ ইচ্ছা কৰিলেও বি-এ পৰীক্ষা দিব লগা হোৱাত নৰেন্দ্ৰনাথ যেতিয়াই তেতিয়াই দক্ষিণেশ্বৰলৈ যাব পৰা নাছিল। সৰহ দিন নেদেখিলেই পৰমহংসদেৱে কলিকতাৰ পৰা যোৱা ভক্ত-সকলক অকল খবৰ কৰিয়েই সন্তুষ্ট নহৈছিল। মাজে মাজে হাতত কিবা এটা ভাল খোৱা বস্তু লৈ নৰেন্দ্ৰনাথক চাবলৈ আহিছিল। আৰু অতি আদৰ কৰি অনা সেই বস্তু খুৱাই কথা-বতৰা হৈ দক্ষিণেশ্বৰলৈ যাবলৈ নিমন্ত্ৰণ কৰি গৈছিল। নৰেন্দ্ৰনাথৰ প্ৰতি এনে আকৰ্ষণ দেখি এদিন এজন ভক্তই কলে "আপুনি নৰেনৰ কাৰণে দেখোন বলিয়াৰ দৰে হৈছে। শেষত আপোনাৰো ভৰতৰ ৰজাৰ দৰে দশা নহলেই হয়।" সৰলমনা পৰমহংসদেৱে উত্তৰ কৰিলে "নৰেনক নেদেখিলে মোৰ মনটো এনেহে বেয়া লাগে যেন ভিতৰি কিবা এটাই চেপি ধৰিছে। মই বৰ নোৱাৰা হওঁ।" কিন্তু সেই ভক্তজনৰ কথাত ভয় খাই কালী মন্দিৰলৈ গৈ প্ৰাৰ্থনা কৰি জানিলে "তাৰ ভিতৰত নাৰায়ণৰ সত্তাৰ বিশেষ প্ৰকাশ দেখিয়েই তোৰ এনে আকৰ্ষণ হৈছে। ই একো দোষৰ কথা নহয়।" পৰমহংস তেতিয়াহে নিতান্ত নিশ্চিন্ত হৈছে।

যিহওক বি-এ পৰীক্ষা পাচ কৰাৰ অলপ পিচতে বিশেষ একো বেমাৰ নোহোৱাকৈ পিতাৰক বিশ্বনাথ হঠাতে স্বৰ্গী হল। নৰেন্দ্ৰনাথ অতিশয় শোকাকুল হল। চৰিত্ৰবিষয়ত দৃঢ়তা থাকিলেও অন্তৰ হিচাবে নৰেন্দ্ৰনাথৰ অন্তৰ কুসুমকোমল সদৃশ। যথাবিধি পিতৃশ্ৰাদ্ধ সমাধা কৰিলে। এতিয়াহে তেওঁৰ মূৰত যাবতীয় সংসাৰৰ ভাৰ পৰিল। বিধবা মাক, ভায়েকহঁত আৰু বায়েকৰ দায়িত্ব তেওঁৰ ওপৰত পৰিল। পিতাৰকৰ স্বভাৱ আচলতে ধুঁৱাখুলীয়া আছিল—যেনে উপাৰ্জন কৰিছিল তেনে খৰচো কৰিছিল—বিশেষ জমা একো এৰি যাব পৰা নাই।

পিতৃবিয়োগৰ লগে লগেই নৰেন্দ্ৰনাথক সাংসাৰিক বিপদে আগুৰি ধৰিলে তেওঁ পঢ়াৰ আশা একেবাৰে এৰি দিব লগা হল, এক শ্ৰেণীৰ ভক্তি হল। ইফালে তেওঁলোকৰ হিংসাকুৰীয়া কেইজনমান বংশৰ মানুহে এতিয়া চল পাই বিষয় সম্পত্তিৰ ভাগ বিচাৰিলে। নৰেন্দ্ৰনাথে তেওঁবিলাকৰ লগত প্ৰথমতে আপোচ নিষ্পত্তি কৰিবলৈ চেষ্টা কৰিলে। কিন্তু যেতিয়া দেখিলে যে কোনোৰকম যুক্তিসঙ্গত কথাৰ ওচৰলৈকে তেওঁবিলাক নাহে তেতিয়া তেওঁৰ মন গুমৰি উঠিল আৰু যি হয় হব মোকৰ্দমা কৰিবলৈকে দৃঢ় প্ৰতিজ্ঞা কৰিলে। প্ৰায় তিনিবছৰ কাল এই মোকৰ্দ্দমা চলিল। উকীল নিযুক্ত কৰিলে সেই সময়ৰ বিখ্যাত উকীল প্ৰথিতযশা ৰমেশচন্দ্ৰ দত্তক। তেওঁ নৰেন্দ্ৰনাথৰ পিতৃবন্ধু। এই মোকৰ্দ্দমাত নৰেন্দ্ৰনাথে যি বিদ্যা বুদ্ধিৰ পৰিচয় দিছিল আৰু বিপক্ষৰ উপযুক্ত ইংৰাজ বাৰিষ্টাৰৰ জেৰাত যেনে উত্তৰ দিছিল তাত বিচাৰক আৰু বেৰিষ্টাৰ মুগ্ধ হৈছিল। জেৰাৰ শেষত বিপক্ষৰ উকীলে কবলৈ বাধ্য হৈছিল "তুমি কালত এজন ভাল আইনব্যৱসায়ী হব পাৰিবা।" মুঠতে শেষত যদিও মোকৰ্দ্দমাত নৰেন্দ্ৰনাথহঁত জয়ী হল তথাপি খৰচৰ

হেচোত তেওঁবিলাকৰ মূল্যবান সম্পত্তি ধ্বংস হল। ক্রমে ক্রমে তেওঁবিলাকৰ ঐশ্বৰ্য্য টুটি আহিল আৰু গৃহশ্ৰী যেন নিষ্প্ৰভ হৈ পৰিল।

মা লক্ষ্মী দেখাতে চঞ্চলা—ধন-বস্তু হবলৈ যেনেকৈ সময় নেলাগে যাবলৈকো সেইদৰে সময় নালাগিল। চাওঁতে চাওঁতে নৰেন্দ্ৰনাথহঁত আন নালাগে অন্নকষ্টত পৰিল। এতিয়া তেওঁ পঢ়া-শুনাৰ আশা এৰি দি চাকৰি বিচাৰিলে বহুত ঠাইত। কতো চাকৰি নাপালে; শেষত এজন এটৰ্নিৰ অফিচত অলপ দৰমহাত কেৰাণী কাম কৰিবলৈ ললে। কেমাহমান চাকৰি কৰি দেখিলে তাৰেও একো নহয় বৰং সময়ৰ হে অপব্যয় হয় মাথোন। ক্রমে এনে হল কেতিয়াবা ঘৰত খাবলৈ একো নহলে নৰেন্দ্ৰনাথে "মোৰ নিমন্ত্ৰণ আছে" বুলি ওলাই যায় আৰু সন্ধ্যালৈকে ঘূৰি নাহে। তেওঁৰ ভাব ঘৰত যি আছে মাক আৰু ভায়েকহঁতেই খাওক। মুঠতে অনাহাৰে পৰ্য্যন্ত থাকিব লগা অৱস্থা যেতিয়া হল তেতিয়া নৰেন্দ্ৰনাথ বিমোৰত পৰিল। কি কৰে এতিয়া? সুযোগ বুজি মাকে এই সময়ত নৰেন্দ্ৰনাথক ধৰিলে বিয়া কৰাবলৈ। দহ হাজাৰ টকাই সৈতে যিজনী ছোৱালী পূৰ্ব্বে নৰেন্দ্ৰনাথক দিবৰ কথা চলিছিল এতিয়াও সেই ছোৱালী দিবলৈ কন্যাপক্ষ ৰাজী আছিল। মাকৰ এই কথাত নৰেন্দ্ৰনাথ নিমাত থাকে—কোনো কথা নকয়। ইয়াৰ বাহিৰে আন সকলো কথাতে মাকৰ কথা নৰেন্দ্ৰনাথে কেতিয়াও নেপেলায়। গতিকে বিয়াৰ কথাত তেওঁ নামাতে। ইমান দুখত পৰিও নৰেন্দ্ৰনাথে নিজৰ আদৰ্শ এৰি নিদিলে। তেওঁ কোনো মতেই বিয়া কৰাবলৈ মান্তি নহল।

বিপদত পৰাৰ পৰাও মাজে সময়ে নৰেন্দ্ৰনাথ দক্ষিণেশ্বৰলৈ গৈছিল। পৰমহংসদেৱক তেওঁৰ সকলো কথা কৈ আছিল। আনৰ

মুখে নৰেন্দ্ৰনাথৰ বিয়াৰ কথা শুনি সময়ত পাকে প্ৰকাৰে বিয়া নকৰাবলৈ উপদেশ দিছিল আৰু মা ভৱতাৰিণীক প্ৰাৰ্থনা জনাইছিল "মা, নৰেন্দ্ৰৰ বিয়া যেন নহয়, তই ঘূৰাই দিবি।" যি হওক, নৰেন্দ্ৰনাথে সময়ত দক্ষিণেশ্বৰলৈ গলে তাত যথেষ্ট শান্তি পাইছিল আৰু কেতিয়াবা তাত ৰহি বা কেতিয়াবা ৰাতি থাকিও ধ্যান-জপ কৰিছিল।

আৰ্থিক দুৰৱস্থা যেতিয়া চৰমত উঠিল আন কোনো উপায়ে উপাৰ্জ্জন কৰি ঘৰ চলাবৰ সুবিধা কৰিব নোৱাৰিলে তেতিয়া অনন্যোপায় হৈ এদিন নিতান্ত কাতৰ ভাবে ভৰিত এনে কি জোতা এযোৰ পৰ্য্যন্ত নিপিন্ধাকৈ শুদা ভৰিৰে খোজ কাঢ়ি গৈ ক্লান্ত ভাবে পৰমহংসদেৱক কলে 'মোৰটো আৰু আন উপায় নাই। এতিয়া আপুনিয়েই কি হয় এটা উপায় দিয়ক। আপুনি মা ভৱতাৰিণীক মোৰ হৈ প্ৰাৰ্থনা জনাওক।" পৰমহংসদেৱ নৰেন্দ্ৰ-নাথৰ কষ্ট দেখি চিন্তিত হোৱা নাছিল এনে নহয়। কিন্তু তেখেতেই বা কৰে কি? এতিয়া নৰেন্দ্ৰনাথে এনে ব্যাকুল ভাবে কথাবিলাক কোৱাত নিতান্ত বিমৰ্ষ হল আৰু কলে "নৰেন, মই নালাগে তুই নিজে যা আৰু দুখ-দুৰ্গতিৰ কথা কৈ মাৰ ওচৰত প্ৰাৰ্থনা কৰ গৈ!"

পৰমহংসদেৱৰ কথাত নৰেন্দ্ৰনাথ মা ভৱতাৰিণীৰ মন্দিৰলৈ গল। মাৰ সৌম্য প্ৰশান্ত মূৰ্ত্তি দেখি আন সকলো পাহৰি প্ৰণাম কৰি প্ৰাৰ্থনা কৰিলে "মোৰ যেন তোমাৰ চৰণত মতি থাকে। জ্ঞান আৰু ভক্তি যেন হয় মা।" আন কথা আৰু নোলাল। মন্দিৰৰ পৰা ওলাই অহাত পৰমহংসদেৱে সুধিলে "কি, মাক কলি নে? কিবা উত্তৰ পালি নে ভগৱতীৰ?" নৰেন্দ্ৰনাথে উত্তৰ দিলে "মহাশয়, মই মোৰ দুখ-দুৰ্গতিৰ কথা কবলৈ পাহৰি আন

ভক্তিহে প্ৰাৰ্থনা কৰিলোঁ।” পৰমহংসদেৱে কলে, “তেন্তে মই বাৰু কি কৰিম? বাৰু আকৌ যা। পাৰ যদি এইবাৰ প্ৰাৰ্থনা কৰগৈ।” এইবাৰ গল। আকৌ সেই কথাই ঘটিল। এইবাৰো নিজ স্বাৰ্থৰ কাৰণে কোনো প্ৰাৰ্থনা জনোৱা নহল। পৰমহংসৰ কথাত তৃতীয়-বাৰ গৈও যেতিয়া সাধাৰণ ধন-বস্তুৰ প্ৰাৰ্থনা জনাব নোৱাৰিলে আৰু হতাশ ভাবে পৰমহংসদেৱক কলে তেখেতে আশ্বাস দি কলে “বাৰু যা, আজিৰ পৰা তইঁতৰ মাৰ কৃপাত মোটা ভাত কাপোৰৰ অভাব নাথাকে।”

এই আশীৰ্ব্বাদ পাই নৰেন্দ্ৰনাথ আশ্বস্ত হৈ ঘৰলৈ উভটি আহিল।

আৰ্থিক কষ্টত পৰি মা ভুবনেশ্বৰীয়ে যেনে ধৈৰ্য্য ধৰি সংসাৰ পৰিচালনা কৰিলে ভাবিলে আচৰিত হব লাগে। হাজাৰ হাজাৰ টকা মাহে খৰচ কৰি যাৰ জীৱন যাত্ৰা নিৰ্ব্বাহ হৈছিল এতিয়া দুবেলা দুমুঠি ভাত পাবলৈ নোহোৱা হোৱা কিমান বিডম্বনা ভাবিব নোৱাৰি। লৰা-ছোৱালীক শিক্ষা, যোগ্য আহাৰ দিবৰ উপায় নাথাকিলে ধৈৰ্য্য ৰখা সহজ নহয়—তাতোকৈ টান যেতিয়া হঠাতে ঐশ্বৰ্য্যৰ মাজৰ পৰা একেবাৰে ভাবিব নোৱাৰা দুৰ্গতিত পতিত হয়। সিদিনাকৰ সেই গাড়ী ঘোঁৰা, চাকৰ-চাকৰণী, ঘৰ-দুৱাৰৰ, ধাৰী ঘৰৰ সাজ-সজ্জা বা পাৰিপাট্য একো নাই। ইমানতো তেখেতে যি হাঁহিমুখে সাংসাৰিক সকলো অৱস্থাতে নিজক খাপ খুৱাই চলিছিল ভাবিব নোৱাৰি। যি হওক, নৰেন্দ্ৰনাথৰ মুখে পৰমহংসদেৱৰ আশীৰ্ব্বাদৰ কথা শুনি আশ্বস্ত হল। এতিয়া তেখেতৰ মনোবল যথেষ্ট বাঢ়িল।

নৰেন্দ্ৰনাথে এতিয়া আৰু অফিচে অফিচে ঘূৰি চাকৰিৰ চেষ্টা কৰিবলৈ এৰিলে। এতিয়া ঘনাই ঘনাই দক্ষিণেশ্বৰলৈ যাবলৈ

ধৰিলে। এই কথাত মাক ভুবনেশ্বৰী দেবী চিন্তিতা হল—'কিজানিবা তেওঁৰ লৰা সন্ন্যাসী হৈ যায়! গলেও বা তেখেতে কৰিব কি? বাধা দিবৰ উপায় নাই। বিয়া কৰাবলৈকো মান্তি কৰাব নোৱা-ৰিলে। গতিকে তেখেতে বিশেষ বাধা নিদিলে। তেখেতৰ বিশ্বাস আছিল যে নৰেনে কেতিয়াও কৰ্ত্তব্য নাপাহৰে আৰু তাৰে বিমুখ নহয়।

সাংসাৰিক বিপৰ্য্যয়ৰ মাজত আশাৰ ক্ষীণ আলোক দেখি এতিয়া কৰ্ম্মব্যস্ত নৰেন্দ্ৰনাথ নীৰৱে বহি থাকিব পাৰে নে? যেতিয়া তেওঁ বুজিলে যে তেওঁৰ অবিহনেও সংসাৰ ঠিক মতে চলিব, তেতিয়া তাৰ প্ৰতি আকৰ্ষণ ক্ৰমে কমাবলৈ ধৰিলে। পিতৃ বিয়োগৰ পিচত তিনি বছৰ কাল জীৱন-যুদ্ধত ব্যস্ত থাকি জয়ী নৰেন্দ্ৰনাথে এতিয়া ভাবিলে—"মোৰ জীৱনৰ উদ্দেশ্য সৰ্ব্বসাধাৰণ বিষয়ী মানুহৰ দৰে অৰ্থোপাৰ্জ্জন কৰি ঘৰ-সংসাৰ চলোৱাই নে? নে কিবা মহৎ কাম সাধন কৰিবলৈ তেওঁৰ জীৱন? উচ্চাভিলাষী নৰেন্দ্ৰনাথ 'অল্পে তুষ্ট' থাকিব পাৰে নে? তেওঁ ভাবি ঠিক কৰিলে কাকো একো নোকোৱাকৈ মনে মনে ঘৰ এৰি প্ৰকৃত জীৱন লাভ কৰিবলৈ ওলাই যাব।

যিদিনা তেওঁ এইদৰে মনে মনে ঘৰৰ পৰা ওলাই যাবলৈ স্থিৰ কৰিছিল ঠিক সেই দিনাই পুৱা তেওঁ শুনিলে যে কোনো এজন ভক্তৰ আহ্বানত পৰমহংসদেৱ কলিকতালৈ আহিব। শুনি তেওঁ মনে মনে ভালেই পালে। ভাবিলে, ভালেই হল, কিমান দিনলৈ ওলাই যাম ঠিক নাই যেতিয়া যোৱাৰ আগতে গুৰুৰ দৰ্শন আৰু প্ৰণাম কৰি যাবলৈ পালে ভালেই হব। ইয়াকে ভাবি তেওঁ যথাসময়ত সেই ভক্তৰ ঘৰলৈ গল আৰু পৰমহংসদেৱক

প্ৰণত হৈ দৰ্শন কৰিলে। পৰমহংসদেৱে আদৰ কৰি কলে 'নৰেন, এতিয়া তোৰ কোনো প্ৰতিবন্ধক নাই, কিমান দিন দক্ষিণেশ্বৰলৈ যোৱা নাই, এতিয়া ব'ল মোৰ লগতে, একে গাড়ীতে যাব পাৰিবি।" নৰেন্দ্ৰনাথে আপত্তি কৰি কলে, "আজি মই যাব নোৱাৰোঁ।।" যিমানেই আপত্তি কৰিলে সিমানেই আগ্ৰহ কৰি পৰমহংসদেৱে লগত নিবলৈ জিদ্ ধৰিলে। সৰ্বশেষত উপায় নাপাই লগত যাবলৈ বাধ্য হল। নৰেন্দ্ৰনাথে ভাবিলে 'দৰ্শন কৰিবলৈ আহি যেনিবা জালত হে পৰিলে।।"

দক্ষিণেশ্বৰ পাই দুয়ো গৈ পৰমহংসদেৱৰ কোঠাত বহিল। তাত আগৰে পৰা কেইবাজনো দৰ্শনাকাঙ্ক্ষী অপেক্ষা কৰি বহি আছিল। পৰমহংসদেৱে সকলো পিচ কৰি নৰেন্দ্ৰনাথক ওচৰতে বহিবলৈ দি সাবট মাৰি ধৰি এনে করুণ সুৰেৰে কবলৈ ধৰিলে "কবলৈকো ভয় লাগে, নকলেও নহয়, কলেও জানোচা হেৰুৱাওঁ, নকলেও জানোচা হেৰুৱাওঁ।" নৰেন্দ্ৰনাথে এই কথা শুনি ভিতৰি সকলো কথা বুজিলে আৰু অপূৰ্ব্ব ভাবত তেওঁৰো চকুৰ পানী বৰলৈ ধৰিলে। কিন্তু কোনো কথা নকৈ গম্ভীৰ ভাৱে বহি থাকিল। গুৰু শিষ্যৰ এনে অপৰূপ ভাবত সকলো অবাক্! ইবিলাকৰ কোনো ভাব বুজিব নোৱাৰি সকলো আচৰিত হল! ভক্তসকল ক্ৰমে ক্ৰমে বিদায় হল। একান্তে এতিয়া নৰেন্দ্ৰনাথক আকৌ কলে "মই জানো, তোৰ জীৱনৰ উদ্দেশ্য মহৎ। তোৰ চেষ্টাতে সনাতন ধৰ্ম্মৰ আকৌ অভ্যুদয় হব লাগিব আৰু তই সংসাৰৰ সাধাৰণ বিষয় কৰ্ম্মত আবদ্ধ থাকিব নালাগিবও, নোৱাৰিবিও। কিন্তু মোৰ অনুৰোধ মই যিমান দিন আছোঁ সিমান দিন মোৰ ওচৰতে থাক।'

এনে অকৃত্ৰিম ভালপোৱা পৃথিবীত বিৰল। নৰেন্দ্ৰনাথ এই ভাল-

পোৱাৰ ওচৰত হাৰ মানিলে আৰু সেই মতেই থাকিবলৈ সন্মত হল। ভবিষ্যৎ কালত স্বামীজীয়ে কৈছিল "পৰমহংসদেৱৰ ভালপোৱাৰ তুলনা নাই। তেখেতেই মোক এই স্নেহৰ বান্ধোনেৰে আবদ্ধ ৰাখিবলৈ সমৰ্থ হৈছিল। নতুবা মোৰ জীৱনৰ গতি আনফালে ঢাল খালেহেঁতেন। জগতত ভালপোৱাৰ ভিতৰতো প্ৰচ্ছন্ন স্বাৰ্থপৰতা থাকে কিন্তু তেখেতৰ স্নেহ নিভাঁজ —স্বাৰ্থলেশশূন্য।

ছাত্ৰাৱস্থাৰে পৰা নৰেন্দ্ৰনাথৰ লগত পৰমহংসদেৱৰ যথেষ্ট ঘনিষ্ঠতা স্থাপিত হলেও এতিয়ালৈকে তেওঁক তেখেতৰ ভবিষ্যৎ কৰ্ম্মপদ্ধতিৰ উপযুক্ত কৰি গঢ়ি তুলিব'ল নিৰূপিত চেষ্টা কৰা নাই। এতিয়াৰ পৰা নৰেন্দ্ৰনাথক গঢ়ি তুলিবৰ কাৰণে নানা ভাবে শিক্ষা দিবলৈ ধৰিলে।

নৰেন্দ্ৰনাথৰ ওপৰত পৰমহংসদেৱৰ প্ৰথম দেখা দিনাৰে পৰা উচ্চ ধাৰণা আছিল। প্ৰথমতে দেখি তেখেতে কৈছিল—"কলিকতা হেন চহৰত এনে সত্ত্বগুণী আধাৰ! মাৰ কি অপূৰ্ব্ব লীলা।" পিচত প্ৰায়েই ভক্তসকলৰ আগত নৰেন্দ্ৰনাথৰ গুণৰ কথা কয়। তেখেতে কৈছিল "নৰেনৰ পুৰুষ ভাব যেন খুকলি তৰোৱাল, একোলৈকে কটাক্ষ নাই, মায়াই স্পৰ্শও কৰিব নোৱাৰে।" আন সময়ত কৈছিল "নৰেন নিত্য সিদ্ধৰ থাক, ধ্যানসিদ্ধ। কেশৱ সেনৰ গাত গুণ একলা, নৰেনৰ গাত গুণ ওঠৰ কলা। যদি কেশৱ সেনৰ ভিতৰত এটা বন্তি জ্বলে নৰেনৰ ভিতৰত জ্বলন্ত জ্ঞান সূৰ্য্য।" পৰমহংস সম্বন্ধে নৰেন্দ্ৰনাথে ভবিষ্যতে যি কৈছিল পিচত লিখা হব। এতিয়ালৈকে কিন্তু তেখেতক প্ৰকৃততে তেওঁ বুজিব পৰা নাই। এতিয়াও পৰমহংসদেৱৰ বিষয়ে সৰ্ব্বসংশয়ঃ আঁতৰ হোৱা নাই।

যি হওক, নৰেন্দ্ৰনাথৰ মনৰ শক্তি 'দাৰ্শনিক' শক্তি সম্পন্ন অৰ্থাৎ বিচাৰৰ দ্বাৰা অদ্বৈত জ্ঞানত প্ৰতিষ্ঠিত। কিন্তু পৰমহংসদেৱে ইয়াৰ পৰাই লাহে লাহে বিবেক বৈৰাগ্যযুক্ত ভক্তিৰ ফালেও মন ঢাপ খুৱাবলৈ চেষ্টা কৰিলে। প্ৰথমতে নৰেন্দ্ৰনাথে কোনো দেৱ-দেৱী মানিবলৈ নাৰাজ আছিল আৰু সেই বাবেই উপনিষদ প্ৰতিপাদিত ব্ৰাহ্ম ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হৈছিল। কিন্তু তাৰ নেতা বেইজনৰ লগত সংসৰ্গ কৰি যেতিয়া কোনো প্ৰত্যক্ষানুভূতিৰ আস্বাদ নাপালে স্বাভাৱিকতে তাৰ পৰা ক্ৰমে আঁতৰি কেনেকৈ পৰমহংসদেৱৰ ওচৰ পালেহি ইয়াৰ আগতে আমি তাৰ আভাস দিছোঁ। পৰমহংসদেৱৰ ওচৰলৈ আহিও তেওঁতে কৈ যোৱা মতেই সকলো কথা বেদ বাক্যৰ দৰে মানি যোৱা নাই। সকলো কথা পৰীক্ষা কৰিহে নৰেন্দ্ৰনাথে গ্ৰহণ কৰিছে।

পৰমহংসদেৱে সেই কাৰণে এতিয়া নৰেন্দ্ৰনাথক অদ্বৈতবাদ সম্বন্ধীয় শাস্ত্ৰবিলাক পাঠ কৰিবলৈ নিৰ্দ্দেশ দিলে। সেই মতে তেখেতেও পাঠ আৰম্ভ কৰিলে। কিছুদিনৰ পিচত নৰেন্দ্ৰনাথৰ ধাৰণা হল ধৰ্ম্ম কিতাপত বা শাস্ত্ৰত নাই। সি অনুভূতি সাপেক্ষ। পৰমহংসদেৱেও তেখেতৰ উপদেশৰ দ্বাৰা স্বামীজীৰ মনলৈ দ্বৈতভাব বা ভক্তিভাব আনিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। এদিন বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কে উপদেশ দিওঁতে কলে—বৈষ্ণৱ ধৰ্ম্মৰ সাৰ উপদেশ —"নামে ৰুচি, জীৱে দয়া, বৈষ্ণৱ পূজন"—অৰ্থাৎ যেই নাম সেই ঈশ্বৰ ইয়াকে অভেদ বুলি জানি অনুৰাগৰে সৈতে নাম কৰিব। সেই দৰে ভক্ত-ভগবান, কৃষ্ণ আৰু বৈষ্ণৱক অভেদ জানি সাধু আৰু ভক্তসকলক শ্ৰদ্ধা পূজা কৰিব আৰু কৃষ্ণৰে জগৎ সংসাৰ বুলি জানি জীৱক দয়া কৰিব লাগে। কিন্তু কীটাণুকীট আমি

মানুহে জীৱক দয়া কৰিবৰ অধিকাৰ ক'ত? মোৰ বোধেৰে জীৱক দয়া নহয় শিৱজ্ঞানে জীৱক সেৱা।"

এই কথাত নৰেন্দ্ৰনাথে আজি যেন এটা নতুন আলোকৰ সন্ধান পালে। তেখেতে দেখা পালে বেদান্ত ধৰ্ম্মৰ সাৰ ধৰ্ম্ম কত? মায়াজ্ঞানে সংসাৰ ত্যাগ কৰি বনবাসত থাকি জ্ঞানৰ উপলব্ধিয়েই মানুহৰ চৰম লক্ষ্য হব নোৱাৰে। তাতোকৈ নিঃস্বাৰ্থ ভাবে সকলো জীৱকে শিৱজ্ঞান কৰি সেৱাভাবে কাম কৰিব পাৰিলে ধৰ্ম্ম আৰু কৰ্ম্ম উভয়ে সিদ্ধ হোৱাৰ অপূৰ্ব্ব সুযোগ। তেওঁ পৰমহংসদেৱৰ কৃপাত বেদান্ত ধৰ্ম্মত আজি এটা নতুন দৃষ্টি ভঙ্গী দেখি আকৃষ্ট হল আৰু সেৱাৰ ভাবৰ দ্বাৰা উদ্বুদ্ধ হৈ সকলো কাম নিয়ন্ত্ৰণ কৰিলেহে যে বেদান্ত প্ৰতিপাদিত "ব্ৰহ্মজ্ঞান" লাভৰ পৰ্য্যন্ত অধিকাৰী হবলৈ সমৰ্থ হব পাৰি সেইটো বুজিলে। শিৱজ্ঞানে জীৱৰ সেৱা কৰোঁতে কৰোঁতে চিত্ত শুদ্ধ হৈ অলপ সময়ৰ ভিতৰতে নিজকো ঈশ্বৰৰ অংশ বুলি বুজিবলৈ আৰু শুদ্ধ, বুদ্ধ, মুক্ত স্বৰূপ বুলি বুজিবলৈ সহজ হব। অথচ মানুহৰ স্বভাবজাত অন্তৰৰ কোমল ভাব বিলাকো একেবাৰে নিৰ্ম্মূল কৰিবৰ প্ৰয়োজন নহয়। সেই কাৰণেই পৰবৰ্ত্তি-কালত স্বামীজীয়ে কৈছিল—

"বহুৰূপে সম্মুখে তোমাৰ
ছাড়ি কোথা খুঁজিছ ঈশ্বৰ
* * * *
জীবে সেবা করে যেই জন
সেই জন সেবিছে ঈশ্বৰ।"

নৰেন্দ্ৰনাথে এতিয়া বুজিব পাৰিলে কিয় পৰমহংসদেৱে সদায় কয় —"কলিযুগত নাৰদীয় ভক্তি।" বেদান্তৰ উচ্চ-ভাববিলাক ধাৰণা

কৰা সাধাৰণৰ পক্ষে বৰ্ত্তমান কালত সম্ভৱ নহয় কিন্তু উচ্চ ভাবত প্ৰণোদিত হৈ শিৱজ্ঞানে জীৱসেৱা কৰিব পাৰিলেই জীৱন সাৰ্থকজ্ঞান কৰিব পাৰি আৰু পৰমাৰ্থও লাভ হয়।

পৰমহংসদেৱৰ শিক্ষা আৰু উপদেশ কোনো পুথিগত বিদ্যাৰ বলত যে নহয় সেইটো নৰেন্দ্ৰনাথে সহজে বুজিছিল। গতিকে উপলব্ধিমূলক জ্ঞানৰ দ্বাৰা শিক্ষাই যে অতি সোনকালে নৰেন্দ্ৰনাথৰ দৰে আধাৰত প্ৰভাব বিস্তাৰ কৰিব আৰু জীৱন প্ৰভাবান্বিত কৰিব সেই বিষয়ে সন্দেহ আছে নে? এতিয়া নৰেন্দ্ৰনাথে এফালে অদ্বৈতজ্ঞান আন ফালে মূৰ্ত্তি পূজাৰ সাৰ্থকতাৰ ভিতৰত সামঞ্জস্য দেখা পাই সনাতন ধৰ্ম্মৰ মহিমাময় শক্তি দেখি নিজেই স্তম্ভিত হ'ল। এই নৰেন্দ্ৰনাথেই এদিন পাশ্চাত্য জগতত পৰ্য্যন্ত এই মহাপুৰুষৰ সহায়তা লাভ কৰিয়েই 'মা ভৱতাৰিণীৰ' কৃপাত নিজ সনাতন ধৰ্ম্মৰ প্ৰকৃত ব্যাখ্যা প্ৰকাশ কৰি সকলোৰে মাজত উচ্চাসন লাভৰ অধিকাৰী হৈছিল। অক্লান্ত পৰিশ্ৰমৰ ফলত কেনেকৈ পুৰুষসিংহ নৰেন্দ্ৰনাথে বেদান্ত ধৰ্ম্মৰ মহিমা প্ৰকাশ আৰু ভোগপ্ৰধান পাশ্চাত্য দেশতো যে তাৰ প্ৰচাৰৰ ভিত্তি স্থাপন কৰি বিজয়-বৈজয়ন্তি উড্ডীন কৰিছিল ইয়াৰ পিচত আমি তাক দেখা পাম। এনে মহৎ কাৰ্য্য সাধনৰ উদ্দেশ্য লৈয়ে অৰ্থাৎ লোক-সেৱা ভাৱৰ পৰা লোকশিক্ষা দিবলৈ পৰমহংসদেৱে যেন হাতেৰে নৰেন্দ্ৰনাথক গঢ়িবলৈ ধৰিলে। তাৰ বিস্তৃত বিবৰণ দিয়া আৱশ্যক নাই। মঠতে নৰেন্দ্ৰনাথ এতিয়া পৰমহংসদেৱৰ শিষ্যত্ব মানি লৈছে আৰু সেই ভাবেই জীৱন নিয়ন্ত্ৰিত কৰিছে।

পৰমহংসদেৱৰ জীৱনৰ মহৎ উদ্দেশ্য যেন শেষ হৈ আহিল। তেখেতৰ গলত সাংঘাতিক কৰ্কটক ৰোগে দেখা দিলে। চিকিৎসাৰ কাৰণে তেখেতক কাশীপুৰৰ ঘৰ এটি ভাৰা কৰি লৈ তালৈকে অনা হ'ল। এতিয়াৰ পৰা নৰেন্দ্ৰনাথ সদায় তেখেতৰ কাষতে

থাকিবলৈ ললে। প্ৰাণপণে গুৰুৰ চিকিৎসা আৰু শুশ্ৰূষাত সহায়তা কৰিবলৈ ধৰিলে। এতিয়াও অন্যান্য ভক্তসকলৰ লগত ছেগ বুজি পঢ়া-শুনা আৰু ধ্যান-জপ কৰিয়েই আছিল। সুযোগ পালে এতিয়াও দক্ষিণেশ্বৰত গৈ নিৰ্জ্জনত উপাসনা কৰে। প্ৰায় ৬ মাহ কাল পৰমহংসদেৱ বেমাৰত পৰি আছিল। ইতিমধ্যে নৰেন্দ্ৰনাথে বৌদ্ধগ্ৰন্থ ‘ললিত বিস্তৰ’ আৰু ত্ৰিপিটক পাঠ কৰি বৌদ্ধদেৱৰ প্ৰতি যথেষ্ট আকৃষ্ট হল আৰু বুদ্ধদেৱৰ নিৰ্ব্বাণপ্ৰাপ্তিৰ স্থান দৰ্শন কৰিবলৈ যথেষ্ট আগ্ৰহ হল। পৰমহংসদেৱেও এনে আগ্ৰহত বাধা নিদিলে যাবলৈ অনুমতি দিলে কিন্তু শীঘ্ৰে যাতে ঘূৰি আহে সেই বাবে সাৱধান কৰি কৈ পঠালে।

নৰেন্দ্ৰনাথ বুদ্ধগয়ালৈ গল আৰু তাত তিনদিন থাকি [illegible] পবিত্ৰস্থান দৰ্শন কৰি অতিশয় আনন্দিত হল। পৰমহংসদে[illegible] আদেশ থকাত শীঘ্ৰে কাশীধামৰ পৰা আকৌ কলিকতালৈ ঘূ[illegible] আহিল। যদিও ইমান সোনকালে ঘূৰি আহিবৰ তেওঁৰ সিম[illegible] ইচ্ছা নাছিল।

পৰমহংসদেৱ শয্যাশায়ী থাকিলেও কোনো কথাতে, কোনো বিষয়তে নিশ্চেষ্ট হৈ থকা নাছিল। এতিয়াও ভক্ত ত্যাগী সন্তানসকলক নানাভাৱে গঢ়ি তুলিবলৈ দিহা দি আছিল, সমাগত লোকসকলক উপদেশ দিছিল। ভাবৰ প্ৰবাহত চিকিৎসকৰ কথা ৰক্ষা কৰা কোনো সময়তে সম্ভব নাছিল। এই সময়তে লৰা-ইতক কষ্টসহিষ্ণু হবলৈ শিক্ষা পাবৰ কাৰণে ‘মাধুকৰী’ কৰি ওচৰ ঠাইৰ পৰা ভিক্ষা আনিবলৈ উপদেশ দিছিল। সেই আদেশ পালন কৰি সকলো ভক্ত সন্তান ওচৰৰ গৃহীসকলৰ ঘৰলৈ ভিক্ষালৈ গৈছিল। নৰেন্দ্ৰনাথো সেই দৰে মাধুকৰীলৈ গৈ ভিক্ষা আনিছিল।

এই সময়ত নৰেন্দ্ৰনাথে কেনেভাবে দিন কটাইছিল ভাবিলে আচৰিত হব লাগে। তেওঁ এতিয়াৰ দৰে চিন্তা-ভাবনাত থাকিও পৰমহংসদেৱৰ নিৰ্দ্দেশমতে ধ্যান-জপ, পঢ়া-শুনাও নিয়মিতৰূপে কৰি আছিল। এইটোও দেখা যায় যে ইয়াতেই নৰেন্দ্ৰনাথে প্ৰথম সমাধি অৱস্থা লাভ কৰি ধন্য হয়। এই বিষয়ে বাহুল্যভাৱে 'অৱতৰণিকা' ভাগতে উল্লেখ কৰা আছে। তাত আৰু উল্লেখ কৰা আছে কেনেকৈ সময়ৰ লগে লগে পৰমহংসদেৱে নৰেন্দ্ৰনাথক ক্ৰমে জ্ঞান-ভক্তিৰ অধিকাৰী কৰি তুলিছিল আৰু শেষত সকলো ভক্তসন্তানক তেওঁৰে হাতত গতাই দি গৈছিল। বীৰহৃদয় নৰেন্দ্ৰনাথে সেইবিলাকৰ দায়িত্ব নিজে গ্ৰহণ কৰিলে। নিজ গুৰুৰ ইচ্ছামতে লোক-কল্যাণ ব্ৰত জীৱনৰ মুখ্য উদ্দেশ্যৰূপে গ্ৰহণ কৰি লৈ সন্ন্যাস মন্ত্ৰ ললে।



# বৰাহ নগৰত মঠ

পৰমহংসদেৱৰ ব্ৰহ্মনিৰ্ব্বাণ লাভত নৰেন্দ্ৰনাথৰ অন্তৰত যথেষ্ট আঘাত পালে। যি শক্তিক আশ্ৰয় কৰি তেওঁ ঘৰ-সংসাৰ এক প্ৰকাৰ ত্যাগ কৰি আছিল আজি সেই জীৱন্ত শক্তিৰ অভাৱত প্ৰথমতে চঞ্চল হৈ উঠা অস্বাভাৱিক নহয়। তথাপি যথোচিত সমাৰোহ কৰি পৰমহংসদেৱৰ তপঃপূত দেহ কাশীপুৰ শ্মশানত সংকাৰ কৰা হল, আৰু সেই পবিত্ৰ দেহৰ ভষ্মাবশেষখিনি এটি তামৰ কলহত ভৰাই কাশীপুৰৰ ভাৰা কৰা ঘৰলৈকে লৈ আহিল আৰু তাতে থৈ দিলে।

পৰমহংসদেৱৰ চৰিত্ৰ প্ৰভাৱত বহুতো ত্যাগী ভক্ত তেখেতক আশ্ৰয় কৰি আছিল। মহাপ্ৰস্থানৰ আগতে এইসকলৰ ভাৰকে নৰেন্দ্ৰনাথৰ হাতত সমৰ্পণ কৰি গৈছে। তেখেতৰ ইচ্ছা আছিল এই ত্যাগীসকলৰ দ্বাৰাই ধৰ্ম্মৰ নতুন ব্যাখ্যা প্ৰচাৰ কৰিব লাগিব আৰু লোক কল্যাণ ব্ৰতত নিজ নিজ জীৱন যাপন কৰি সমাজত উচ্চ ভাৱৰ আদৰ্শ প্ৰতিষ্ঠিত কৰিব। পৰমহংসদেৱৰ অংহনত এতিয়া নৰেন্দ্ৰনাথে সেই ঘৰতে একেলগে সকলোটি ভক্ত সন্তানেৰে দিন যাপন কৰিবলৈ ঠিক কৰিলে, কাৰণ ঘৰটোৰ বন্দোবস্তৰ দিন পূৰা হবলৈ আৰু অলপ দিন বাকী আছে। সেই মতে এই ঘৰতে তেওঁবিলাক থাকে আৰু নিৰূপিত কাৰ্য্যৰ উপৰিও পৰমহংসদেৱৰ কথা প্ৰসঙ্গ আৰম্ভ কৰি সকলো তন্ময় হৈ যায়। তেওঁবিলাকৰ মানত পৰমহংসদেৱৰ চৰণ পৰশত সেই ঠাইৰ ধূলি কণাটি পৰ্য্যন্ত কিমান পবিত্ৰ! তাকেই বুকত সাবটি লৈ সকলোটি ত্যাগী সন্তানে যেন অলপ সন্তাপ পাহৰিবলৈ চেষ্টা কৰিছে।

এতিয়া পৰমহংসদেৱৰ পবিত্ৰ ভস্মাৱশেষ স্থায়ী ভাবে কত থোৱা হব এই কথাটো লৈ গৃহী আৰু ত্যাগী ভক্তসকলৰ ভিতৰত মতভেদ হল। ত্যাগীসকলে ভাবে যে গঙ্গাৰ পাৰত কোনো ঠাইত যোগ্যভাবে এই ভস্মাৱশেষ স্থাপন কৰিব লাগিব, কাৰণ গঙ্গাৰ সামীপ্য পৰমহংসদেৱে বৰ ভাল পাইছিল। গৃহভক্তসকলে কলে "তোমালোকৰ নিজৰে মূৰ গুজিবলৈ ঠাই এডোখৰ নাই, তেখেতৰ দেহাৱশেষ যোগ্য ভাবে তোমালোকে ৰাখিব নোৱাৰিবা, আমাক দিয়া, আমি ইয়াৰ উপযুক্ত দিহা কৰিম।" ত্যাগীসকলৰ ভিতৰত শশী, নিৰঞ্জন আৰু ৰাখাল মহাৰাজে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰিলে আৰু কোনোমতেই গৃহীসকলক দিবলৈ ৰাজী নহল। অগত্যা নৰেন্দ্ৰনাথে মধ্যস্থতা কৰিবলৈ বাধ্য হল। বিতণ্ডাত অতিষ্ঠ হৈ তৰ্ক নকৰি এঠাইত তেওঁ আগতে কথা দি আহিল "গৃহীকে অস্থি দিয়া হব।"

এতিয়া উভয়পক্ষকে বুজনি দিয়াৰ চলতে নৰেন্দ্ৰনাথে কলে :— কোনেও নাভাবিবাহঁক যে এই ভস্মাৱশেষ তোমালোকে (ত্যাগী-সকলে) ৰাখিব পাৰিলেই পৰমহংসদেৱৰ প্ৰতি ভক্তি দেখুৱা হল। যদি আমি তেখেতৰ উপযুক্ত শিষ্য হব খোজোঁ তেনেহলে এই ভস্মাৱশেষ লৈ কাজিয়া নকৰি বৰং আমি পৰমহংসদেৱৰ উপদেশ মতে নিজ নিজ জীৱন গঠন কৰিবলৈ চেষ্টা কৰা উচিত। আহাঁইক আমি তাকে কৰোঁ আৰু ভস্মাৱশেষ গৃহীসকলকে দিয়া হওক।" এই কথাত লগৰীয়া ভক্তসকলৰ কবলৈ একো নাথাকিল। নৰেন্দ্ৰনাথে নিজে মূৰত তুলি লৈ সেই কলহটো কাকুঁৰগাছিৰ ৰামচন্দ্ৰ দত্ত প্ৰতিষ্ঠিত * যোগোদ্যানত দি আহিলগৈ। ইমানতে সেই

* এই কাকুঁৰগাছি যোগোদ্যানত এতিয়া ডাঙৰ মন্দিৰ

বিবাদ মিটিল। লিখা বাহুল্য ইতিমধ্যে এজন নৈষ্ঠিক ভক্তই আনে নজনাকৈ আধাখিনি ভস্মাবশেষ সেই কলহব পৰা আন এটা কলহত ভৰাই কলিকতাৰ বলৰাম বসুৰ ঘৰত লুকুৱাই থৈ আহিলগৈ। এই কলহটিকে ঢৈধ্য বছৰৰ পিচত স্বামীজীয়ে বেলুড়মঠত স্থাপন কৰিছিল। ইতিমধ্যে কিন্তু কেদিনমানৰ পিচতে বলৰাম বসুৰ ঘৰৰ পৰা সেই কলহটি লৈ আহি মঠত স্থাপন কৰি নিত্য পূজাৰ ব্যৱস্থা কৰা হয়।

পৰমহংসদেৱৰ চিকিৎসাৰ কাৰণে যিটো ঘৰ কাশীপুৰ বাগানত ভাৰা কৰি লোৱা হৈছিল, সেই ঘৰৰ মিয়াদ আৰু সৰহ দিন বাকী নাই। এই ঘৰটি গৃহী ভক্তসকলেই গোট হৈ পৰমহংসদেৱৰ কাৰণে ভাৰা কৰি দিছিল। মিয়াদৰ অন্তত এতিয়া ত্যেগেতৰ ত্যাগী ভক্ত সন্তানসকল যায় কলৈ? এই ভাডৰ প্ৰশ্নটো লৈয়ো আকৌ মতভেদে দেখা দিলে। গৃহীসকলৰ বহুতে মত প্ৰকাশ কৰিলে—'এতিয়া এই লৰাইত ঘৰলৈ উলটি যোৱাই উচিত। লৰা-সকলৰ সুদীৰ্ঘ ভবিষ্যত এটা অনিশ্চয়তাৰ ওপৰত কেনেকৈ এৰি দিব পাৰি?" কেজনমান ভক্তই এই কথাত আপত্তি কৰিলে। বিশেষতঃ যি কেজনে একেবাৰে ঘৰ এৰি ওলাই আহিছে তেওঁলোকৰ বিষয়ে নো কি হব? সন্ন্যাস লোৱাৰ পিচত এতিয়া এওঁবিলাকে কেনেকৈ ঘৰলৈ উলটিবই বা পাৰে? তেন্তে এতিয়া কৰা যায় কি?

এই গুৰুতৰ সমস্যাৰ সমাধান কৰিলে উদাৰ হৃদয় সুৰেন্দ্ৰনাথ

---

স্থাপিত হৈছে। প্ৰতি বছৰ জন্মাষ্টমীৰ দিনা অতি সমাৰোহেৰে 'ঠাকুৰৰ' জন্মোৎসৱ পালন কৰা হয়। ছাত্ৰাৱস্থাত কেইবা বাৰো এই উৎসৱলৈ নিজে গৈছিলোঁ।

মিত্র নামে এজন গৃহী ভক্তই সকলোৰে মিলি এদিন জল্পন'-কল্পনা কৰি আছে একো মীমাংসালৈ আহিব নোৱাৰি, এনেতে অতি করুণভাবে উক্ত ভক্তজনে কলে 'তইতনো কলৈ যাবিইঁক ? কত নো ভিক্ষা কৰি খাবি গৈ ? নালাগে কলৈকো যাব। এই ঘৰ ভাৰা লবলৈ মোৰ অংশত যি টকা 'দছিলোঁ সেই টকা এতিয়াও দিম। তইঁতে এটা ঘৰ সিমান টকাৰ ভিতৰতে বিচাৰি উলিয়া। আন আন ভক্তই সৈতে লগ লাগি আমি যেনেতেনে 'মঠ' ৰাখিবই লাগিব। সময়ত এই মঠত আমিও মাজে সময়ে মুখ জুৰাবলৈ আহিব পাৰিম।" তেখেতৰ এনে উৎসাহপূর্ণ কথাত সকলোৰেই আশ্বস্ত হল আৰু ঘৰ বিচাৰি উলিয়াবলৈ দিহা কৰিলে।

কিছুদিন চেষ্টাৰ পিচত বৰাহ নগৰতে এটি ঘৰ পোৱা হল। ঘৰটি বহুদিনীয়া পুৰণি, ভাৰাটিয়াৰ অভাবত বহুদিন ঘৰটো খালি হৈ পৰি আছিল। অথচ ঘৰটি গঙ্গাৰ পাৰত, ভাৰা কিছু কম আৰু বহু পৰিমাণে নির্জ্জন। সেই কেইটা কথাৰ বাবে এই ঘৰটিকে ভাৰা লোৱা হল। তেতিয়া ইং ১৮৮৬ চনৰ আগষ্ট মাহ। এই ঘৰতে মঠ ১৮৯২ চনলৈকে আছিল। ইয়াৰ পিচত ১৮৯২ চনৰ পৰা ১৮৯৭ চনলৈকে মঠ আলমবাজাৰলৈ স্থানান্তৰিত হৈছিল। তাৰ পিচত কিছুদিনৰ কাৰণে বেলুড়ৰ ওচৰৰে নীলাম্বৰ বাবুৰ বাগানলৈ উঠি যায় আৰু ইয়াৰ পৰাই পৰমহংসদেৱৰ দেহত্যাগৰ প্রায় চৈধ্য বছৰৰ পিচত ইং ১৮৯৮-৯৯ চনত স্থায়ী ভাবে বেলুড়ত মঠ স্থাপিত হয়। বৰ্ত্তমানে তাত এতিয়া বহু লক্ষ (৯। লক্ষ) টকা ব্যয়ত তাঙৰ মন্দিৰ প্রতিষ্ঠিত হৈছে। তাৰ সংলগ্ন ঠাইত কেইবাটিও সমাধি মন্দিৰ, শিক্ষায়তন, চিকিৎসালয়, পুষ্পোদ্যানে সৈতে বিৰাট অনুষ্ঠানত পৰিণত হৈছে। ভবিষ্যতৰ গৰ্ভত আৰু কি অভিব্যক্তি বাকী আছে কোনে কব ?

যাৰ অনুগ্ৰহত বৰাহনগৰত মঠ আৰম্ভ কৰা সম্ভৱপৰ হল তেখেত পৰমহংসদেৱৰ অতি প্ৰিয়পাত্ৰ সন্তান। তেখেতক পৰমহংসদেৱে মাতিছিল আদৰ কৰি "দানা" বুলি। তেওঁতে "দানা" শব্দে শিৰামুচৰ বুজাইছিল। পৰমহংসদেৱৰ ওচৰলৈ অহাৰ পৰাই নৰেন্দ্ৰনাথক এখেতে লগ পাইছে আৰু বহুমুখী প্ৰতিভা আৰু গুণত মুগ্ধ হৈছে। এতিয়া এই নৰেন্দ্ৰনাথৰ ওপৰতে মঠ পৰিচালনাৰ সকলো ভাৰ পৰিল। মঠৰ তেৱেঁই প্ৰথম অধিনায়ক হল। গুৰু-ভকত সকলৰো নৰেন্দ্ৰনাথৰ ওপৰত সম্পূৰ্ণ বিশ্বাস আছিল। সকলোৰে ভিতৰত এটা মধুৰ প্ৰীতি বন্ধন থকাত সামান্য কষ্ট বা অসুবিধাৰ ভিতৰতো সকলোৱেই এটা অপাৰ্থিব আনন্দত দিন কটাব পাৰিছিল।

বৰাহনগৰত নিয়মিতৰূপে মঠ স্থাপন কৰাৰ আগতে কেইজন-মান ভক্ত-ত্যাগী সন্তান কাশীপুৰৰ পৰাই নিজ নিজ ঘৰলৈ গৈছিল। তাৰ ভিতৰৰ আটাই কেইজনেই বিশ্ববিদ্যালয়ৰ বি, এ উপাধিৰ পৰীক্ষাৰ্থী আছিল। সিবিলাকক বুজনি দিলে—"পৰীক্ষাটো পাছ কৰিলে তোমালোকৰ পক্ষে উপকাৰৰ বাহিৰে অপকাৰ নহয়। পৰীক্ষা পাছ কৰাৰ পিচতো তোমালোক আকৌ ইয়ালৈ আহিব পাৰিবা। এতিয়া এটা অনিশ্চয়তাৰ মাজত কিয় তোমালোকে সময় নষ্ট কৰিব লাগিছে? সেই কথাতেই সেই সকল ঘৰলৈ গৈ পঢ়া শুনাত ব্যস্ত হৈছিল। এতিয়া মঠ আৰম্ভ হোৱাৰ লগে লগে নৰেন্দ্ৰনাথ তেওঁলোকৰ ওচৰলৈকো ছেগ বুজি মাজে সময়ে যাবলৈ ধৰিলে আৰু পৰমহংসদেৱৰ উপদেশবিলাকৰ কথা সোঁৱৰাই দি কৰ্ত্তব্য নিৰূপণ কৰিবলৈ আহ্বান কৰিলে। নৰেন্দ্ৰনাথে যুক্তিৰে বুজালে বিশ্ববিদ্যালয়ৰ শিক্ষা আৰু আধ্যাত্মিক জীৱনৰ লগত কোনো ৰকমেই সামঞ্জস্য হ'ব নোৱাৰে। বিশ্ববিদ্যালয়ৰ শিক্ষা

ভোগজীৱনৰ উপযোগী হব পাৰে কিন্তু সি কেতিয়াও ত্যাগজীৱনৰ পক্ষে অনুকূল হব নোৱাৰে। গতিকে এনে শিক্ষাৰ পিচে পিচে ঘূৰি সময় আৰু নিজ শক্তিৰ অপচয় কিয় কৰিব লাগে! বিশেষত যি সকলে এটা আন আদৰ্শ আগত লৈ সন্ন্যাস জীৱন গ্ৰহণ কৰিছে তাৰ পক্ষে এই কাৰ্য্য শোভন আৰু সঙ্গত কেনেকৈ হব পাৰে? নিজ জীৱনৰ আদৰ্শেৰে পৰমহংসদেৱে আমাক কি শিক্ষা দি গল? তেখেতৰ অন্তৰ্দ্ধানতে আমি সকলো পাহৰি যোৱা উচিত হব নে?

এনেবিলাক যুক্তি, বহুতো পৰামৰ্শ কৰি ভক্তসকলৰ ঘৰলৈ গৈ মন ঘূৰাই আকৌ উপযুক্ত পথলৈ আনিবলৈ চেষ্টা কৰাত কেইবাজনো গৃহীৰ বিৰাগভাজন হলেও নৰেন্দ্ৰনাথে তালৈ ভ্ৰূক্ষেপ কৰা নাছিল। এনে চেষ্টাৰ ফলত কেইবাজনো তেতিয়াই মঠলৈ ঘূৰি আহিল। বাকী কেজনো সময়ত অৱস্থাৰ হেঁচাত পৰি আহিবলৈ বাধ্য হল। নৰেন্দ্ৰনাথৰ মনত ধাৰণা, এতিয়াৰ পৰা উপযুক্ত সংখ্যক ত্যাগী ভক্ত নিয়মিত শিক্ষাৰ দ্বাৰা প্ৰস্তুত নহলে ভবিষ্যতে তেওঁৰ মনোমত আঁচনিৰে কামৰ সূচনা কেনেকৈ কৰিব?

যি সময়ত ভক্তসন্তানসকল অত তত সিঁচৰতি প্ৰায় হৈ আছিল সেই সময়ত আটাপুৰৰ পৰা স্বামী প্ৰেমানন্দৰ মাকে সকলো ভক্ত সন্তানক নিমন্ত্ৰণ জনালে। সেই মতে যত যিমান ত্যাগী ভক্তসন্তান আছিল সকলো আটাপুৰলৈ গল। তাত সকলোটি মিলিত হৈ কেইবাদিনো উৎসৱত মগ্ন হৈ আনন্দেৰে কটালে। এই সময়ত গান, সংকীৰ্তন, শাস্ত্ৰব্যাখ্যা পৰমহংসদেৱৰ জীৱন আলোচনা প্ৰভৃতিত সকলোৱেই এনে ভাবে যোগ দিছিল যে কেনি নো সেই কেইটা দিন পাৰ হল কোনেও গমকে নাপালে।

আচৰিত কথা ইয়াৰ পৰা উলটি সকলোটি ভক্ত সন্তানেই যেন মঠলৈ আকৰ্ষিত হৈ আছিল কোনো আৰু বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিবৰ কাৰণে ঘৰলৈ নগল। নৰেন্দ্ৰনাথ এতিয়া বহুতো পৰিমাণে কৃতকাৰ্য্য হোৱা বাবে আনন্দিত হল।

নিতান্ত এৰাব নোৱাৰা ঘৰুৱা প্ৰয়োজনত এতিয়াও মাজে সময়ে নৰেন্দ্ৰনাথ ঘৰলৈ গলেও দিনৰ সৰহখিনি সময় আৰু ৰাতি সদায় মঠতে যাপন কৰিছিল। সন্ন্যাসীৰ কঠোৰ জীৱন যাপন কৰিবলৈ এতিয়াৰ পৰাই নৰেন্দ্ৰনাথে সকলোকে সাৱধান কৰি দিছিল। নৰেন্দ্ৰনাথে বুজিছিল সুখত উঠা এই ভদ্ৰসন্তানসকলৰ মনোবল নহলে কিহেৰে এনে কষ্টসহিষ্ণু হৈ ত্যাগপন্থৰ কঠোৰতা সহ্য কৰিবলৈ সমৰ্থ হব? মনোবল নাথাকিলে আকৌ হয়তো দুই এজনকৈ মঠ এৰি যাব পাৰে। নৰেন্দ্ৰনাথে কিন্তু সকলোকে নিজ ভায়েকৰ দৰেই স্নেহ কৰিছিল। তেওঁৰ প্ৰভাৱৰ হাত এৰাবৰ শক্তি কাৰো নাছিল। বিশেষতঃ সকলোৰে বিশ্বাস আছিল গুৰুভকত নৰেন্দ্ৰনাথৰ হাতত পৰমহংসদেৱে যেতিয়া গতাই দি গৈছে তেওঁৰ পৰিচালিত পথত থাকিলেই 'ৰামকৃষ্ণদেৱ' তুষ্ট হব।

বৰাহনগৰ মঠ সঁচাকৈয়ে পোনতে পৰীক্ষাৰ থলিয়েই আছিল। মঠৰ অধিবাসী সকলোৰেই সংসাৰৰ দুখ-বিপদৰ পক্ষে অনভিজ্ঞ। পোনতে মঠ আৰম্ভ কৰোঁতে পৰিচালনাৰ বাবে কোনো বিশেষ সংস্থান নাছিল। অতি কষ্টে তাত দিন কটাব লগাত পৰিছিল। ভক্তসকলে ভিক্ষা কৰিবলৈকো অভ্যস্ত নাছিল। দানকে বা দিয়ে কোনে? দিলেও লবলৈ লাজ। সহায়কে বা পাব কৰ পৰা? এনে কি কোনো চাকৰ আদি সহায়কাৰী মানুহৰ অভাৱত ঘৰুৱা যাবতীয় কাম নিজেই কৰিবলগীয়া হৈছিল। সৰহ কি

পৰবৰ্ত্তি কালত স্বামীজীয়ে সেই সময়ৰ দুখৰ কথা নিজে এনেকৈ কৈছিল, "ববাহনগৰত এনে কত দিন গৈছে যে খাবলৈ একেৱেই নাই। ভাত যদি এমুঠি হল, নিমখ নাই। কিছুদিন বা আকৌ নিমখ-ভাতেই চলিল। কিন্তু কোনেও এই কষ্ট গ্ৰাহ্য কৰা নাই। তেতিয়া জপ-ধ্যানতে প্ৰায় সকলোৱেই নিমগ্ন। × × × আহা সেইবোৰ কি দিন পাৰ হৈছে। সেই কঠোৰতা দেখিলে মানুহ কি ভূতো পলাবলৈ তত নাপায়।"

মঠৰ এই কষ্টৰ দিনত সহায়তা কৰিছিল সেই সুৰেন্দ্ৰনাথ মিত্ৰয়ে। তেখেতৰ পৰাই মঠ প্ৰতিষ্ঠিত হল। এতিয়া খবৰা-খবৰত যেতিয়া এনে নিদাৰুণ কষ্টৰ কথা গম পালে তেখেতে গোপাল নামে এজনক মঠৰ সহায়কাৰী হিচাবে নিযুক্ত কৰিলে। তেওঁৰ পৰিবাৰৰ ভৰণ-পোষণৰ ভাৰ উক্ত মিত্ৰ মহাশয়ে ললে আৰু গোপালক দিনে-ৰাতিয়ে মঠত থাকিবলৈ দিলে। তাক ভিতৰুৱাকৈ কৈ দিলে "যি দিনা মঠত খাবলৈ একো নাথাকিব তই মোক খবৰ দিবি।" সেই মতে গোপালে যেতিয়াই গৈ মিত্ৰ মহাশয়ক খবৰ দিছে তেতিয়াই খাবৰ জোখাই বস্তু বজাৰ কৰি পঠাই দিছে। কিন্তু গোপালক সদায় সাবধান কৰি দিয়ে কৰ পৰা সেই বস্তু নিছে সেই কথা যেন মঠত কোৱা নহয়। মুঠতে এই মহা-প্ৰাণ মিত্ৰ মহাশয়ৰ গুণতে পোনতে বৰাহ নগৰৰ মঠ চলিবলৈ ধৰিলে। কোৱা বাহুল্য পৰিচাৰক গোপালে পৰমহংসদেৱক জানিছিল আৰু স্বামীজীক সি বৰ ভাল পাইছিল। মঠত থাকিবলৈ পাই সি নিজে ধন্য জ্ঞান কৰিছিল আৰু অতি ভক্তিৰে মঠৰ সকলো কামতে সহায়তা কৰিছিল।

প্ৰকৃততে নৰেন্দ্ৰনাথৰ পৰিচালনাত মঠৰ এই কষ্ট কোনেও গণ্য কৰা নাছিল। ইয়াত নিয়মিত ভাৱে জীৱন যাপন কৰিবলৈ

শিক্ষা দিয়া হৈছিল। নিৰূপিত সময়ত জপ-ধ্যান, নিৰ্দ্দিষ্ট সময়ত মঠৰ যাবতীয় কাম, শাস্ত্ৰ অধ্যয়ন, কোনো সৎপ্ৰসঙ্গ বা আলোচনা ইত্যাদি নানাবিধ কাৰ্য্যত লিপ্ত থাকি আৰু তাতে নৰেন্দ্ৰনাথৰ উপদেশ, তেওঁৰ শাস্ত্ৰাধ্যাপনা আৰু মাজে মাজে গল্পাদিৰ দ্বাৰায়ো হাঁহি-ধেমালিৰ মাজেদিও শিক্ষাত সময় কেনি যায় কোনেও গমকে ধৰিব নোৱাৰে। পাৰ্থিব কোনো কথাত যেন তেওঁবিলাকৰ দৃষ্টি নাই। সদায় উচ্চ ভাব-ৰাজ্যত তেওঁবিলাকৰ মন বিচৰণ কৰে। মঠতে এই জীৱনাত সকলোৱেই একনিষ্ঠ ভাবে তপস্যাৰ সুযোগ লাভ কৰিলে। প্ৰণালী লগালে তীক্ষ্ণধীসম্পন্ন নৰেন্দ্ৰনাথে। তাত সম্বল তেতিয়াৰ কালত হৈছিল হৃদয়ৰ বল।

এতিয়াৰ পৰাই সঙ্ঘ-জীৱনৰ চানেকি নৰেন্দ্ৰনাথে সকলোৰে মনত অঙ্কিত কৰিবলৈ চেষ্টা কৰিলে। তেওঁ সকলোকে পৰিষ্কাৰ ভাবে এতিয়াৰ পৰাই বুজাই দিলে "আমাৰ এই জীৱন আমাৰ এই সাধনা নিজৰ মুক্তিৰ কাৰণে নহয়। নিজৰ মুক্তিৰ কাৰণে চেষ্টা এটা সাধাৰণ সহজ কথা। আমাৰ সাধনা ভাৰতৰ কল্যাণ লক্ষ্য কৰি—ভাৰতৰ কিয় গোটেই জগতৰ কল্যাণ আমাৰ এই পুৰুষাকাৰৰ অন্তৰ্গত।" মঠজীৱনৰ এই বাণী পৰৱৰ্ত্তি কালত সত্যত পৰিণত হৈছিল।

মঠ এতিয়া নিয়মিতৰূপে চলিবলৈ ধৰিলে। মঠৰ গুৰুভকত-সকলে নিজ নিজ জীৱন আৰু চৰিত্ৰ গঠনত মনোনিবেশ কৰিলে। এতিয়াৰ পৰাই মাজে মাজে মঠৰ দুই এজন ভক্ত তীৰ্থ ভ্ৰমণলৈ গৈছিল। এই ভ্ৰমণৰ সাৰ্থকতা বুজিব পাৰি নৰেন্দ্ৰনাথে কাকো মানা কৰা নাছিল। গোনতে শ্ৰীশ্ৰীমাতা ঠাকুৰাণীৰ লগত ৰাখাল মহাৰাজ আৰু স্বামী যোগানন্দ কাশী আৰু বৃন্দাবনত

ফুৰিবলৈ গৈছিল। মঠ স্থাপন হবৰ এবছৰৰ পিচৰ পৰাই নৰেন্দ্ৰ নাথেও মাজে মাজে বৈদ্যনাথ প্ৰভৃতি ওচৰ ঠাইত ফুৰিবলৈ গৈছিল। আকৌ ঘূৰি সেই মঠলৈকে আহিছিল। এতিয়াৰ পৰা তেওঁ মঠকেই স্থায়ী ঘৰ কৰি ললে আৰু প্ৰয়োজন হলেহে মাক ভায়েকহঁতৰ ওচৰলৈ গৈছিল।

মঠৰ গুৰু-ভকতসকলৰ ভিতৰত একমাত্ৰ শশী মহাৰাজেই কেতিয়াও কলৈকো লৰচৰ কৰা নাই। তেওঁ সদায় একান্তমনে ঠাকুৰৰ নিত্য পূজা সমাপন কৰিছিল। তেওঁৰ নিষ্ঠা দেখি নৰেন্দ্ৰনাথ অতিশয় আনন্দিত হৈছিল আৰু একনিষ্ঠ সেৱাৰ বাবে উৎসাহ দিছিল। পিচত কৈছিল 'শশীয়েই মঠৰ মেৰুদণ্ড-স্বৰূপ আছিল। এনে নৈষ্ঠিকতা আজি কালিৰ দিনত দুৰ্লভ।"

ইং ১৮৮৮ চনৰ পৰা ১৮৯০ চনলৈকে এই কেবছৰৰ ভিতৰত নৰেন্দ্ৰনাথ এবাৰ হৃষীকেশলৈকে ভ্ৰমণ কৰিবলৈ গৈছিল। তাৰ পৰা ঘূৰি আহি আকৌ বৰাহনগৰৰ মঠ পায়হি। ইং ১৮৯১ চনত হে স্বামীজীয়ে কিছুদিনলৈ পৰিব্ৰাজকৰূপে ভ্ৰমণলৈ গৈছিল আৰু সেই ভ্ৰমণৰ লগে লগেই চিকাগো ধৰ্ম্ম মহাসভাত যোগ দিবলৈ আমেৰিকালৈ যাত্ৰা কৰিছিল।

পোনতে নৰেন্দ্ৰনাথ কাশীধামলৈ গল। তাত ত্ৰৈলঙ্গ স্বামীৰ লগত দেখা কৰিলে। তাৰ পিচত দেখা হল ভাস্কৰানন্দ স্বামীৰ লগত। এখেতৰ লগত সাক্ষাৎ কৰি আৰু ধৰ্ম্ম বিষয়ক কথা পাতি নৰেন্দ্ৰনাথ অতিশয় আনন্দিত হৈছিল। তাৰ পিচত গল অযোধ্যালৈ, অযোধ্যাৰ পৰা ঘূৰি আগ্ৰালৈ আহিল। আগ্ৰাৰ তাজমহলৰ ওপৰত নৰেন্দ্ৰনাথৰ উচ্চ ধাৰণা আছিল। তেওঁ কৈছিল "ইয়াৰ শিল্প নৈপুণ্যৰ এটি এটি বিষয় বুজিবলৈ যথেষ্ট সময় লাগিব।" ইয়াৰ পৰা খোজ কাঢ়ি বৃন্দাবনলৈ গল। পথ ক্লান্তিত

কাতৰ হৈ মথুৰাৰ ওচৰত বাটৰ কাষতে এজন মানুহে ধঁপাত খাই থকা দেখি স্বামীজীয়ে কলে, "চাওঁ চিলিমটো দিয়াচোন।" মানুহটিয়ে অতি ব্যস্ত হৈ উত্তৰ দিলে "মহাৰাজ মই জাতত ধাওৰ (মেথৰ)।" কথা শুনিয়েই নৰেন্দ্ৰনাথ প্ৰথমতে বিমুখ হৈ কিছুদূৰ গলগৈ। অলপ গৈ ভাবিলে মই কি কৰিলোঁ? ইমান সাধনা আৰু শিক্ষাৰ, পৰমহংসদেৱৰ উপদেশৰ ফল এয়েহে হল নে? সন্ন্যাসীৰ নিজৰেই বা জাত কি আৰু আনবো জাত বিচাৰ কৰিলেনো আনক অস্পৃশ্যতাৰ বিষয়ে শিক্ষা দিম কেনেকৈ?" ইত্যাদি ভাবি নিজৰ ভুল বুজিব পাৰি নিতান্ত ক্লান্তি বোধ হলেও আকৌ ঘূৰি আহি সেই মানুহটিক কলে, "ধঁপাত এচিলিম লগাই আনা।" সি আপত্তি কৰাত কোনো কথা নুশুনি ধঁপাত লগাই অনালে আৰু খাইহে তাৰ পৰা আকৌ বৃন্দাবনৰ ফালে গুচি গলগৈ।

বৃন্দাবনত পৰিক্ৰমা নকৰিলেও গোবৰ্দ্ধন আৰু ৰাধাকুণ্ড চাবলৈ গৈছিল। ইয়াতেই স্বামীজীয়ে গীতাৰ এটা মহান বাক্যৰ সত্যতা পৰীক্ষা কৰি চাইছিল। গীতাত আছে "যোগক্ষেমসকলৰ যাবতীয় ভাৰ মই বহন কৰোঁ।" নৰেন্দ্ৰনাথে ইয়াৰ প্ৰমাণ চাবলৈ ভিক্ষা নকৰাকৈ থাকিল। তেওঁ প্ৰমাণ পালে প্ৰত্যক্ষ দৃষ্টান্তৰ দ্বাৰা যে শাস্ত্ৰবাক্য সঁচা। তেওঁ যেতিয়া ভোক-পিয়াহত নিতান্ত কাতৰ হৈ বাটে বাটে লাহে লাহে গৈ আছে সেই সময়ত এজন মানুহে পিচে পিচে মাতি মাতি গৈ খাবৰ যথেষ্ট বস্তু নি তেওঁক খুৱাই তৃপ্তি লাভ কৰি ঘূৰি আহিছিল। এই পৰীক্ষাত নৰেন্দ্ৰনাথৰ অন্তৰ কৃতজ্ঞতাত ভৰপূৰ হৈ উঠিল তেওঁ এতিয়া নিঃসন্দেহে বুজিলে "ঐশী শক্তি তেওঁৰ লগে লগেই থাকি ৰক্ষণাবেক্ষণ কৰি আছে।"

বৃন্দাবনৰ পৰা নৰেন্দ্ৰনাথ দিল্লীলৈ যোৱা বাটত 'হাতৰাছ' ষ্টেচন পালে। কেইবাদিনো ভোকে-পিয়াহে জৰ্জ্জৰিত হৈ এতিয়া তেওঁ উপায়ান্তৰ নহৈ ষ্টেচনৰ প্লেটফৰ্মত বহি আছিল। তেওঁ সেই ষ্টেচনৰে ষ্টেচনমাষ্টৰ শৰৎগুপ্ত নামে এজন বঙ্গালী ভদ্ৰলোকৰ চকুত পৰিল। মলিন বসন যদিও পিন্ধনত, তথাপি মুখৰ চেহেৰা দেখি নৰেন্দ্ৰনাথৰ প্ৰতি আকৃষ্ট হৈ সুধিলে আৰু সকলো জানি যথাসম্ভৱ সোনকালে যোগাৰ কৰি আহাৰ কৰাই নিজ ঘৰলৈ লৈ গৈ বিশ্ৰাম কৰিবলৈ দিলে। ইয়াত নৰেন্দ্ৰনাথ কেইবাদিনো থাকিল। তেওঁৰ গুণত তাৰ স্থানীয় সকলো মানুহ আকৃষ্ট হল আৰু নানা কথা-বতৰা আৰু উপদেশাদিৰ মাজত আনন্দত দিন যাবলৈ ধৰিলে।

তাত ৭ দিন আছিল। ইয়াৰ ভিতৰতে শৰৎগুপ্ত নৰেন্দ্ৰনাথৰ প্ৰতি আকৃষ্ট হল আৰু তেওঁৰ পৰা মন্ত্ৰ লবলৈ আকাঙ্ক্ষা কৰিলে। নিৰভিমান নৰেন্দ্ৰনাথে প্ৰথমতে মন্ত্ৰ দি কাৰো গুৰু হবলৈ অমান্তি হৈছিল। কিন্তু শৰৎ গুপ্তৰ আগ্ৰহাতিশয্যৰ পৰা হাত এৰাব নোৱাৰি তেওঁক পৰীক্ষা কৰি চাই যথাসময়ত মন্ত্ৰ দিলে। এই আশ্ৰমৰ নাম দিলে 'স্বামী সদানন্দ।' এই সদানন্দ নৰেন্দ্ৰনাথৰ লগত হৃষীকেশত ফুৰিবলৈ যাবলৈ মান্তি হল। চাকৰিৰ পৰা ছুটী ললে আৰু দুয়ো যথাসময়ত ৰাওনা হল।

ইয়াৰ পৰা ৰেলযোগে দুয়ো হৃষীকেশ পালেগৈ। হিমালয়ৰ প্ৰতি সৰুকালৰে পৰা নৰেন্দ্ৰনাথৰ মনত এটা কৌতুহল আৰু শ্ৰদ্ধাৰ ভাব নিহিত আছিল। তেওঁ শুনি আহিছে এই হিমালয়ৰ কত নিৰ্জ্জন ঠাইত থাকি ঋষিসকল যোগ-পৰায়ণ আৰু তপস্বী। হিমালয়ৰ গাম্ভীৰ্য্যই তাৰ সৌন্দৰ্য্যই নৰেন্দ্ৰনাথৰ মনত আনন্দ দিলে। কিছুদিন তাত ধ্যানধাৰণা কৰি গোপনে শিষ্যৰ লগত থকাৰ

পিচত সদানন্দৰ জ্বৰ হল। তাৰ বেগ অলপ কমা মাত্ৰকে আকৌ 'হাতবাছলৈ' তেওঁক ঘূৰাই লৈ আহিল। ইয়াতেই নৰেন্দ্ৰনাথৰো জ্বৰ হল। সিপিনে মঠৰ পৰাও জৰুৰী চিঠি পাই তাৰ পৰাই আকৌ বৰাহনগৰ মঠলৈ এবছৰতকৈ বেচি দিনৰ পিচত ঘূৰি আহিল। তেওঁৰ আগমনত মঠৰ গুৰুভকতসকল অতিশয় আনন্দিত হল। তেওঁ নিয়মিতৰূপে গুৰুভকতসকলক শিক্ষা দিবলৈ আৰম্ভ কৰিলে। কৰ্ম্মব্যস্ত নৰেন্দ্ৰনাথৰ বিশ্ৰাম বুলি কথা নাছিল। আগৰ কথা মতেই প্ৰায় এমাহৰ পিচত স্বামী সদানন্দ বৰাহনগৰ মঠত আহি যোগ দিলে।

মঠৰ জৰুৰী যাবতীয় কাম শেষ কৰি কিছুদিন একেলগে গুৰুভকতসকলৰ লগত মঠত থাকি যেতিয়া বুজিলে এতিয়া ফুৰিবলৈ গলেও মঠৰ কাম ঠিক মতেই চলি থাকিব তেতিয়া তেওঁ আকৌ সকলোৰে পৰা বিদায় লৈ "আকৌ ঘূৰি নাহো বুলি" যাত্ৰা কৰিলে।

এই যাত্ৰাত নৰেন্দ্ৰনাথ পোনে পোনে গাজীপুৰলৈ গল তেওঁৰ আগ্ৰহ পাওহাৰী বাবাক দৰ্শন কৰা। দক্ষিণেশ্বৰত পৰমহংস-দেৱৰ লগত থাকোঁতে কেশব সেনৰ মুখেও এই যোগী আৰু জ্ঞানী পুৰুষজনৰ বিষয়ে শুনিছিল আৰু পৰমহংসদেৱেও এইজন পুৰুষৰ সুখ্যাতি কৰিছিল। গতিকে তেখেতক এবাৰ দৰ্শন কৰিবৰ ইচ্ছা প্ৰবল হল। কিন্তু তেখেতক দেখা পোৱা সহজ নহয়। এটা নিৰ্জ্জন গুহাত বাস কৰে। বাহিৰলৈ ওলাই নাহে আৰু কাৰো লগত কথা নকয়। পৰমহংসদেৱেও বাহিৰৰ পৰাহে কথা হৈছিল ইঙ্গিতত। ইয়ালৈ আহি নৰেন্দ্ৰনাথে শুনিলে যে যোৱা পাঁচ বছৰৰ ভিতৰত কোনেও তেওঁক বাহিৰলৈ অহা দেখা নাই।

এই কথাত নৰেন্দ্ৰনাথৰ মনত কৌতূহল আৰু বাঢ়িল। এইবাৰ

বাবাজীৰ আশ্ৰমৰ ওচৰৰে নেওটেঙাৰ বাৰী এখনত এটি পঁজাঘৰত থাকিবলৈ ঠিক কৰিলে যাতে বাবাজীৰ গুহাৰ ওচৰলৈ সঘনে গৈ তেখেতৰ দৰ্শন পাবৰ ছেগ পাব পাৰে। ইয়াত থকা কেইটা দিনত নৰেন্দ্ৰনাথ ভিক্ষাৰ ওপৰতে চলি আছিল।

ভাগ্যক্রমে এই অৱস্থাত নৰেন্দ্ৰনাথ সৰহদিন থাকিব লগাত নপৰিল। এদিন বাবাজীৰ লগত দেখা হল আৰু স্বামীজীৰ দুই এটি প্ৰশ্নৰ বাবাজীৰ উত্তৰত যথেষ্ট সন্তুষ্ট হল। তদুপৰি লক্ষ্য কৰি দেখিলে বাবাজীৰ গুহাত পৰমহংসদেৱৰ এখন ছবি। ইয়াত স্বামীজী আৰু আকৃষ্ট হল আৰু কেদিনমানৰ ঘনিষ্ঠতাৰ ফলত এদিন স্বামীজীক সেই চবিখন দেখুৱাই বাবাজীয়ে কলে "এখেত এজন প্ৰকৃত মহাপুৰুষ।"

নৰেন্দ্ৰনাথে প্ৰথমতে বাবাজী এজন 'হঠযোগী' বুলি ভাবিছিল কিন্তু এতিয়া কথা বাৰ্ত্তা পাতি বুজিলে এখেত এজন 'ৰাজযোগীও'। তেওঁৰ ইচ্ছা হল ইয়াৰ ভিতৰত নো কি আছে জানিব লাগে। বিশেষতঃ বাবাজীয়েনো কেনেকৈ ইমান দিন সমাধিস্থ থাকিব পাৰে তাৰো ঠিক তত্ত্বটো বুজিব লাগে ইয়াকে ভাবি এদিন বাবাজীৰ ওচৰত প্ৰস্তাৱ কৰিলে "বাবাজীৰ অনুগ্ৰহ হলে তেওঁ শিষ্য হব পাৰে।" বাবাজী সহজে সন্মত হল, কাৰণ এই কেইদিন কথা পাতি স্বামীজীৰ আধ্যাত্মিক শক্তি সামৰ্থ্যৰ আৰু পাণ্ডিত্যৰ যথেষ্ট পৰিচয় পাইছে। গতিকে এনে যোগ্য পুৰুষৰ গুৰু হবলৈ অভিলাষ কাৰ নহব? পিচত প্ৰশ্নকৰাত স্বামীজীয়ে কৈছিল "বাবাজীক গুৰু গ্ৰহণ কৰিলে যে পূৰ্ব্ব-গুৰু ত্যাগ কৰা বুজায় এই কথা মই ক্ষেত্তিয়াও মনী নাছিলোঁ।"

দীক্ষা লবৰ দিন বাৰ ঠিক হল। আগ ৰাতি নৰেন্দ্ৰনাথে সপোনত দেখিলে পৰমহংসদেৱৰ—অতি বিষণ্ণ মন, কাতৰতাপূৰ্ণ

দৃষ্টি। তেওঁৰ মন বিগলিত হ'ল। বুজিলে যি কাৰ্য্য কৰিবলৈ তেওঁ ওলাইছে সেইটো পৰমহংসদেৱৰ মনঃপূত নহয়। তেন্তে তেওঁ যি কৰিবলৈ গৈছে সেইটো কৃতঘ্নতাৰে' এটা ৰূপ নহ'বনে? এনে দুশ্চিন্তাত হঠাৎ সাৰ পাই উঠি "জয় ৰামকৃষ্ণ, জয় ৰামকৃষ্ণ, ক্ষমা কৰা প্ৰভু কৃপাময়" বুলি নামোচ্চাৰণ কৰিবলৈ ধৰিলে। তেওঁৰ আৰু দীক্ষা গ্ৰহণ কৰা নহ'ল। তেওঁ বুজিলে হঠযোগ বা ৰাজযোগত কি আছে তাক কালক্ৰমে জানিবলৈ সুযোগ হ'ব। কিম্বা প্ৰয়োজনমতে গুৰুকৃপাতে তাৰ সন্ধান পাব—এনে ভাবে নহয়।

দীক্ষা লোৱা নহ'ল যেতিয়া সেই থকা ঠাইৰ পৰা এজন তাৰ উচ্চ ৰাজকৰ্ম্মচাৰীৰ ঘৰলৈ আহিল। তাতে তেওঁ কেদিনমান থাকিল। তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ সেই ভদ্ৰলোকজনে কেইবাজনো ইংৰাজ ৰাজকৰ্ম্মচাৰীক দেখা কৰাই দিছিল। সিবিলাকে নৰেন্দ্ৰনাথৰ সৰ্ব্বতোমুখী জ্ঞান দেখি ইমান মুগ্ধ হৈছিল যে তাৰে এজন 'ডিষ্ট্ৰিক্ট জজে' তেওঁক বিলাতলৈ যাবলৈ অনুৰোধ কৰিছিল আৰু সেই অৰ্থে যথাসাধ্য সহায় কৰিবলৈ প্ৰতিশ্ৰুত হৈছিল।

নব্যভাবাপন্ন ইংৰাজী শিক্ষিত আৰু আধুনিক পাশ্চাত্য সভ্যতাত মুহ্যমান লোকসকলে ধৰ্ম্মসংস্কাৰৰ কথা উত্থাপন কৰোঁতে স্বামীজীয়ে কৈছিল "সংস্কাৰ মানে পুৰণি নিন্দা বা কঠোৰ সমালোচনা নহয়। অকল ইয়াৰ দ্বাৰা সংশোধন হ'ব নোৱাৰে। সংশোধনৰ প্ৰণালী স্বতন্ত্ৰ। অসীম প্ৰেম আৰু সহিষ্ণুতাদ্বাৰা সৰ্ব্বসাধাৰণৰ মাজত শিক্ষা প্ৰচাৰ পোনতে প্ৰয়োজন। এই শিক্ষা দ্বাৰা প্ৰত্যেকে নিজে নিজে অন্তৰে অন্তৰে বুজিব পাৰিব কোনটো ভাল, কোনটো বেয়া। তাৰ পিচত আপোনা-আপুনি বেয়াটো এৰি ভালটো গ্ৰহণ কৰিব। কিন্তু এই শিক্ষা সৰ্ব্বতোভাবে হিন্দুভাৱত অনুপ্ৰাণিত হ'ব লাগে। সকলো বস্তু হিন্দুৰ দৃষ্টিৰ

পৰা চাব লাগিব আৰু সেইমতে বুজিবও লাগিব। প্ৰকৃত শিক্ষা বাস্তবিকতে সেয়ে যিহেৰে হিন্দুৰ আদৰ্শ আমাৰ চকুত মহান আৰু গৌৰবান্বিত হৈ উঠে। কাৰণ এইটো স্থিৰ জানিবা যে হিন্দুধৰ্ম্ম এটা প্ৰকাণ্ড ভুল নহয়। তাৰ ভিতৰত প্ৰবেশ কৰি দেখিবা কিমান অতলস্পৰ্শ সমুদ্ৰবৎ এই হিন্দুধৰ্ম্ম। বিদেশীয় শিক্ষাৰ মোহত নুভুলিবা। দেশখন কি বুজিবলৈ, জাতিটো কি বুজিবলৈ চেষ্টা কৰা, চোৱা জাতীয় জীৱনৰ গতি, তাৰ বৃদ্ধি কিম্বা তাৰ প্ৰসাৰ কোন মুখে আৰু তাৰ লক্ষ্যই বা কোন অভিমুখে? যেতিয়া নিজৰ সকলো সাৰতত্ত্ব বুজিব পাৰিবা তেতিয়াই সকলো গোলমাল মিটি যাব।”

ইয়াত থাকোঁতেই এদিন খবৰ পালে যে হৃষীকেশত স্বামী অভেদানন্দৰ অসুখ হৈছে। তেওঁ তৎক্ষণাত জোগাৰ কৰি তেখেতক কাশীধামলৈ অনালে আৰু স্বামী প্ৰেমানন্দৰ হাতত তেওঁৰ শুশ্ৰূষাৰ আৰু চিকিৎসাৰ ভাৰ দিলে। সেই ব্যৱস্থাত ক্ৰমে স্বামী অভেদানন্দ সুস্থ হৈ উঠিল।

স্বামী অভেদানন্দৰ চিকিৎসা বা শুশ্ৰূষাৰ ভাৰ অন্যতম এজন গুৰুভকতৰ হাতত এৰি দি স্বামীজী নিশ্চিন্ত হোৱা নাছিল। প্ৰত্যেকজন গুৰুভকতক তেওঁ নিজ সহোদৰ ভাইতকৈও অধিক স্নেহ কৰিছিল এইবাৰ অলপ ধ্যান ধাৰণাৰ কাৰণে আজৰি লৈছিল মাথোন। কিন্তু বিধি বাম, বহুদিন উপাসনাৰ আনন্দত থাকিব নোৱাৰিলে।

কলিকতাৰ পৰা নিদাৰুণ বাতৰি আহিল মহাপ্ৰাণ বলৰাম বসু আৰু ইহ জগতত নাই! এই বাতৰি পাই কোমল অন্তঃ-কৰণৰ স্বামীজী অতিশয় শোকাকুল হল! তেওঁৰ কান্দোন দেখি আচৰিত হৈ গৃহস্থজনে সুধিলে “আপুনি সন্ন্যাসী, তদুপৰি জ্ঞানী।

আপুনি শোকত ইমান অধীৰ কিয় হৈছে ?" "স্বামীজীয়ে উত্তৰ কৰিলে "হব পাৰো, মই সন্ন্যাসী, সেইবুলি মোৰ অন্তৰখনো নোহাৰা কৰিলো নে ? প্ৰকৃত সন্ন্যাসীৰ হৃদয় কিন্তু সাধাৰণ মানুহতকৈও কোমল হোৱাহে স্বাভাৱিক। হাজাৰ হওক, আমিও সেই মানুহেইহে। বিশেষ তেখেত আমাৰ গুৰুভকত। আমি দুয়ো একেলগে পৰমহংস দেৱৰ পৰা শিক্ষা পাইছিলো। যি হওক তেওঁ এই বিপদৰ সময়ত গৃহীভক্ত বসু-পৰিয়ালক এবাৰ মুখ দেখা দিয়া উচিত হব বুলি কলিকতালৈ ঘূৰি আহিল আৰু কিছুদিন ৺বলৰাম বসুৰ ঘৰত বাস কৰিলে! বসু পৰিয়ালে স্বামীজীক পাই যথেষ্ট সান্ত্বনা পালে।

---

# পৰিব্ৰাজক।

যি মহৎ উদ্দেশ্য লৈ নতুন ভাবে সন্ন্যাসীসকলক লৈ স্বামী বিবেকানন্দই * মঠ আৰম্ভ কৰিছিল সি আধুনিক যুগপ্ৰয়োজনত অপৰিহাৰ্য্য হলেও নিৰ্জ্জন বাসৰ চিৰন্তন প্ৰথাৰ যি সংস্কাৰ তাৰ হাত এৰোৱা সিবিলাকৰ পক্ষে টান হৈছিল। বুদ্ধদেৱৰ পিচত বৌদ্ধভিক্ষুসকলে মঠ-জীৱন যাপন কৰিলেও সেই মঠ-জীৱনৰ আদৰ্শ বেলেগ আছিল। বৰ্ত্তমানে স্বামীজীয়ে এই মঠ আৰম্ভ কৰিলে প্ৰকৃততে শিক্ষাকেন্দ্ৰ ৰূপে। ইয়াত উপযুক্ত শিক্ষা লাভ কৰি, চৰিত্ৰ গঠন কৰি লৈ 'বহুজনহিতায় জনসেৱা কাৰ্য্যত নিজৰ জীৱন পাত কৰিব। সাধাৰণতঃ সন্ন্যাসী বুলিলে নিৰ্জ্জন ঠাইত বহি সাধনৰত ত্যাগী পুৰুষৰে ছবি আমাৰ মনত উদয় হয়। এনে হোৱা অস্বাভাৱিক নহয়, কাৰণ যথাৰ্থ সন্ন্যাসী হবলৈ নিৰ্জ্জন সাধনাৰ প্ৰয়োজন। পৰমাৰ্থ লাভ, ঈশ্বৰ প্ৰাপ্তি বা

---

* সন্ন্যাস মন্ত্ৰ দিয়াৰ লগে লগে নৰেন্দ্ৰনাথৰ নাম বিবেকানন্দ" দিয়া হৈছিল বুলি কতো উল্লেখ নাথাকিলেও এই প্ৰব্ৰজ্যা কালতে তেখেতে তাক প্ৰকাশ কৰাত আমি এতিয়াৰ পৰা নৰেন্দ্ৰনাথ বুলি এই নামকে উল্লেখ কৰিম। অৱশ্যে ইয়াৰ আগতো কোনো কোনো ঠাইত এই নৰেন্দ্ৰনাথৰ ঠাইত "স্বামীজী" বুলি লিখা হৈছে। পৰমহংসদেৱে সদায় এখেতক "নৰেন" বুলিয়েই সম্বোধন কৰিছিল। সন্ন্যাসাশ্ৰমৰ নামৰ কাৰণে তেখেতে চিন্তাই কৰা দেখা নেযায়। প্ৰব্ৰজ্যা কালত বেলেগ বেলেগ নাম ঠাই বুজি ললেও খেতৰিৰ ৰজায়ে এই নামাকৰণত জোৰ দিছিল দেখা যায়।

ব্ৰহ্মদৰ্শন মুখৰ কথা নহয়, অথচ আদিৰ যুগতো পৰমহংসদেৱৰ উপদেশ "চাপৰাশ নাপালে কোনো কাৰ্য্য স্থায়ী নহয় বা সি নচলে" —এই চাপৰাশ পোৱা মানেই আধ্যাত্মিক জীৱন লাভ। কঠোৰ তপস্যা নহলে এই জীৱন লাভ অসম্ভৱ।

জাতীয় জীৱনৰ এই ধাৰা সহজে উপেক্ষা কৰিব নোৱাৰি। ই জাতিগত বদ্ধমূল সংস্কাৰ। গতিকে মঠবাসীসকলৰ নিৰ্জ্জনলৈ গৈ সাধন-ভজন কৰিবৰ স্পৃহা সততে মনত জাগৰুক আছিল। পোনতে স্বামীজীয়ে নিজ গুৰুভকতসকলক যদিও এনকৈ তীৰ্থ-ভ্ৰমণ বা নিৰ্জ্জন বাসলৈ যাবলৈ অনুমতি দিব খুজিছিল তথাপি নিজৰেই অন্তৰে অন্তৰে এনে স্পৃহা উদয় হোৱা গম পাইছিল আৰু দেখা যায় কোনো কাৰ্য্য উপলক্ষ্য কৰি হলেও মাজে মাজে নিজে অন্যত্ৰ কৰিবলৈ গৈছিল আৰু কিছুদিনৰ পিচত আকৌ ঘূৰি আহিছিল। আগৰ অধ্যায়ত বৰ্ণনা কৰা মতে প্ৰায় দুমাহৰ পিচত স্বামীজী মঠলৈ ঘূৰি আহিছিল আৰু দুমাহ মাথোন মঠত থাকি এইবাৰ যি ওলাল এই যাত্ৰাত একেবাৰে সাত বছৰৰ পিচত হে মঠলৈ উলটিছে। এইবাৰ ওলটাতে স্বামীজী দিগ্বিজয়ী বীৰৰ দৰেই ঘূৰিছিল আৰু তেতিয়া মঠ আলমবাজাৰলৈ স্থানান্তৰিত হৈছিল।

এইবাৰ প্ৰব্ৰজ্যালৈ ওলাবৰ ঠিক আগতে হিমালয়ৰ নানা ঠাইত আৰু তিব্বতৰো বহুতোখিনি মঠ আদি চাই স্বামী অখণ্ডানন্দ মঠলৈ ঘূৰি আহিছিল। এখেতৰ পৰা নানা ঠাইৰ বিচিত্ৰ বৰ্ণনা শুনি স্বামীজীৰ মন শীঘ্ৰে হিমালয়লৈ যাবলৈ উত্ৰাৱল হৈ উঠিল। হিমালয়ৰ প্ৰতি আকৰ্ষণ স্বামীজীৰ আজন্ম আছিল। এতিয়া এনে জীৱন্ত বৰ্ণনা শুনি সেই ভাব দুগুণে বাঢ়িল আৰু সেই স্বামী অখণ্ডানন্দক লগত যাবলৈ অনুৰোধ কৰিলে। বহুদিন পৰ্য্যটনৰ

ফলত যদিও তেখেত ক্লান্ত হৈ আহিছিল তথাপি স্বামীজীৰ অনুৰোধ ৰক্ষা নকৰাকৈ পাৰে কেনেকৈ? কেদিনমান মাথোন মঠত জিৰণি লৈ উভয়ে প্ৰব্ৰজ্যাৰ কাৰণে প্ৰস্তুত হৈ ওলাল।

স্বামী বিবেকানন্দৰ এই প্ৰব্ৰজ্যাকালৰ ইতিহাস অতি কৌতূহলজনক। এইবাৰতে তেখেতে উত্তৰ ভাৰতৰ পৰা আৰম্ভ কৰি প্ৰায় গোটেই ভাৰত ভ্ৰমণ কৰিলে। সেই সময়ত দেশ ভ্ৰমণ যে কিমান অসুবিধাজনক আছিল ভাবিলে আচৰিত হব লাগে। কোনো কোনো সময়ত শ শ মাইল পৰ্য্যন্ত হয় সাধাৰণ গাড়ীত উঠি আৰু কেতিয়াবা খোজকাঢ়ি হলেও স্বামীজীয়ে ফুৰিছিল। আকৰ্ষণ একমাত্ৰ আছিল ইতিহাসজনিত কোনো ঠাইৰ প্ৰসিদ্ধি। সেই ঠাই নিজ চকুৰে নাচালে তেখেতৰ তৃপ্তি নহয়। পোনপটীয়া জ্ঞান যেই কোনো বিষয়ৰে তেখেতৰ সহজাত স্বভাৱ। গতিকে এই প্ৰব্ৰজ্যাকালডোখৰৰ বিস্তৃত বৰ্ণনা পঢ়িলে দেখা যায় স্বামী বিবেকানন্দৰ কি অতুলনীয় কষ্ট-সহিষ্ণুতা। কিন্তু কিহৰ কাৰণে তেখেতৰ এই শ্ৰম স্বীকাৰ? আমি ইতিপূৰ্ব্বেই দেখা পাইছোঁ গুৰু-কৃপাত উচ্চ ভাৱভূমিত বহুত আগতে অধিৰোহণ কৰি সমাধি অৱস্থা তেখেতে লাভ কৰিছে। তেন্তে স্বামীজীৰ এই প্ৰব্ৰজ্যা আকৌ কিয়—যত আৰাম নাই, বিৰাম নাই আছে মাথোন কষ্ট, বিপদ। কত দিন অনাহাৰে গৈছে, কত দিন থাকিবলৈ ঠাইৰ অভাৱত গছৰ তলত দিন নিয়াইছে সিও এদিন দুদিন নহয় সততে তেনে কষ্টলাগিয়েই আছে। সন্ন্যাসী জীৱনত সঞ্চয়ৰ অধিকাৰ নাই, কেতিয়াবা কোনোৱে আদৰ কৰি কিবা দিলেও কেতিয়াও গ্ৰহণ কৰা নাই, তেন্তে কিহৰ বলেৰে এনে এখন প্ৰকাণ্ড দেশ, কষ্টগম্য ঠাইবোৰ ফুৰি তেখেতে প্ৰত্যক্ষ জ্ঞান লাভ কৰিব পাৰিলে? মনৰ অদম্য উৎসাহ প্ৰত্যক্ষ জ্ঞান লাভৰ কাৰণে নহয় নে?

স্বামীজীৰ মনত দৃঢ় ধাৰণা আছিল আধ্যাত্মিক ভিত্তিৰ ওপৰত ভাৰতীয় জীৱন গঠিত। গতিকে ইয়াৰ তাৰতম্যৰ ওপৰতেই ভাৰতৰ উন্নতি অৱনতি সম্পূৰ্ণ নিৰ্ভৰ কৰে। সেই বাবেই সকলো ঠাইলৈকে নিজে গৈ নিজ জীৱনৰ আদৰ্শ, উপদেশ, শিক্ষা প্ৰচাৰ আদিৰ দ্বাৰা আকৌ লুপ্তগৌৰৱ কেনেকৈ উদ্ধাৰ কৰিব পাৰি তাৰ চেষ্টা কৰিছিল। অখণ্ড ভাৰতীয় জাতীয়তাবাদ প্ৰতিষ্ঠা কৰিবলৈ হলে এনে পৰিশ্ৰম নকৰিলে সিদ্ধকাম হব পাৰিব নে? সেই কাৰণে দেখা যায় ইতিহাস-প্ৰসিদ্ধ কোনো পুৰণি ঠাই চাবলৈ যাওঁতে কোনো কষ্ট বা অসুবিধাই তেওঁৰ পক্ষে অনতিক্ৰমণীয় নাছিল। আন পক্ষে সমাজৰ সকলো স্তৰৰ মানুহৰ লগত মিলিবৰ সুযোগ তেখেতে কেতিয়াও পৰিহাৰ কৰা নাই। ৰজা-মহাৰজাৰ ৰাজপ্ৰাসাদত অতিথি হৈও যি সদাপ্ৰফুল্ল বিবেকানন্দ, নিতান্ত দুখীয়া মানুহৰ পঁজাত আতিথ্য গ্ৰহণ কৰিও সেই প্ৰফুল্ল বিবেকানন্দ! এইদৰে গোটেই ভাৰতবৰ্ষ ভ্ৰমণ কৰি তেখেতৰ জীৱনৰ যি মহান ব্ৰত আছিল তাক উদ্‌যাপন কৰিবলৈ ভবিষ্যতৰ পথ এনেভাৱেই উন্মুক্ত কৰিছিল।

প্ৰব্ৰজ্যাকালত স্বামী বিবেকানন্দৰ পৰিধানত গৈৰিক বসন, গৈৰিক আলখেল্লা (আমাৰ আঙাৰছোলা), হাতত দণ্ড আৰু কমণ্ডলু আৰু সম্বলৰ ভিতৰত এখন গীতা। কি মনোহৰ এই ৰূপ! জেউতি চৰে ভগৱৎ প্ৰদত্ত সৌম্য মূৰ্ত্তি আৰু গম্ভীৰ প্ৰকৃতি দেখি! ইয়াকে লৈ এই যাত্ৰাত দৰাচলতে গোটেই পৃথিৱী ঘূৰি আহিল। কিহৰ বলেৰে? নিজৰ গুণৰ বলত। তেখেতে সদায় কৈছিল "ধনেই বল নহয়, চৰিত্ৰই হে আচল ধন।" এই ধনৰ সম্বলতে অকল গোটেই পৃথিৱী ঘূৰাই নহয়—তাৰ জ্ঞানী আৰু পণ্ডিত সমাজত পৰ্য্যন্ত নিজৰ প্ৰতিভা বিকাশ কৰি সকলোৰে শ্ৰদ্ধা আৰু

ভক্তি আকর্ষণ কৰিব পাৰিছিল। উদাৰ হৃদয় আৰু সকলো কথাৰে গূঢ় তত্ত্ব জানিবৰ অসাধাৰণৰ বুদ্ধি বলৰ প্ৰভাবতেই যতে ততে স্বামী বিবেকানন্দই নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল আৰু এই প্ৰভাৱৰ মূল লক্ষ্য আছিল—বহুজন-হিতায়, বহুজন-সুখায়। নিজৰ কাৰণে তেওঁৰ চিন্তা কি? তেওঁ যে কৌপীনধাৰী সন্ন্যাসী।

স্বামী বিবেকানন্দ আৰু স্বামী অখণ্ডানন্দ যথাসময়ত হিমালয় অঞ্চলত ফুৰিবৰ উদ্দেশ্য কৰি মঠৰ পৰা ৰাওনা হল। কিন্তু পোনে পোনে হিমালয়লৈ নগৈ ভাগলপুৰৰ ফালে আহিল। তাৰ ওচৰৰে নাথ নগৰৰ জৈনমন্দিৰবিলাক চালে আৰু তাৰ পণ্ডিত সাধু এজনৰ লগত জৈন ধৰ্ম্ম সম্বন্ধে আলোচনা কৰি স্বামীজী সন্তুষ্ট হল আৰু মত প্ৰকাশ কৰিলে যে "জৈন ধৰ্ম্মও হিন্দু ধৰ্ম্মৰে এটা শাখা মাথোন।" তাৰ পৰা তেওঁলোক বৈদ্যনাথলৈ গল। বৈদ্যনাথৰ পৰা গল কাশীলৈ। কাশীৰ পৰা আহিল অযোধ্যানগৰীলৈ। ইয়ালৈ আহিবলৈ স্বামীজীয়ে আপত্তি কৰিছিল যদিও স্বামী অখণ্ডানন্দৰ কথামতে পুণ্যশ্লোক মোহন্ত জানকীবৰ শৰণ নামক এজন তত্ত্বজ্ঞ পণ্ডিতৰ লগত দেখা কৰিবলৈকে তেখেতক বলেৰে অনাদি আনিলে। সঁচাকৈয়ে মোহান্তজীৰ ভক্তি বিষয়ক কথা শুনি তেওঁৰ তন্ময় ভাব দেখি স্বামীজী অতিশয় আনন্দিত হল আৰু ইয়াৰ বাবে পিচত লগৰীয়া জনক যথেষ্ট ধন্যবাদ দিলে।

তাৰ পৰা খোজ কাটিয়েই সিবিলাক নৈনিতাললৈ আহিল। তাৰ পৰা আলমোৰা, কৰ্ণপ্ৰয়াগ, ৰুদ্ৰপ্ৰয়াগ, শ্ৰীনগৰ, টিহিৰি, দেৰাডুন প্ৰভৃতি ঠাইত কিছু কিছু দিন থাকি আৰু সকলো ঠাইৰে সাধু আৰু পণ্ডিতসকলৰ লগত দেখা কৰি উভয়ে হৃষীকেশ পালেহি। ইয়াতেই স্বামী অখণ্ডানন্দৰ পোনৰুক্ত অসুখ হল।

তেখেতৰ চিকিৎসাৰ কাৰণে মীৰাটলৈ পঠাই দিয়াৰ পিচত স্বামীজী নিজেও কঠিন জ্বৰ ৰোগত আক্ৰান্ত হল। তাত চিকিৎসাৰো ব্যৱস্থা নাই। ওচৰতো পাবলৈ একো নাই। স্বামীজীৰ অসুখৰ কাৰণে সকলো চিন্তিত হল। এতিয়া উপায় কি? বিপদ-বাৰণ "মধুসূদনৰ" নাম লোৱাৰ বাহিৰে তেওঁলোকৰ আন উপায় নাছিল। যি হওক দৈব অনুগ্ৰহত স্বামীজীৰ তেনে মূৰ্চ্ছাগত অৱস্থাৰ সময়ত এজন সাধু হঠাতে তাত ওলালহি আৰু কিবা এটা ঔষধ খুৱাই সেই যাত্ৰালৈ ৰোগৰ কবলৰ পৰা ৰক্ষা কৰিলে। সাধুজনৰ ঔষধৰ সহায়তে স্বামীজী ক্ৰমে সুস্থ হৈ উঠিল। তাৰ পিচত গল বণখলৈ। তাত স্বামী ব্ৰহ্মানন্দৰ লগত দেখা হল। তেওঁতে মঠৰ পৰা আগতে আহি ইয়াত কিছু দিন নিৰ্জ্জন বাস কৰি আছিল। তাৰ পৰা সকলোটি লগ লাগি সাহাৰাণপুৰলৈ আহিল। তাত গঙ্গাধৰ মহাৰাজ আছিল। তেওঁতক লগ ধৰাও স্বামীজীৰ অন্যতম উদ্দেশ্য আছিল। ইয়াৰ পৰাই তেওঁবিলাক আহিল মীৰাটলৈ। সকলোৰে ধাৰণা ইয়ালৈ আহি কিছুদিন থাকিব পাৰিলেই স্বামীজীৰ শৰীৰ সুস্থ হৈ উঠিব। স্বামী অখণ্ডানন্দও পূৰ্ব্বৰে পৰা ইয়াত আছিল। এতিয়া ইয়াত স্বামীজী, ব্ৰহ্মানন্দ, অখণ্ডানন্দ, তুৰীয়ানন্দ, সাৰদানন্দ, কৃপানন্দ আৰু অদ্বৈতানন্দ প্ৰভৃতি গুৰুভকত সকল একেলগ হল আৰু একেটা কুটীৰতে বাস কৰাত ইয়েই সকস্থৰা এটি 'বৰাহনগৰ মঠত' পৰিণত হল। ইয়াতো কিছুদিন পঢ়া-শুনা এফালে আৰু আনফালে ধ্যান ধাৰণা নিয়ম মতে চলিল। সকলো কেজন লগ লাগি মাজে সময়ে ওচৰৰ আন ঠাব লগা ঠাইতো ফুৰিবলৈ যায়। মুঠতে ইয়াৰ কেইটা দিন তেওঁবিলাকৰ ভালেবেই পাৰ হৈছিল। বিশেষতঃ স্বামীজীৰ শৰীৰ সম্পূৰ্ণ সুস্থ হৈ উঠিছিল:

কিন্তু ইতিমধ্যে স্বামীবিবেকানন্দৰ এটা ভাবান্তৰ উপস্থিত হল। তেখেতে দেখিলে যে সকলো কথাতে মঠৰ গুৰুভকতসকলে অকল তেওঁৰ ওপৰতে নির্ভৰ কৰে। ইয়াৰ দ্বাৰা সিবিলাকৰ আত্মনির্ভৰশীলতাৰ অভাব দেখা পালে। দ্বিতীয়তে হৃষীকেশ আৰু কণখলত সাধুসকলৰ স্বাধীন ভাবে জীবন যাপন প্রণালী দেখি বিশেষতঃ সিবিলাকৰ আপোন ভাবত থকা চিত্রই এতিয়া তেখেতৰ মনত এটা সুন্দৰ ৰেখাপাত কৰিলে। স্বামীজী এতিয়া তেনে স্বাধীন বা অকলশৰীয়া জীৱন যাপনৰ বাবেই উৎকণ্ঠিত হৈ উঠিল। এতিয়া তেখেতে গুৰুভকতসকলৰ লগ এৰা দি অকলে অকলে ফুৰিবলৈ যাবলৈ ঠিক কৰিলে। কথাৰ চলতে এদিন সকলোকে কলে "এতিয়াৰ পৰা মই অকলে ফুৰিম। তোমা-লোকেও নিজ নিজ ইচ্ছামতে যলৈকে ইচ্ছা হয় যাব পাৰা।" এই কথাত আপত্তি কৰি স্বামী অখণ্ডানন্দই লগত যাবলৈ ধৰাত কলে "মই সম্প্রতি কোনো বন্ধনত থাকিব নোখোজোঁ। মোৰ নির্দিষ্ট কর্তব্য স্থিৰীকৃত হৈছে। গুৰুভকতৰ কাৰণে মায়াও মায়া। এই মায়াত পৰিলে কার্য্য সাধনত বহুতো বিঘ্ন ঘটিব। সেই কাৰণে এতিয়াৰ পৰা মই কোনো বন্ধন ৰাখিব নোখোজোঁ।" এই কথাত কাৰো মাতিবলৈ একো বাকী নাথাকিল। স্বামীজীয়ে তাৰ পৰাই অকলে দিল্লী অভিমুখে ৰাওনা হৈ গুচি আহিল। তেতিয়া ১৮৯১ খৃষ্টাব্দৰ জানুৱাৰী মাহ। কিন্তু লিখা বাহুল্য স্বামীজীৰ অজ্ঞাতে স্বামী অখণ্ডানন্দ পিচে পিচে তেখেতে গম নোপোৱাকৈ ফুৰিবলৈ ধৰিলে।

যি সময়ত স্বামীজী দিল্লীলৈ গৈছিল সেই সময়ত এই নগৰী ভাৰতৰ ৰাজধানী নাথাকিলেও ই যে অতি পুৰণি কালৰে পৰা এখন ভাওৰ নগৰ আছিল আৰু ইয়াতেই যে ইতিহাস-প্রসিদ্ধ

বহুতো ঘটনাৰ সমাবেশ হৈছিল সেই বিষয়ে সন্দেহ নাই। হিন্দু ৰাজত্বৰ দিনত যেনেকৈ ই ৰাজধানী আছিল মছলমান ৰাজত্বতো ই ৰাজধানী আছিল। গতিকে এনে এখন ঠাইলৈ আহি স্বামীজীয়ে চাবৰ আৰু চাই শিক্ষা পাবৰ যথেষ্ট সমল পালে।

দিল্লীৰ পৰা স্বামীজী ৰাজপুতনাৰ ফালে ৰাওনা হল আৰু প্ৰথমতে আলোয়াৰ ৰাজ্যত সোমাল। আলোয়াৰত স্বামীজী জুমাইবো দিন থাকিল আৰু তেখেতৰ গুণৰ বলত চহৰৰ সকলো শ্ৰেণীৰ মানুহকে আকৰ্ষণ কৰিলে। স্বামীজীৰ গুণ অকল পাণ্ডিত্যই নহয় ব্যৱহাৰো আছিল মধুৰ। তেখেতৰ ওচৰলৈ এদিন এবাৰ আহিলে আৰু নহাকৈ থাকিব নোৱাৰে। ইয়াতেই স্বামীজীয়ে এজন ডাঙৰ বৈয়াকৰণিক পণ্ডিতক পাই তেখেতৰ সহায়ত পাণিনি ব্যাকৰণ অধ্যয়ন কৰিছিল আৰু তাত সম্পূৰ্ণ ব্যুৎপত্তি লাভ কৰিছিল।

স্বামীজীৰ গুণ-গৰিমাৰ কথা লোক পৰম্পৰা গোটেই আলোৱাৰ ৰাজ্যত বিস্তৃতি লাভ কৰিলে। সেই ৰাজ্যৰ দেওয়ানজীয়েও ইয়াৰ সম্ভেদ পাই স্বামীজীক দেখা কৰিবলৈ আহিল। স্বামীজীৰ লগত কথা-বতৰা হৈ দেওয়ানজী অতিশয় তৃপ্ত হল আৰু বহুতো কাকুতি-মিনতি কৰি নিজ ঘৰলৈ স্বামীজীক লৈ গল। দেওয়ানজীয়ে ভাবিলে স্বামীজীৰ উপদেশৰ বলত মহাৰাজৰ মতি-গতি কিজানি ঘূৰেই, ইংৰাজী চাল-চলন কিজানিবা একেবাৰেই পাৰি। ইয়াকে মনে মনে ভাবি মহাৰাজক জনালে যে এজন বৰ বিদগ্ধ পণ্ডিত সন্ন্যাসী আহি তেখেতৰ ঘৰতে আছে। এই কথা শুনিয়েই মহাৰাজ তৎক্ষণাৎ স্বামীজীক দেখা কৰিবলৈ তেখেতৰ ঘৰলৈ আহিল।

স্বামীজীক যোগ্য সন্মান দেখুৱাই মহাৰাজ ওচৰতে বহিল আৰু লোনতে সুধিলে "শুনিলোঁ আপুনি বিদগ্ধ এজন পণ্ডিত।

আপুনি কিয় এনেকৈ ভিক্ষা কৰি ঘূৰি ফুৰিছে?" স্বামীজীয়ে তৎক্ষণাৎ উত্তৰ কৰিলে "আপুনি নিজে এজন ৰজা হৈ কিয়নো চাহাববিলাকৰ পিচে পিচে ফুৰে, তেওঁলোকক তোষামোদ আৰু অন্ধ অনুকৰণ কৰে?" এনে কথাত উপস্থিত সকলো স্তম্ভিত হ'ল। মহাৰাজে উত্তৰ কৰিলে "তেনেকৈ কৰি মোৰ ভাল লাগে।" স্বামীজীয়েও কলে "মোৰো সেয়ে কথা।"

তাৰ পিচত আকৌ সুধিলে "মই মূৰ্ত্তি পূজা নামানো। কাঠৰ মূৰ্ত্তি, শিলৰ শালগ্ৰাম, খেৰ-মাটিৰ প্ৰতিমা পূজাত মোৰ বিশ্বাস নাই। ইয়াৰ বাবে মোৰ কিবা নীচগতি হ'ব নে?" স্বামীজীয়ে কলে "যাৰ যেনে বিশ্বাস।" তাৰ পিচত দেৱালৰ ফালে চাই দেখিলে তাত এখন মহাৰাজৰ ছবি ওলমাই থোৱা আছে। সেই ছবিখন নমাই অনালে আৰু আগত থৈ দি দেওয়ানজীৰ ফালে চাই কলে "কোনে পাৰা এই ছবিখনত থু পেলাই দিয়া।" কোনেও সেই কাম কৰিবলৈ সাহটো নকৰিলেই বৰং দেওয়ানজীয়ে ভাবিলে "মই মহাৰাজক মাতি আনি দেখোন সৰ্ব্বনাশতহে পৰিলো।"

কোনেও ছবিখনত থু পেলাবলৈ সাহ নকৰা দেখি স্বামীজীয়ে গম্ভীৰ ভাবে কবলৈ ধৰিলে— কিয় তোমালোকৰ ভিতৰত কোনেও এই ছবিখনত থু পেলাবলৈ সাহ নকৰিলা? ইয়াত নো কি আছে— এখন কাগজ মাথোন হে। দেখাত এখন কাগজ হলেও ছবিটোত তোমালোকে মহাৰাজৰ সাদৃশ্য থকা বাবে মহাৰাজ বুলিয়েই ধৰি লৈছা। সেই কাৰণেই ছবি হলেও তাৰ ওপৰত থু পেলাবলৈ তোমালোকৰ সাহো হোৱা নাই, মতো যোৱা নাই। সেইদৰে হিন্দুসকলে, কাঠ, শিল, মাটিৰ মূৰ্ত্তিত পূজা কৰিলেও সেই সৰ্ব্ব-শক্তিমান ঈশ্বৰৰ হে পূজা কৰে। কেতিয়াবা কোনো পূজাত তোমালোকে কোৱা শুনিছানে 'হে কাঠেশ্বৰ মোক মুক্ত দিয়া'

ইত্যাদি। সে তোমালোকে শুনিছা, "হে প্ৰভু মোক কৃপা কৰা; কাৰণ তুমি কৃপাময়।" সেই কাৰণে মই হলে মূৰ্ত্তি পূজা এনে ভাবৰ পৰা মানো। স্বামীজীৰ কথাত সকলো সন্তুষ্ট হল আৰু মহাৰাজে স্বামীজীক নিজ প্ৰাসাদলৈ যাবলৈ অনুৰোধ জনালে। স্বামীজীয়ে কলে মই যাব পাৰিম কিন্তু ইয়াত যেনেকৈ ধনী, দুখীয়া সকলো আহি মোৰ লগত দেখা-শুনা কথা-বতৰা কব পাৰিছে আপোনাৰ তাতো সেই সুবিধা সকলোৰে কাৰণে থাকিব লাগিব। এই কথাত মান্তি হোৱাত স্বামীজী যথা সময়ত তালৈ গ'ল আৰু তাত কেদিনমান থাকি মহাৰাজক ৰাজকাৰ্য্য-পৰিচালনাত কেনে উদ্দেশ্য ৰাখিব লাগে সেই বিষয়ে উপদেশ দিলে। দেওয়ানজী ইয়াত বৰ সন্তুষ্ট হল।

বিস্তৃত বিবৰণ নিদিলেও আলোৱাৰত থাকোঁতে হাত গোটা-খোৱা ডেকাসকলক যি উপদেশ দিছিল সংক্ষেপে ইয়াত তাৰ উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। ডেকাসকলক স্বামীজীয়ে সংস্কৃত ভাষা শিকিবলৈ উপদেশ দিছিল। সেই উপদেশমতে বহুতো ডেকাই সংস্কৃত শিক্ষাত মন দিয়া দেখি এদিন স্বামীজীয়ে তাৰ কাৰণ সকলোকে বুজাই কলে "আমি জাতীয় ইতিহাসত বৰ দুখীয়া। বৰ্ত্তমানে আজি নিজৰ চেষ্টাৰ দ্বাৰা পাশ্চাত্য বিজ্ঞান অনুশীলন কৰি সেই ভেটিৰ ওপৰত আমাৰ জাতীয় ইতিহাস প্ৰতিষ্ঠিত কৰিব লাগিব। বৰ্ত্তমানে আমি যি ইতিহাস পঢ়িছো সি অসম্পূৰ্ণ। ইংৰাজ লিখকসকলে যি ইতিহাস লিখিছে তাত আমাৰ অধঃপতনৰ চিত্ৰহে অতি উজ্জল ভাবে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। গতিকে সেই ইতিহাস পঢ়িলে বৰং আমাৰ দুৰ্বল-দৌৰ্বল্যকে উপস্থিত হয়। সিবিলাক বিদেশী, আমাৰ দেশৰ আচাৰ-ব্যৱহাৰ, ধৰ্ম, দৰ্শন, সামাজিক ৰীতি-নীতি একোকে নাজানে।

গতিকে তেওঁবিলাকৰ দ্বাৰা আমাৰ দেশৰ নিৰপেক্ষ ইতিহাস লিখা কেতিয়াও সম্ভৱ নহয়। সেই কাৰণেই তেওঁবিলাকৰ লিখাত হাজাৰ-বিজাৰ ভুল আৰু অপসিদ্ধান্ত সোমাব তাতেই বা আচৰিত হবৰ কি আছে? সেই কাৰণে এতিয়া আমি নিজে স্বাধীনভাবে পুৰাতত্ত্ব আলোচনা কৰিব লাগিব। তাৰ বাবে বেদ-পুৰাণাদি ভাৰতৰ প্ৰাচীন গ্ৰন্থবোৰ তন্ন তন্ন কৰি পঢ়ি তাৰ সহায়েৰে যথাৰ্থ ইতিহাস লিখিব লাগিব। চোৱাঁ শিবাজী এজন জাতি প্ৰতিষ্ঠাতা মহা শক্তিশালী পুৰুষ আছিল। কিন্তু ইংৰাজ ঐতিহাসিকসকলৰ হাতত পৰি তেওঁ এজন দস্যুত পৰিণত হৈছে। মুঠতে বৈদিক যুগৰ পৰা আৰম্ভ কৰি বৌদ্ধ যুগৰো এহেজাৰ বছৰ পিচলৈকে আমাৰ দেশৰ কোনো ধাৰাবাহিক ইতিহাস নাই। বৰ্ত্তমান নবযুগৰ প্ৰবৰ্ত্তনৰ লগে লগে ভাৰত সন্তানেই ভাৰতবৰ্ষৰ ইতিহাস লিখা উচিত বুলি মই ভাবি কওঁ। বিস্মৃতি সাগৰৰ পৰা এই লুপ্তৰত্ন উদ্ধাৰ কৰিবলৈ তোমালোক যত্নবান হোৱাঁ। ইয়েই প্ৰকৃত জাতীয় শিক্ষাৰ পথ দেখুৱাই দিব আৰু ইয়াৰ দ্বাৰাই দেশত প্ৰকৃত স্বদেশানুৰাগ জাগৰিত হব।"

ইয়াতেই আন এসময়ত এজন বঙ্গাৰ বিদ্যাই সুধিলে "স্বামীজী, আপুনি কোৱাৰ মতে একালে চৰিত্ৰবান, পৰোপকাৰী, চিত্তশুদ্ধি আৰু আন কালে চাকৰিয়াল হিচাবে আমাৰ দৈনন্দিন জীৱনৰ কাৰ্য্যকলাপত নিষ্কামভাবে কোনো কাম কৰা কিম্বা সৰলতা ৰক্ষা কৰা কেনেকৈ সম্ভৱ হব পাৰে? অৰ্থাৎ পঢ়াশুনা কৰিলেও আমাৰ চাকৰি কৰাৰ বাহিৰে উপায় নাই আৰু চাকৰিয়াল হিচাবে আমি উচ্চ জীৱন লাভ কেনেকৈ কৰিব পাৰোঁ?" স্বামীজীয়ে উত্তৰ কৰিলে "আজি কালি শিক্ষাৰ দোষত সাধাৰণতঃ মানুহে কেতিয়াও এই সমস্যাৰ কথাকে নাভাবে। চৰিত্ৰবান হব লাগে

বুলি এটা ভাব আমাৰ মনতেই নাথাকে। যি হওক, মই কিন্তু এই বিষয়ে অলপ চিন্তা কৰি চাইছোঁ। মই ভাবিছোঁ আমাৰ পক্ষে খেতি-বাতিত ধৰাই ভাল। কিন্তু বৰ্ত্তমান যুগত বৈজ্ঞানিক প্ৰণালীৰ খেতিৰ কথাহে মই কৈছোঁ। পঢ়া-শুনা কৰি যদি আমি এতিয়াৰ দৰে চাকৰি বিচাৰি যেনেতেনে এটা যোগাৰ কৰি লৈ চহৰত বাস কৰিবলৈ ধাউতি কৰোঁ, গাওঁৰ ফালে কি হল চকু দিবৰ সময় নাথাকে, তেনেহলে আমাৰ উন্নতি কত? তাকে নকৰি যদি শিক্ষিত লোক সকল গাওঁত বাস কৰে আৰু নিজৰ চৰিত্ৰৰ বলেৰে সকলোকে আপোন কৰি তেওঁলোকৰ উন্নতিৰ কাৰণে চেষ্টা কৰে তেনেহলে আমাৰ দেশৰ উন্নতি অতি শীঘ্ৰে সাধিত হব পাৰে। ইয়াৰ পৰা একালে আৰ্থিক আৰু আন ফালে ৰাজনৈতিক অধিকাৰ লাভৰ পথো সুগম হব। দেশৰ প্ৰচলিত অস্পৃশ্যতা নিবাৰণো এনে ভাবৰ পৰা সহজে হব পাৰিব। মোৰ বিশ্বাস বহু প্ৰচাৰতো যি কাম নহব এনেভাবে আমি যদি জীৱনৰ আদৰ্শ গ্ৰহণ কৰোঁ তেন্তে সকলো ফালৰ পৰাই মঙ্গলজনক বুলি মোৰ দৃঢ় ধাৰণা।"

এই দৰে সুবিধা বুজি নিজে শিকি আৰু আনকো শিক্ষা দি প্ৰায় দুমাহৰ পিচত সকলোৰে পৰা বিদায় লৈ স্বামীজী আলোৱাৰ ৰাজ্য এৰি জয়পুৰৰ ফালে আহিল। আহোঁতে বাটত পাণ্ডুপোল নামে ঠাইত হনুমানজীৰ মন্দিৰ প্ৰাঙ্গনত এৰাতি বাস কৰিছিল। এই 'মহাবীৰৰ' প্ৰতি স্বামীজীৰ বিশেষ অনুৰাগ আছিল। মঠত মহাবীৰৰ পূজাৰ ব্যৱস্থা কৰিছিল। তেওঁৰ মতে মহাবীৰৰ যেনে প্ৰভুভক্তি আৰু আন ফালে তেওঁৰ বিশেষ উদ্যমে অতুলনীয়, আমাৰ পক্ষে গ্ৰহণীয় আদৰ্শ। তাৰ পৰা আহিল ৩০, মাইল আঁতৰৰ টাহালা নামক ঠাইলৈ বোজ কাঢ়ি আৰু অতি দুৰ্গম বাটেদি। ইয়াত নীলকণ্ঠ মহাদেৱৰ মন্দিৰ আছে।

সেই মন্দিৰ দেৱতাক প্ৰণাম কৰিলে আৰু সমুদ্ৰ মন্থনৰ অভিনৱ ব্যাখ্যা কৰি সকলোকে মুগ্ধ কৰিলে।

তেখেতে কলে সমুদ্ৰখন হল মায়া সমুদ্ৰ। এই ৰূপ-ৰস-গন্ধাদি বিশিষ্ট বিচিত্ৰ জগতখন হল মায়াৰ ৰচনা। এই সমুদ্ৰ মন্থন কৰিলে অৰ্থাৎ ইন্দ্ৰিয় তৃপ্তিকৰ ভোগ কৰিলে শেষত তাৰ পৰিণামত হলাহল বিষৰ দৰে ফল পাব। সাগৰ মথোঁতে প্ৰথমতে লক্ষ্মী, ঐৰাৱত, ইত্যাদি ওলাল সঁচা কিন্তু শেষত ওলাল তাৰেই পৰা হলাহল বিষ। এই ভোগ আত্মজ্ঞানৰ পৰিপন্থী। কিন্তু সৰ্বত্যাগী সন্ন্যাসীৰ ওচৰত সি নিস্তেজ। ভূমানন্দত মগ্ন সন্ন্যাসী মায়াত কেতিয়াও মোহিত নহয় বৰং দেৱাদিদেৱৰ দৰে ইন্দ্ৰিয় ভোগত লিপ্ত সংসাৰীলোকৰ উদ্ধাৰৰ কাৰণে নিজৰ জীৱন উৎসৰ্গ কৰে। তেওঁ মায়াক বিনাশ কৰি মৃত্যুৰ মুখৰ পৰা জগতক ৰক্ষা কৰে। ইয়াৰ দ্বাৰা দেখুৱায় যে মায়াক যি জয় কৰিব পাৰে তেওঁ মৃত্যুকো জয় কৰিব পাৰে আৰু সেই কাৰণেই দেৱাদিদেৱ নীলকণ্ঠ।"

তাৰ পৰা ৰেলত উঠি স্বামীজী জয়পুৰ পালেহি। ইয়াত দুসপ্তাহ আছিল। ইয়াতো তেখেতে এজন পণ্ডিতৰ সহায়ত সংস্কৃত ব্যাকৰণ পঢ়িছিল। ইয়াৰ পৰা তেখেত আজমীৰলৈ গল আৰু তাৰ পৰাই গল আবু পৰ্বতলৈ। ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতি মনোৰম। ইয়াত এটি অতি প্ৰাচীন জৈন মন্দিৰ আছে। তেৰশ শতাব্দীত প্ৰায় ৮ কোটি টকা ব্যয় কৰি এই মন্দিৰ তৈয়াৰ কৰা হৈছিল। এনে অপৰূপ কাৰুকাৰ্য্যবিশিষ্ট মন্দিৰ ভাৰতত দ্বিতীয় নাই। এই মন্দিৰ তৈয়াৰ কৰিবলৈ চৈধ্য বছৰ সময় লাগিছিল। স্বামীজীয়ে কেইবাদিনো ঘূৰি ঘূৰি মন্দিৰৰ এই কাৰুকাৰ্য্য চাই অতীত ভাৰতৰ এনে কীৰ্ত্তিকলাপত অতিশয় গৌৰৱ বোধ কৰিছিল। আবু পৰ্বতৰ পৰা স্বামীজী আকৌ

আজমীৰলৈ গল। তাত ব্ৰহ্মাৰ মন্দিৰ দেখা পালে। ব্ৰহ্মাৰ মন্দিৰ ভাৰতত একমাত্ৰ ইয়েই। এই আপুৰুগীয়া একোটি মন্দিৰ কেনেকৈ আৰু কোনে স্থাপন কৰিছিল সি অজ্ঞাত। যি হওক ইয়াৰ পৰা আকৌ এবাৰ স্বামীজী আবু পৰ্ব্বতলৈ আহিল। ইয়াৰ মন্দিৰৰ উপৰিও ইয়াৰ হ্ৰদ আৰু হ্ৰদৰ চাৰিওফালৰ ঠাই ঠিক নন্দন-কাননৰ দৰেই শোভাত অতুলনীয় আছিল। স্বামীজী ইয়াৰ দ্বাৰাই বাৰে বাৰে আকৃষ্ট হৈ আহিবলৈ বাধ্য হৈছিল।

ইয়াতেই ভাগ্যক্ৰমে স্বামীজীৰ খেতড়িৰ ৰজাৰ লগত দেখা হল। খেতড়িৰ ৰজা নিজে এজন ধৰ্ম্মভাবাপন্ন লোক। স্বামীজীৰ গুণ-গৰিমাত তেখেত নিতান্ত আকৃষ্ট হল আৰু ৰজাৰ অনুৰোধ ক্ৰমেই স্বামীজী তেখেতৰ ৰাজ্যলৈ যাবলৈ স্বীকাৰ কৰিলে।

খেতড়িৰ ৰজাই লগতে স্বামীজীক নিজ ৰাজ্যলৈ লৈ গল। ৰাজ প্ৰাসাদতে থাকিবৰ দিহা হল। আলোচনাৰ কৰ্ম্মে ইয়াতো সকলোৰে স্বামীজীৰ ওচৰলৈ অবাধ গতি নিৰ্দ্দিষ্ট হল। স্বামীজীৰ অগাধ পাণ্ডিত্য, ধৰ্ম্মপ্ৰাণতা, সদয় ব্যৱহাৰত সকলো মোহিত হল। সুবিধা বুজি স্বামীজীয়েও নানা উপদেশৰ ভিতৰেদি মানুহক আধ্যাত্ম ভাৱত উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিলে। পৰিণামে সেতে ৰজা নিজে আৰু ৰাজ দৰবাৰৰ সকলো লোকেই স্বামীজীৰ গুণত মুগ্ধ হল। তেখেতৰ উপদেশ পাবলৈ সকলোৱেই আগ্ৰহ প্ৰকাশ কৰিলে। গতিকেই অতি সোনকালেই গোটেই খেতড়ি ৰাজ্যতে স্বামীজীৰ প্ৰচাৰ বিস্তৃত হৈ পৰিল।

স্বামীজীৰ গুণত মুগ্ধ হৈ ৰজাই তেওঁক শৰণ লবলৈ আৰু মন্ত্ৰ গ্ৰহণ কৰিবলৈ প্ৰাৰ্থনা জনালে। যথাসময়ত স্বামীজীয়ে ৰজাক মন্ত্ৰ দান কৰিলে। এতিয়া ৰজাই স্বামীজীৰ সেৱা-শুশ্ৰূষা ঠিক শিষ্যৰ দৰেই পালন কৰিবলৈ ধৰিলে। স্বামীজীয়ে বহুত সময়ত

বাধা দিলেও বজাই সেই বাধা মান্য কৰা নাছিল। মুঠতে গুৰু-শিষ্যৰ সম্বন্ধ অতিশয় মধুৰ হৈ উঠিছিল। অৰ্থাৎ বজাই প্ৰকৃত শিষ্যত্ব গ্ৰহণ কৰিছিল আৰু সেই কৰ্তব্য-পৰায়ণতাৰ বাবেই স্বামীজীৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। এদিন অতি বিনয় কৰি বজাই নিভৃতে স্বামীজীক জনালে "গুৰুদেৱ, মই অপুত্ৰক। আপোনাৰ এষাৰি মাথোন বাক্য শুনালেই মোৰ বাঞ্ছা পূৰ্ণ হব পাৰে।" স্বামীজীয়ে দ্বিৰুক্তি নকৰি কলে 'তোমাৰ বিশ্বাস যদি সঁচা হয় তেন্তে তোমাৰ কামনা পূৰ্ণ হওক।" স্বামীজীৰ এই আশীৰ্ব্বাদ কালক্ৰমে পূৰ্ণ হৈছিল।

ইয়াত থাকোঁতেও স্বামীজীয়ে নিজৰ ধ্যান-ধাৰণা কৰিবলৈ কেতিয়াও বাদ দিয়া নাছিল। অথচ সদায় কত মানুহৰ কত প্ৰকাৰ প্ৰশ্নৰ মীমাংসা, কত উপদেশ, শাস্ত্ৰপাঠ প্ৰভৃতি কাৰ্য্যত স্বামীজী সততে ব্যস্ত হৈ থাকিব লগাত পৰিছিল।

এদিন সন্ধ্যা সময়ত বজা হাউলিৰ ফুলনী বাৰীত কুৰি থাকোঁতে তালৈকে বাৰ গায়িকা এগৰাকীয়ে বজাক গান শুনাবলৈ আহিল। বজাই স্বামীজীকো সেই অপূৰ্ব্ব গান শুনিবলৈ মাতিবৰ কাৰণে তায়েকক প্ৰাসাদলৈ পঠালে। স্বামীজী তেতিয়া ধ্যানত বহিছিল; অৰু হলত বজাৰ অনুৰোধত সেই উদ্যানলৈ আহিল। গায়িকাক গান আৰম্ভ কৰিবলৈ বজাই আদেশ দিলে। গান গাবলৈ ধৰোঁতে নধৰোঁতেই স্বামীজী উঠি যাবলৈ ওলাল। বজাই বিশেষ অনুৰোধ কৰিলে যে আমাৰ ৰাজ্যত এইতকৈ ভাল গায়িকা নাই স্বামীজী অপেক্ষা থাকিব। স্বামীজী তিৰোতাৰ গান শুনিবলৈ সদায় অনিচ্ছুক। তেখেতৰ ধাৰণা আছিল এনে তিৰোতা সাধাৰণতঃ চৰিত্ৰহীনা হয়। গায়িকাই সুৰদাসৰ পদাৱলীৰ পৰা এটি গীত গালে। তাৰ ভাব, গায়িকাৰ কোমল কণ্ঠস্বৰ, তাল, মান, লয় এনে

অপূৰ্ব্ব হৈছিল যে স্বামীজী সঁচাকৈয়ে মুগ্ধ হ'ল। গীতটিৰ শেষৰ পদ ছুফাকিত আছিল—

"এক মায়া এক ব্ৰহ্ম কহত সুৰদাস ঝগৰো।

অজ্ঞানসে ভেদ হৈ, জ্ঞানী কাহে ভেদ কৰো॥"

স্বামীজীয়ে অন্তৰে অন্তৰে অনুভৱ কৰিলে যাক সামান্য তিৰোতা বুলি উপেক্ষা কৰি ইয়াৰ পৰা গুচি যাব খুজিছিলো তেওঁৰ পৰা কি সুন্দৰ শিক্ষা পালো। যদিও সদায় পঢ়িছো সৰ্ব্বং খল্বিদং ব্ৰহ্ম" তথাপি তাক উপলব্ধি কৰা কিমান কঠোৰ। সৰ্ব্বভূতত ব্ৰহ্মানুভূতি কিমান কঠিন। মই ইমানেই সন্ন্যাসী! সন্ন্যাসী হৈ মই তিৰোতা, পতিতা প্ৰভৃতি ভেদ ভাব এতিয়াও মনত ৰাখিছো। ইত্যাদি ভাবৰ গ্লানিত স্বামীজী বিচলিত হৈ উঠিছিল। এতিয়া কৈ উঠিল "মা, মই অপৰাধ কৰিছো। আপোনাক ঘিণ কৰি ইয়াৰ পৰা উঠি যাব খুজিছিলোঁ। আপোনাৰ গানত মোৰ চৈতন্য উদয় হৈছে।" এইদৰে কোন ঘটনাত কাৰ কেনে মহৎ ফল লাভ হয় কোনে কব?

ইয়াতো স্বামীজীয়ে ৰাজপণ্ডিতৰ সহায়ত পাতঞ্জল দৰ্শন ভাষ্য ইত্যাদি দৈতে অধ্যয়ন কৰিছিল আৰু তাকো আয়ত্ত কৰিছিল। ৰাজ প্ৰাসাদত থাকিলেও মাজে মাজে গৈ বাহিৰত দীনদুখী আৰু ভক্তসকলৰ ভিতৰত দিন যাপন কৰিছিল আৰু সিবিলাকৰ মাজত ধৰ্ম্মভাব প্ৰচাৰ কৰিছিল। তেওঁবিলাকৰ মাজত কথা-প্ৰসঙ্গত ৰামকৃষ্ণ পৰমহংসদেৱৰ মহৎ জীৱনী আলোচনা কৰি মুগ্ধ কৰিছিল।

কিছুদিন খেতড়িত এইদৰে বাস কৰাৰ পিচত স্বামীজী আকৌ প্ৰব্ৰজ্যালৈ ওলাল। অতীৱ দুঃখিত মনেৰে ৰজাই স্বামীজীক বিদায় দিলে। স্বামীজী ইয়াৰ পৰা আজমীৰলৈ আহিল আৰু

তাৰ পৰাই গুজৰাট প্ৰদেশৰ অন্তৰ্গত আহমেদাবাদ নগৰলৈ যাওঁা হল।

আহমেদাবাদ নগৰলৈ আহি স্বামীজীয়ে কেদিনমান ভিক্ষা কৰি-য়েই দিন কটাইছিল আৰু পিচত এজন ৰাজকৰ্মচাৰীৰ ঘৰত আশ্ৰয় ললে। ইয়াত থাকিয়েই স্বামীজীয়ে আহমেদাবাদ নগৰৰ পুৰণি স্মৃতিবোৰ দৰ্শন কৰিবলৈ ধৰিলে। আহমেদাবাদৰ পৌৰাণিক নাম কৰ্ণাবতী আছিল। মুছলমান ৰাজত্বৰ দিনতো এই নগৰ ৰাজধানী হিচাবে থকাত অতিশয় সমৃদ্ধিশালী আছিল। ইয়াতো বহুত জৈন ধৰ্ম্মমন্দিৰ আছে। সেইবোৰ দৰ্শন কৰি আৰু জৈন পণ্ডিতসকলৰ লগত আলাপ-আলোচনা কৰি জৈনধৰ্ম্ম সম্বন্ধে নিজৰ জ্ঞান বৃদ্ধি কৰিছিল। মছলমান ৰাজত্বৰ দিনৰ কিছুমান মসজিদ আৰু সমাধিমন্দিৰ পৰ্য্যন্ত দৰ্শন কৰিলে আৰু এইবিলাকো আমাৰ দেশৰ সমৃদ্ধি বুলি অনুভৱ কৰি সন্তোষ লাভ কৰিলে।

ইয়াৰ পৰা খোজ কাঢ়ি স্বামীজী লিমড়ী চহৰ পালেহি। এই চহৰ কপাহৰ কাৰণে প্ৰখ্যাত। ওচৰতে সাধুসকলৰ আখড়া যেন দেখি ভোক-পিয়াহত কাতৰ হৈ অহা বাবে বিশেষ খবৰ নকৰাকৈ তাতে থাকিল। তাৰ এজনে কলে,—আপোনাৰ যিমান দিন মন যায় ইয়াতে থাকিব পাৰিব। এদিন থকাৰ পিচত স্বামীজীয়ে বুজিলে এই আখড়া অতি জঘন্য। তাৰ পৰা পলাবলৈ চেষ্টা কৰি দেখে তেখেত থকা ঘৰত বাহিৰৰ পৰা তলা বন্ধ! তেখেত বন্দী! কেনেকৈ পলাব? এতিয়া উপায় কি? তেখেতৰ লগত চহৰৰ এটি কম বয়সীয়া লৰাৰ ইতিমধ্যে আলাপ হৈছিল। এতিয়া সেই লৰাটি স্বামীজীক বিচাৰি তালৈকে আহিল। স্বামীজীয়ে ইয়াৰ সহায়েৰেই যি হয় কৰা যাওক বুলি লৰাটিক খিড়িকিৰ ওচৰলৈ হাত টিপিয়াই মাতি নি অতি সংক্ষেপে

আৰু কোনেও নুশুনাকৈ সকলো কথা কলে। তাৰ পিচত ঘৰৰ ভিতৰত সক খোলা এটুকুৰা পাই এজাৰেৰে তাতে অতি চমুকৈ কথাখিনি লিখি সেই খোলাটুকুৰা তাৰ হাতত দি কলে "তই এই টুকুৰাটো কাপোৰৰ তলত লুকুৱাই ইয়াৰ পৰা যেন একো হোৱা নাই এনে গহীন ভাবে ওলাই গৈ আঁতৰ আৰু নেদেখা হলেই যিমান পাৰ লৰি গৈ ৰজাৰ হাতত পৰাকৈ যেনেতেনে এই খোলাটুকুৰা দিবি। তেতিয়া হলেই মই সহজে উদ্ধাৰ পাম।

সেই লৰাটিয়ে উপদেশ মতে অতি বিচক্ষণভাৱে সকলো সম্পাদন কৰিলে। ৰজাই তৎক্ষণাত ফৌজ আৰু বৰকান্দাজ পঠাই সেই আখড়া ঘেৰাও কৰি স্বামীজীক উদ্ধাৰ কৰিলে। তাৰ ভিতৰত থকা সাধুবেশধাৰী ভণ্ড গুণ্ডাবিলাকক বন্দী কৰি যথোচিত শাস্তিবিধান কৰিলে। এই ঘটনাৰ পিচৰ পৰা স্বামীজী যেই সেই ঠাইত কেতিয়াও থকা নাই। এঠাইৰ পৰা আনঠাইলৈ যাওঁতে পৰিচয় পত্ৰ লৈ গৈ নিৰাপদ ঠাইত আশ্ৰয় গ্ৰহণ কৰিছিল।

স্বামীজীৰ ৰাজপুত্ৰৰ দৰে চেহেৰা তদুপৰি কথা-বতৰাত অগাধ জ্ঞানৰ পৰিচয় পাই ৰজা মুগ্ধ হল আৰু ৰাজপ্ৰাসাদতে তেখেতক থাকিবৰ দিহা কৰি দিলে। স্বামীজীৰ মুখে আখড়াৰ ভণ্ডবিলাকৰ কুকাৰ্য্যৰ কথা শুনি সিইতৰ যথোচিত শাস্তি বিধান কৰিলে আৰু আখড়া ভাঙ্গি দিলে। স্বামীজীৰ গুণত মুগ্ধ হৈ ৰজাই শ্ৰীচৰণৰ আশ্ৰয় প্ৰাৰ্থনা কৰিলে আৰু সময়ত লাভ কৰিলে।

ইয়াৰ পৰা স্বামীজী জুনাগড়লৈ আহিল। তাত দেওয়ানজীৰ ঘৰত আশ্ৰয় ললে। স্বামীজীৰ উদাৰ ধৰ্ম্মমত, শিল্প বিজ্ঞানত গভীৰ জ্ঞান, আড়ম্বৰহীন সন্ন্যাসী জীৱন দেখি সকলো মোহিত হৈছিল। স্থানীয় লোকসকল সদায় স্বামীজীৰ উপদেশ শুনিবলৈ ব্যগ্ৰ হৈ উপস্থিত হৈছিল। ইয়াত স্বামীজীয়ে মহৰ্ষি ঈশাৰ কথা

প্ৰায়েই কৈছিল। ৰোমৰ সম্ৰাটসকলৰ কল্যাণত কেনেকৈ তেখেতৰ প্ৰভাৱ গোটেই য়ুৰোপত পৰিব্যাপ্ত হৈছিল ঐতিহাসিক ঘটনা পৰম্পৰাৰ লগত সামঞ্জস্য ৰাখি অতি নিপুণতাৰে বুজাই দিছিল। শ্ৰোতাসকলৰ মনত য়ুৰোপৰ মধ্যযুগৰ অৱস্থা, ৰাফেলৰ চিত্ৰাৱলী, মহৰ্ষি ফ্ৰান্সিচৰ ধৰ্ম্মপ্ৰাণতা, গথিক গিৰ্জ্জা নিৰ্ম্মাণ, ক্ৰুছেড নামে ধৰ্ম্মযুদ্ধ প্ৰভৃতি অতি বিশদ বৰ্ণনাৰে বুজাই দিছিল। মহৰ্ষি ঈশাৰ গুণ-গৰিমা আৰু মাহাত্ম্যৰ কথা স্বামীজীয়ে শতমুখে প্ৰশংসা কৰিলেও তেতিয়াৰ পাদ্ৰী চাহাবসকলৰ কাৰ্য্যকলাপ যে অতিশয় হীন সেইকথা তীব্ৰ ভাষাৰে সমালোচনা কৰিছিল। স্বামীজীয়ে কৈছিল "ঈশাৰ ত্যাগৰ মহতী বাণী এই পাদ্ৰী-সকলে গ্ৰহণ কৰিব পৰা নাই। বৰং তাৰ বিপৰীত কাৰ্য্যহে কৰিছে। আমাৰ দেশত ঈশাৰ উচ্চ আদৰ্শ স্থাপন কৰিবলৈ প্ৰয়াসেই কৰা নাই, তেওঁবিলাকৰ ঘাই কাম ক্ৰমাগত আমাৰ দেশৰ পুৰণি মহাত্মাসকলক অজস্ৰ নিন্দা আৰু ধৰ্ম্মৰ মূলত কুঠাৰাঘাত কৰিবৰ চেষ্টা। কিন্তু ঈশা যদি আজি স্বয়ং ভাৰতলৈ আহিলহেঁতেন তেতিয়া হলে তেখেতে এনে হীন প্ৰচেষ্টা নকৰি আমাৰ ধৰ্ম্মশিক্ষা, ৰীতি নীতি তুচ্ছ বা খৰ্ব্ব কৰিবলৈ চেষ্টা নকৰি বৰং তাৰ মাহাত্ম্য-খিনিহে প্ৰচাৰ কৰিলেহেঁতেন আৰু আমাৰ দেশৰ সুখ দুখৰ ভাগী হলহেঁতেন।

জুনাগড়বাসী লোকসকলৰ আগত ইতিহাসৰ প্ৰমাণেৰে বুজাই দিছিল যে পাশ্চাত্যদেশৰ ধৰ্ম্মৰ আদৰ্শ হিন্দুধৰ্ম্মৰ প্ৰভাৱত বহুতো পৰিমাণে পৰিবৰ্দ্ধিত হৈছে আৰু সেয়ে সম্ভৱ হৈছে সিবিলাকৰ লগত পশ্চিম আৰু মধ্য এচিয়াৰ লগত ভাব বিনিময় হৈছিল বুলি। লগে লগে সনাতন ধৰ্ম্মৰ গভীৰতা বুজাবলৈ স্বামীজীয়ে প্ৰায়েই ৰামকৃষ্ণ পৰমহংসদেৱৰ জীৱনী আৰু উপদেশ আলোচনা কৰি

বুজাই দিছিল। প্ৰাচীন পন্থী হিন্দু পণ্ডিতসকলৰ লগতো স্বামীজীৰ ধৰ্ম্মবিষয়ক বহুতো বিচাৰ আৰু আলোচনা হৈছিল।

জুনাগড়ৰ পৰা কেমাইলমান দূৰতে গিৰ্ণাৰ পৰ্ব্বত। ই বহুত পুৰণি ঠাই। ইয়াত হিন্দু, মুছলমান, বৌদ্ধ, জৈন প্ৰভৃতি সকলো সম্প্ৰদায়ৰে কাৰণে তীৰ্থস্থান থকাত ই সকলোৰে পক্ষেই পবিত্ৰ। ইয়াৰ ওপৰলৈ উঠি যোৱা বাটৰ দুয়ো কাষে ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ শিলৰ গাত মহাৰাজ অশোকৰ চতুৰ্দ্দশ উপদেশ খোদিত দেখা যায়। ওপৰত কিছুমান শিল এনেভাবে কটা আছে যে দেখাত আচৰিত হব লাগে। সেইবিলাকক "খাপড়া খোদি গুহা" বুলি কোৱা হয়। ইয়াৰ সৌন্দৰ্য্য আৰু নিৰ্জ্জনতাত আকৃষ্ট হৈ স্বামীজী কিছুদিন এনে এটি গুহাতে থাকি ধ্যান-জপ কৰিছিল।

প্ৰায় ১৫০০ ফিট ওপৰত "ভৈৰো ঝাম্পা" নামে এডোখৰ ঠাই পোৱা যায়। ইয়াৰ পৰা বহুতো ভক্ত সাধু ভক্তিৰ আতিশয্যত সদ্গতি লাভৰ আশাত জাপমাৰি তললৈ পৰিছিল। প্ৰায় ২৩৭০ ফিট ওপৰত দুৰ্গৰ দৰে ডাঙৰ কৰিব নোৱাৰা প্ৰাচীৰেৰে বেষ্টিত ঠাইত ১৬ টি জৈন মন্দিৰ দেখিবলৈ পোৱা যায়। এই মন্দিৰবিলাকৰ নিৰ্ম্মাণ কৌশল অতিশয় অদ্ভুত। মন্দিৰৰ ভিতৰত নানা তৰহৰ মণিৰত্ন-বিভূষিত তীৰ্থঙ্কৰ সকলৰ মূৰ্ত্তি দেখি স্বামীজীয়ে অতীতৰ সমৃদ্ধি আৰু ধৰ্ম্মভাবত গৌৰৱ অনুভৱ কৰি প্ৰণাম জনালে। তাৰ ওপৰতো আৰু প্ৰায় চাৰে তিনি হাজাৰ ফিট ওপৰলৈ উঠি দেখা পালে—'গোটেই ভাৰতেই যেন এটি বিশাল ধৰ্ম্ম মন্দিৰ!"

গিৰ্ণাৰৰে আন এটা পৰ্ব্বতৰ শিখৰত দেখা পালে অবধূত দত্তাত্ৰেয়ৰ পদাংক। তাৰ ওচৰতে দেখি ও-আৰৰ মাজে এটি [illegible]

দেখাত কমণ্ডলু যেন লাগে। ইয়েই ব্ৰহ্মাৰ কমণ্ডলু বুলি খ্যাত। এইদৰে গিৰ্ণাৰ পৰ্ব্বতত চাবলগীয়া সকলো মচজিদ, মন্দিৰ চাই অতীত কালত যে আমাৰ দেশ সকলো বিষয়তে কিমান উন্নত আছিল আৰু আজি কিহত পৰিণত হৈছে চিন্তাশীল স্বামীজীৰ মন সেই বিষয়ত মগ্ন হল আৰু ইয়াৰ প্ৰতিকাৰ কেনেকৈ পাব পাৰি চিন্তা কৰিবলৈ ধৰিলে।

তাৰ পৰা স্বামীজী ভুজৰাজ্যলৈ আহিল। ইয়াত দেওয়ানজীৰ ঘৰত আলহী বলহি। দেওয়ানজীয়ে তেখেতৰ শক্তি দেখি অতিশয় সন্তুষ্ট হল আৰু সেই দেশৰ ৰজাক জনোৱাত তেওঁ স্বামীজীৰ লগত সাক্ষাৎ কৰে আৰু অগাধ পাণ্ডিত্য দেখি প্ৰীতি লাভ কৰে। মহাৰাজে অতি বিনয় কৰি কলে "আপোনালোকৰ দৰে দুই এজন ক্ষণজন্মা পুৰুষৰ দ্বাৰায়ে আমাৰ ধৰ্ম্মৰ সাৰ্ব্বভৌমত্ব ৰক্ষা পৰি আছে। ইয়েই প্ৰমাণ কৰে আমাৰ ধৰ্ম্ম সজীব।"

ইয়াৰ পিচত স্বামীজী প্ৰভাসতীৰ্থলৈ আহিল। প্ৰভাসতীৰ্থৰ স্মৃতি প্ৰত্যেক হিন্দুৰ কাৰণেই অতীব করুণ। ইয়াতেই শ্ৰীকৃষ্ণই ব্যাধৰ শৰত আহত হৈ লীলা সম্বৰণ কৰিছিল! স্বামীজীৰ কোমল অন্তঃকৰণ অতি চঞ্চল হৈ উঠিল। তেখেতে অনুভৱ কৰিলে গৌৰৱময় অতীতত ইয়াত কত অপূৰ্ব্ব খেলা হৈ গৈছে। ইয়াৰ প্ৰতি ধূলিকণাটিও ইতিহাসৰে পৰিপূৰ্ণ! ইয়াৰ ভিতৰতে ভেৰাওৱাল আৰু সোমনাথ। সোমনাথ মন্দিৰ পৃথিৱীত অতুলনীয় আছিল এদিন। তাৰ সমৃদ্ধিয়েই ধ্বংসৰ হেতু হৈছিল। সোনতে গোটেই মন্দিৰেই সোণৰ আছিল। পিচত ৰূপৰ, কাঠৰ আৰু শেহত শিলৰ মন্দিৰলৈ ৰূপান্তৰিত হয়। মন্দিৰৰ যাৱতীয় ব্যয়—দেৱতাৰ পূজাৰ কাৰণে দহ হাজাৰ গাওঁ দান কৰা আছিল। তিনিশ দেৱদাসী সদায় দেৱতাৰ বেলেগ বেলেগ কামত নিযুক্ত আছিল।

আজি সেই মন্দিৰ আৰু মন্দিৰৰ সেই দেৱতাৰ সেই পৰোভৱ নাই—আছে তাৰ স্মৃতি। সেই স্মৃতি কৰুণ নে ভবিষ্যৎ আশাবাহী প্ৰেৰণাদায়ক? ভক্তিৰে স্বামীজীয়ে মন্দিৰ-দেৱতা সদাশিৱক প্ৰণাম কৰিলে।

পোৰ বন্দৰ বা সুদামাপুৰীত স্বামীজী প্ৰায় ৮/৯ মাহ মান আছিল। তাতো ৰজাৰ অতিথি হৈয়েই আছিল। সেই ৰজাৰ ৰাজসভাত এজন বিদগ্ধ পণ্ডিত বেদৰ অনুবাদ কাৰ্যত লিপ্ত আছিল। স্বামীজীৰ লগত পৰিচয় হলত তেখেতৰ অগাধ পাণ্ডিত্য দেখি সহায় প্ৰাৰ্থনা কৰিলে। অতি আনন্দৰে স্বামীজী সন্মত হল। ইয়াৰ দ্বাৰা উভয় পক্ষৰে যে উপকাৰ হব সি অনিবাৰ্য। ইয়াত থকা কালতে স্বামী ত্ৰিগুণাতীতৰ লগত স্বামীজীৰ দেখা সাক্ষাৎ হয়। কেইদিনমান লগত ৰাখি সকলো গুৰু-ভকতৰ খবৰ-বাতৰি লৈ আকৌ পঠাই দিলে। লগত থাকিবলৈ স্বামীজীয়ে অনুমতি নিদিলে।

ৰাজ সভাৰ পণ্ডিতজনে স্বামীজীৰ লোকোত্তৰ গুণ সমূহ দেখি এদিন আন কথাৰ লগতে কলে "স্বামীজী মোৰ হলে দৃঢ় অভিমত আপুনি পাশ্চাত্য দেশলৈ যাব লাগে। তাত আমাৰ দেশৰ ধৰ্মৰ মহিমা প্ৰকাশ কৰিব লাগে। আমাৰ দেশৰ মানুহে আপোনাৰ মোল কি বুজিব? তাত আমাৰ ধৰ্মমত প্ৰতিষ্ঠিত হলেই দেখিব আমাৰ দেশৰ অৱস্থা সলনি হৈ যাব। "পণ্ডিতজীৰ" এনে উৎসাহজনক কথা শুনি স্বামীজীয়ে কলে "পণ্ডিতজী, যদি তেনে অভিপ্ৰায় ঈশ্বৰৰ থাকে হবও পাৰে। মুঠতে পণ্ডিতজীৰ কথাই স্বামীজীৰ মনত এটা নতুন অথচ গভীৰ ৰেখাপাত কৰিলে। এতিয়াৰ পৰা স্বামীজীৰ চিন্তা হল ভাৰতৰ আধ্যাত্মিক উন্নতি কেনেকৈ হব পাৰে? সোমনাথৰ মন্দিৰ চাই স্বামীজী

সূৰ্য্য মন্দিৰ চাবলৈ গল। ইও ঐতিহ্য ভগ্নস্তূপত পৰিণত হৈছে। এই উভয় মন্দিৰেই সাগৰৰ পাৰতে। তিনিখন নদীৰ সঙ্গমস্থলত সোমনাথৰ মন্দিৰ। এই ত্ৰিবেণীত স্নান কৰি সাগৰৰ পাৰত ফুৰিবলৈ যাওঁতে আকৌ ভূজৰাজৰ লগত দেখা হল। ৰজাই আকৌ স্বামীজীক নিমন্ত্ৰণ জনোৱাত কলে "মহাৰাজ, মই সম্প্ৰতি মহৎ উদ্দেশ্য আগত লৈ প্ৰব্ৰজ্যা গ্ৰহণ কৰিছোঁ। সম্প্ৰতি ৰামেশ্বৰধাম দৰ্শন মোৰ অন্যতম প্ৰধান কাম। যি হওক, জীৱনত যদি কেতিয়াবা আজৰি পাওঁ তেন্তে নিশ্চয় আপোনাৰ লগত আকৌ কিছু দিন থাকিমহি।

ইয়াৰ পিচত স্বামীজী দ্বাৰকালৈ গল। এই দ্বাৰকা এদিন যদুবংশৰ ৰাজধানী আছিল আৰু পয়োভৰত ভাৰত কম্পমান আছিল। সেই দ্বাৰকা আজি সাগৰৰ তলত। স্বামীজীয়ে ইয়াত আকৌ সন্ন্যাসীৰ দৰে স্বাধীন জীৱন যাপন কৰিবলৈ ধৰিলে। শ্ৰীমৎ শঙ্কৰাচাৰ্য্য প্ৰতিষ্ঠিত সাৰদা মঠৰ মোহান্তজীয়ে আদৰ কৰি স্বামীজীক থাকিবলৈ এটি কোঠা নিৰ্দ্দিষ্ট কৰি দিছিল। ইয়াত কিছুদিন বিশ্ৰাম কৰি স্বামীজী মাণ্ডবীলৈ আহে। ইয়াতে আকৌ স্বামী অখণ্ডানন্দৰ লগত দেখা হয়। ৮।৯ দিন উভয়ে একেলগে থকাৰ পিচত অখণ্ডানন্দক বিদায় দিলে। তাৰপৰা স্বামীজী পলিটানালৈ আহিল। তাৰ অন্তৰ্গত শত্ৰুঞ্জয়ত জৈন মন্দিৰ দৰ্শন কৰিলে। ইয়াৰ দৃশ্য অতি মনোৰম। পৰ্ব্বতৰ ওপৰত উঠি চালে একালে বিস্তীৰ্ণ সমতল ভূমি, আনকালে সমুদ্ৰৰ গগনস্পৰ্শী জলধি, পিচকালে গিৰিমালা! তাৰ পৰা বৰোদা ৰাজ্যলৈ আহিল আৰু স্বামীজীয়ে গাইকোৱাৰৰ লগত সাক্ষাৎ কৰিলে। গাইকোৱাৰৰ স্বদেশপ্ৰীতিৰ নিদৰ্শন পাই স্বামীজী অতিশয় সন্তুষ্ট হৈছিল।

বৰোদাৰ পৰা স্বামীজী মধ্যভাৰতৰ খাণ্ডোৱা ৰাজ্যলৈ আহিল।

ইয়াত এজন বঙ্গালী উকীলৰ ঘৰত আশ্ৰয় ললে। তেখেতৰ যোগেই গোটেই চহৰৰ মানুহৰ ভিতৰত প্ৰচাৰ কৰিবলৈ স্বামীজীয়ে সুবিধা পালে। ইয়াতেই স্বামীজীয়ে প্ৰকাশ্যে নিজৰ মনৰ কথা প্ৰকাশ কৰি কলে "কোনোৱে সহায় কৰিলে মই আগন্তুক চিকাগো ধৰ্ম্ম মহাসভাত যোগ দিবলৈ যাব পাৰোঁ।" এই কথাতে ইয়াৰ পৰা যাবৰ সময়ত উকীল গৃহস্থজনে বোম্বাইত থকা তেওঁৰ ভায়েকলৈ চিঠি দিলে আৰু যাতে বিলাতফেৰত বাৰিষ্টাৰ বন্ধু এজনৰ লগত স্বামীজীক দেখা কৰাই সমুদ্ৰ যাত্ৰাৰ বিষয়ে সকলো জানিব পাৰে তাৰ দিহা কৰি দিয়ে। জনা যায় ভায়েকে সেই মতে স্বামীজীক যথাসাধ্য সহায় কৰিছিল আৰু সেই বেৰিষ্টাৰজনৰ পৰাও উপদেশ আৰু সন্ধান লৈছিল।

ইং ১৮৯২ চনৰ জুলাই মাহত স্বামীজী বোম্বাই নগৰ পালেহি। কেদিনমান মাথোন তাত থাকি স্বামীজী আহিল পুনালৈ। বাটত বেলতে লোকমান্য তিলক মহাৰাজৰ লগত সাক্ষাৎ হয় আৰু একেখন গাড়ীতে পুণালৈ আহে। স্বামীজীৰ পাণ্ডিত্য দেখি তিলক মহাৰাজ আনন্দিত হৈছিল। তেখেতৰ ঘৰতে স্বামীজীক কেইবাদিনো ৰাখিছিল আৰু নানা বিষয়ে উভয়ৰে ভিতৰত আলোচনা চলিছিল।

স্বামীজী ইয়াৰ পৰা আহিল বেলগাওঁলৈ। ইয়াত স্বামীজী তাৰ সৰকিতিভিজনাল ফৰেষ্ট অফিচাৰ বাবু হৰিপদ মিত্ৰৰ ঘৰত ন দিন আছিল। অন্যান্য ঠাইৰ দৰে ইয়াতো যথেষ্ট লোক সমাগম হৈছিল আৰু স্বামীজীয়ে সকলো প্ৰশ্নকাৰীৰে নানান জটিল বিষয়ৰ সুন্দৰ মীমাংসাজনক উত্তৰ দি সন্তুষ্ট কৰিব পাৰিছিল। হৰিপদ বাবু আধুনিক শিক্ষিত লোক—আন কে নেলাগে সন্ন্যাসীৰ

ওপৰতো বিৰক্ত ভাবে—সন্ন্যাসীসকল সমাজৰ পক্ষে বোজা স্বৰূপ। তেওঁবিলাকে সমাজৰ কি উপকাৰ কৰিব পাৰে? অথচ সেই বৃহৎ সম্প্ৰদায় সমাজেই পুহিব লগাত পৰিছে। স্বামীজীৰ সঙ্গত পৰি সেই হৰিপদ বাবু এনে হল যে বহুতো সাধ্য-সাধনাৰ পিচত সপৰিবাৰে স্বামীজীৰ শিষ্য হল।

হৰিপদ বাবুৰ লগত স্বামীজীৰ বহুতো বিষয়ে আলোচনা হৈ ছিল। উক্ত দাৰ্শনিক তত্ত্বপূৰ্ণ আলোচনা বিলাকৰ আভাস [ যেনে Time space. মায়া আৰু Absolute Truth. Infinity ] নিদিলেও দুই এটি কথাৰ আভাস ইয়াত দিয়েই ক্ষান্ত হলোঁ।

এদিন বাতৰি কাকতত পঢ়ি স্বামীজীয়ে জানিলে কলিকতাত এজন মানুহ খাবলৈ নাপাই মৰিল। এই বাতৰি পঢ়ি স্বামীজী অতিশয় দুঃখিত হল আৰু আক্ষেপ কৰি কলে "এই দৰেই দেশ উচ্ছন্ন যাব দেখিছোঁ।" এই কথাষাৰ কওঁতে স্বামীজীৰ মাত দোকাদোকি হৈ ওলাইছিল। হৰিপদ বাবুয়ে সুধিলে 'কিয়নো আপুনি এনে কথাষাৰ কলে'? স্বামীজীয়ে উত্তৰ কৰিলে "আমাৰ দেশত ভিখাৰীক চাউল এমুঠি দিয়াৰ নিয়ম চিৰকাল আছিল। সেই দেশত তাতোকৈ কলিকতা হেন চহৰত খাবলৈ নাপাই মানুহ মৰাৰ খবৰ ওলালে সি কিহৰ সূচনা কৰে সহজে বুজিব পাৰি। আগৰ কালত দুৰ্ভিক্ষৰ বাহিৰে এনেয়ে অনাহাৰত মৰা কথা কতো শোনা নাযায়।" হৰিপদ বাবু ইংৰাজী শিক্ষিত। তেখেতৰো ধাৰণা যে ভিখাৰীক সহায় কৰাটো অপব্যয় মাথোন। সেই কাৰণে তেখেতে কলে "স্বামীজী, ভিখাৰীক বৎসামান্য যি দিয়া হয় সেইটো মোৰ মনেৰে অৰ্থৰ অসদ্ব্যবহাৰ কৰা হয় মাথোন। মোৰ বোধেৰে ইয়াৰ দ্বাৰা ভিখাৰীৰ উপকাৰতকৈ অপকাৰ হয় বেছি; কাৰণ

খুজিলেই পইচা পালে সিহঁতে মদ ভাং খাই অধঃপাতেহে যাব। দাতৰ ভিতৰত দাঁতাৰ মিছাতে অলপ খৰচ বাঢ়িল।" এই কথাত স্বামীজীয়ে কলে "মোৰ মতে পাৰিলে ভিখাৰীক যি হলেও অলপ দিয়া উচিত। দাতাই দিব আধোন দুটা বা এটা পইচা। সেই পইচাটো ভিখাৰীটোৱে নি কিহত খৰচ কৰিলে বা নকৰিলে ইমান খবৰ ৰাখিবলৈকে বা কি প্ৰয়োজন? সঁচাকৈয়ে সকলো ভিখাৰীয়েই দুষ্ট প্ৰকৃতিৰ নহয়, যাৰ যথাৰ্থতে অভাৱ থাকে সি ভিক্ষা নাপালে নিশ্চয় চুৰ কৰিবলৈ বাধ্য হব। ইয়াৰ পৰা সমাজৰ ক্ষতি বৰং বেছিহে হয়। মদ-ভাং খালে মানুহৰ নিজৰ লোকচান। যি হওক, আমাৰ দেশত সকলো ভিখাৰীয়েই ঈশ্বৰৰ নামত হে ভিক্ষা কৰে আৰু দাতাই দিওঁতেও নাৰায়ণ জ্ঞান কৰিহে ভিক্ষা দিব লাগে। কলিতাৰ্থত দাতা গ্ৰহীতাতকৈ বেছি লাভবান নহল নে?

আন এদিন হৰিপদ বাবুৱে স্বামীজীক সুধিলে "স্বামীজী, ঈশ্বৰ দয়াময় আৰু ন্যায়বান একে সময়তে কেনেকৈ হব পাৰে?" হৰিপদ বাবুৱে ভাবিছিল এনে জটিল প্ৰশ্নৰ মীমাংসা সহজে কৰিব নোৱাৰিব। কিন্তু কি আচৰিত প্ৰশ্নটো সোধাৰ লগে লগে স্বামীজীয়ে কলে "তুমি বিজ্ঞান শাস্ত্ৰ যথেষ্ট পঢ়িছা। তাত লক্ষ্য কৰিছা নে যে প্ৰত্যেক জড় পদাৰ্থত দুটা বিপৰীত শক্তিয়ে সদায় কাম ( action ) কৰি থাকে যেনে centripetal force centrifugal force, বিজুলী শক্তিত Positive and negative current যদি জড় পদাৰ্থতে বিপৰীত দুটা শক্তি থকা সম্ভৱ ঈশ্বৰত নো কিয় সি সম্ভৱ নহব!

সত্য নিৰপেক্ষ ( Absolute ) সত্য নহয়নে কি প্ৰশ্নৰ উত্তৰত স্বামী-

জীয়ে কলে আমি যি বিষয়ে যিহকেই সঁচা বুলি জানিছোঁ বা আগলৈ সঁচা বুলি জানিম সকলোবোৰেই আপেক্ষিক সত্য। নিৰন্তৰ সত্যৰ ধাৰণা সীমাবদ্ধ মানৱ বুদ্ধিৰ অগোচৰ। এতেকে সত্য নিৰন্তৰ হলেও বেলেগ বেলেগ মন-বুদ্ধিৰ ওচৰত বেলেগ বেলেগ আকাৰে প্ৰকাশিত হয়। সত্যৰ এই বিভিন্ন বিকাশ সেই পৰম সত্যকে অবলম্বন কৰি হোৱা কাৰণে একে শ্ৰেণীভুক্ত। যেনে একে সূৰ্য্যকে দূৰৰ বা ওচৰৰ পৰা যদি বেলেগকৈ ফটো তোলা হয় তেনে-হলে দেখা যাব যেন প্ৰত্যেকটো ছবিয়েই একোটা বেলেগ সূৰ্য্যৰ। সেইদৰে আপেক্ষিক সত্যবিলাকো নিত্য সত্যৰ লগত সেই দৰেই অবস্থান কৰে। প্ৰত্যেক ধৰ্ম্মও সেই কাৰণেই নিত্য সত্যৰ আভাস বুলি সত্য।

মানুহে সদায় নিজৰ মত বজায় ৰাখিবলৈ জেদ কৰে। ধৰ্ম্মমতৰ বিষয়ে এইটো বিশেষকৈ খাটে। এই বিষয়ে স্বামীজীয়ে এটি সুন্দৰ গল্প সদায় কৈছিল। গল্পটো এই :—

কোনো এখন দেশত এজন ৰজা আছিল। আন দেশৰ ৰজা এজনে সেই ৰাজ্য আক্ৰমণ কৰিবলৈ অহাৰ সম্ভেদ পাই ৰজাই মন্ত্ৰীসভা আহ্বান কৰিলে আৰু কি উপায়েৰে ৰাজ্য ৰক্ষা কৰিব পাৰি সেই বিষয়ে সকলোৰে উপদেশ বিচাৰিলে। ৰজাৰ কথা শুনি ইঞ্জিনিয়াৰে কলে, "আমাৰ ৰাজ্যৰ চাৰিওকালে দকৈ এটা বাল খান্দিব লাগে আৰু চাৰিও কাষেই খালৰ কাষেদি মাটিৰ দেৱাল নিৰ্ম্মাণ কৰিব লাগিব।" কাঠমিস্ত্ৰিয়ে কলে "সেইটো ভালেই হব সঁচা কিন্তু কাঠৰ দেৱাল দিলে সহজে আৰু সস্তাতে তৈয়াৰ হলহেঁতেন।" চৰ্ম্মকাৰে কলে "কাঠতকৈ ছালৰ বেৰা দিলে বেছি মজবুট হব।" কমাৰে কলে "সমবাদো আৰু

কিমান মজবুট হব, তাতোকৈ লোহাৰ হলেই ভাল, কাৰণ তেতিয়া হলে টোপৰ গুলী আহিও বিন্ধিব বা ভাঙিব নোৱাৰিব।" উকীল-মোক্তাৰসকলে কলে "এইবোৰ একো কৰিব নালাগে। শত্রুপক্ষ আহিলে আমি যুক্তিৰে বুজাই দিম যে এনেভাবে আমাৰ দেশ আক্ৰমণ কৰিবৰ আৰু পাৰ বলেৰে পৰৰ সম্পত্তি লবৰ কোনো অধিকাৰ তেওঁবিলাকৰ নাই। এইটো সম্পূৰ্ণ অন্যায় আৰু আইন-বিৰুদ্ধ কাম।" পুৰোহিত মহাশয়ে কলে "তোমালোক সকলোৰেই প্ৰলাপৰ দৰেহে কথা কৈছা। দেৱতাৰ সন্তোষেই হে আচল কথা হব লাগে। দেৱতা সন্তুষ্ট নহলে ৰাখে কোনে? এতেকে মহাৰাজ, যাগ-যজ্ঞ, হোম, তুলসী দিয়া পাতক লেখিব কোনেও আপোনাৰ প্ৰজাৰ চুলিডালিও হানি কৰিব নোৱাৰিব। এই দৰে ৰাজ্যৰক্ষাৰ পৰিবৰ্ত্তে সকলোৱেই নিজ নিজ মত বজায় ৰাখিবৰ কাৰণে গোলমাল আৰু তৰ্ক কৰি শেহত নিজৰ ভিতৰতে কাজিয়া লগালে। স্বামীজীয়ে কলে "অধিকাংশ মানুহেই এই ধৰণৰ। 'মই যেনে বুজো আন কোনেও তেনেকৈ নুবুজে' এই ভাবটো প্ৰায় সকলোৰে মাজত দেখিবলৈ পোৱা যায়।"

হৰিপদ বাবুৱে যি অফিচত কাম কৰে সেই অফিচৰ বৰ চাহাবৰ বিৰুদ্ধে বহুতো আপত্তিজনক কথা কৈ সদায় আক্ষেপ কৰে, আৰু চাকৰিৰ লোভ সামৰিব নোৱাৰি মিছাতে ধৰফৰাই থাকে। স্বামীজীয়ে এতিয়া ঘনিষ্ঠতা হোৱাত তেওঁক ধং কৰি কলে "মিছা কথাত এনেকৈ নিজৰ মনকে ভাবি থকা অতি বেয়া কথা। ইয়াত বৰ অনিষ্ট বহুত হয়। যদি ভাবা যে চাকৰিৰ বাহিৰে তোমাৰ গতি নাই তেন্তে দোষ আনক নিদি নিজক দোষ দিবা। জানিবা আপোন ভালেই জগত ভাল। আমি নিজে

যেনে বাহিৰতো ঠিক তেনেই দেখোঁ। আজিৰ পৰা আনৰ বেয়া দেখা অভ্যাস এৰা। দেখিবা তোমাৰ ওপৰতো আন মানুহৰ আগৰ ভাব ক্ৰমে ক্ৰমে বেলেগ হৈ যাব ধৰিছে। আমাৰ ভিতৰৰ ছবিকে বাহিৰৰ জগতত প্ৰকাশমান দেখিবলৈ পাওঁ।”

এইদৰে নানা প্ৰকাৰ উপদেশ আৰু উচ্চতথ্যপূৰ্ণ আলোচনা আদিৰ দ্বাৰা সকলোৰে শ্ৰদ্ধা আকৰ্ষণ কৰি ইয়াৰ পৰা স্বামীজী বেঙ্গালোৰলৈ আহিল। মহীশূৰ ৰজাৰ দেওৱান বাহাদুৰলৈ হৰিপদ বাবুৱে এখন পৰিচয় পত্ৰ দিছিল। সেই মতে দেওৱান বাহাদুৰৰ ঘৰতে অতিথি হৈ থাকিল। দেওৱানজী অতিশয় জ্ঞানী মানুহ আছিল। স্বামীজীক সহজে চিনিব পাৰিলে। ইমান কম বয়সতে ইমান জটিল সংস্কৃত গ্ৰন্থ বিলাক, বেদ, বেদান্ত, ষড়দৰ্শন প্ৰভৃতি অকল পাঠেই নহয় তাক সম্পূৰ্ণ আয়ত্তলৈ আনিবৰ ক্ষমতা কিমান অপৰিসীম! আন আন ধৰ্ম সম্বন্ধেও সমানে তত্ত্ববিদ্! আন ফালে সু গায়ক আৰু সঙ্গীতজ্ঞ। ৰাজসভাৰ অন্যতম ধৰ্ম-ভাবাপন্ন মুছলমান সদস্যই এখেতৰ ঘৰলৈকে আহি স্বামীজীৰ পৰা কোৰাণৰ কোনো কোনো কঠিন বিষয়ৰ অৰ্থ শিক্ষা কৰি এনে বিচাৰ পৰায়ণ তীক্ষ্ণ বুদ্ধি দেখি আচৰিত হৈছিল। দেওৱান-জীৰ মুঠতে ধাৰণা হল—স্বামীজী এজন অনন্যসাধাৰণ লোক।

তেখেতে ভাবিলে এনে এজন পুৰুষক জ্ঞানপিপাসু মহাৰাজক দৰ্শন কৰালে অতিশয় আনন্দিত হব এই ভাবি স্বামীজীক মহাৰাজৰ ওচৰলৈ লৈ গল। তেখেতৰ ৰাজশ্ৰীযুক্ত গঠন, অমায়িক ব্যৱহাৰ, দুই চাৰিটি কথাতে জ্ঞানৰ পৰিচয় পাই মহাৰাজ অতিশয় প্ৰীত হল আৰু কিছুদিন ৰাজপ্ৰাসাদতে থাকিবলৈ অনুৰোধ কৰিলে। স্বামীজী সন্মত হল।

ৰাজপ্ৰাসাদত অতিথি হৈ থকা কালতে প্ৰাসাদৰ ৰবৰাৰ-

ঘৰত এখন পণ্ডিত সভা বহিছিল। সভাপতি আছিল প্ৰধান ৰাজ কৰ্মচাৰী এজন। সভালৈ স্বামীজীকো নিমন্ত্ৰণ জনালে। যথাসময়ত সভাত পণ্ডিতসকলে বেদান্ত প্ৰভৃতি দৰ্শন শাস্ত্ৰৰ সহায়েৰে নানা তৰ্ক যুক্তি কৰি বিচাৰত প্ৰবৃত্ত হল কিন্তু শেষ সিদ্ধান্ত কৰা দুঃসাধ্য হৈ উঠিল। প্ৰত্যেকেই নিজ নিজ মতৰ প্ৰাধান্য এৰি দিব নোখোজে। এনেতে সভাৰ সকলোৱে স্বামীজীক যোগ দিবলৈ আহ্বান জনালে। স্বামীজীয়ে সেই অনুৰোধ মতে থিয় দি পুথি-পাজিৰ কথা এৰি দি নিজৰ প্ৰাণৰ ভাষাৰে অনৰ্গল প্ৰাচ্য-পাশ্চাত্য উভয় দেশৰ দৰ্শন শাস্ত্ৰৰ সহায়েৰে প্ৰতিপাদ্য বিষয় অতি সহজ সৰল ভাবে লক্ষ্য বস্তু অদ্বৈতবাদ প্ৰতিষ্ঠা কৰিলে আৰু দেখুৱালে ইয়াতেই ভিত্তি কৰি জগতৰ যাবতীয় ধৰ্মই জন্ম লাভ কৰিলে। তেখেতৰ কথাত চিন্তাৰ মৌলিকতা আৰু দৃষ্টি-ভঙ্গীৰ বহলতা, তত্ত্বকথাত নতুন আলোকপাত দেখি সকলো পণ্ডিত স্তম্ভিত হল। সকলোৱে প্ৰাণে প্ৰাণে অনুভৱ কৰিলে, 'জ্ঞান' অকল নিজে জানিবলৈকে যাথোন অৰ্জন কৰাৰ সাৰ্থকতা নাই, তাৰ দ্বাৰা সমাজসেৱাৰ বহুল প্ৰয়োজনীয়তা আছে আৰু সাৰ্থকতাও তাতেই। দৰ্শন শাস্ত্ৰ অকল বাক্য বা ভাবৰ সমষ্টিৰেই নহয় প্ৰকৃততে সি প্ৰাণৰ বস্তু।

ইয়াতেই এজন অষ্ট্ৰিয়া দেশৰ সঙ্গীতজ্ঞৰ লগত স্বামীজীৰ আলাপ হয়। সেই আলাপত স্বামীজীয়ে প্ৰাচ্য আৰু পাশ্চাত্য উভয় দেশীয় সঙ্গীতৰ বিষয় যেনে গভীৰ জ্ঞানৰ পৰিচয় দিলে দেখি তেখেত আচৰিত হল। সঙ্গীতৰ মূল লক্ষ্য যে "আনন্দম্" লাভ, সেই বিষয়ে উভয়েই একমত হব পাৰিলে।

এদিন প্ৰধান মন্ত্ৰীৰ সাক্ষাতত মহাৰাজে স্বামীজীক সুধিলে "স্বামীজী মোৰ দ্বাৰা আপোনাৰ কি উপকাৰ হব পাৰে?" স্বামীজীয়ে

উত্তৰ কৰিলে “মহাৰাজ, মই সন্ন্যাসী। মোৰ নিজৰ বুলি একো নাই। ভাৰতেই মোৰ সকলো লক্ষ্য আৰু উদ্দেশ্যৰ। ইয়াৰ উন্নতি বিধান কৰিবলৈকে মই আগ্ৰহান্বিত। ইয়াত লাগে উপযুক্ত কৃষি, শিল্প, বৈজ্ঞানিক বিষয়ক শিক্ষা আৰু ধৰ্ম বিষয়ত সংস্কাৰ। ভাৰতৰ শ্ৰেষ্ঠ সম্পদ আধ্যাত্মিক জ্ঞান পাশ্চাত্য দেশত বিতৰণ কৰি তাৰ বিনিময়ত আনি পাব লাগিব কৰ্মজীৱন। বৰ্ত্তমান তামসভাৱত আচ্ছন্ন, মূক, দৰিদ্ৰ, নিপীড়িত জনগণৰ উন্নতি বিধান কৰিবলৈ উপযুক্ত ব্যৱস্থা কৰিব লাগিব। সেইটোকে সম্ভৱ কৰিবলৈ দুয়ো ভূ-খণ্ডৰ মাজত যোগা-যোগ ৰক্ষা কৰিবলৈ হলে উভয়ৰে মাজত আদান প্ৰদান চলিব লাগিব। মই ভাবোঁ। এই অৰ্থে আমেৰিকাত বহিব লগা চিকাগো ধৰ্ম্মসভালৈ গৈ আমাৰ ধৰ্ম্মৰ প্ৰকৃত ৰূপ বিশ্লেষণ কৰি জগতত ইয়াৰ মহিমা প্ৰকাশ কৰোঁ। আৰু তাৰ পৰা কাৰ্য্যশক্তিৰ প্ৰেৰণা আনি এই মৃতপ্ৰায় দেশত প্ৰাণৰ সঞ্চাৰ কৰোঁ। মহাৰাজ, আপোনালোকৰ ৰাজকাৰ্য্য পৰিচালনা কৰোঁতেও এই লক্ষ লক্ষ দৰিদ্ৰ প্ৰজাৰ কল্যাণৰ ফালেই লক্ষ্য ৰাখি চলিব লাগে। নিজে ভোগ-বিলাসত মত্ত থাকি কৰ্ত্তব্যত অৱ-হেলা কৰিলে দেশমাতৃকাৰ ওচৰত অপৰাধী নহৰনে?” এইদৰে স্বামীজীয়ে জ্বলন্ত ভাষাৰে নিজৰ জীৱনৰ উদ্দেশ্য বৰ্ণনা কৰাত মহাৰাজে তেখেতৰ বাগ্মিতা দেখি স্তম্ভিত হল। স্বামীজীৰ চিকাগো ধৰ্ম্মমহাসভাত যোগ দিবলৈ যিমান খৰচ সকলো-খিনি বহন কৰিবলৈ সাজু হলে। কিন্তু কিয় কব নোৱাৰোঁ, সম্ভৱতঃ তেতিয়াও সঠিক নোহোৱাৰ কাৰণেই তাক গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিলে। কলে, যেতিয়া প্ৰয়োজন হব, মহাৰাজক জনাম আৰু মহাৰাজৰ ইচ্ছামতেই তেতিয়া যি হয় দিব পাৰিব।

এই মহীশূৰ ৰাজ্যৰ পৰা বিদায়ৰ পূৰ্ব্বক্ষণত স্বামীজীক

মহাৰাজে দুটি অনুৰোধ জনালে—প্ৰথম মূল্যবান কিছু উপহাৰ গ্ৰহণ কৰিব লাগে দ্বিতীয়তে স্বামীজীৰ সুমধুৰ সঙ্গীতৰ এখনি ৰেকৰ্ড কৰাবলৈ অনুমতি দিব লাগে। স্বামীজীয়ে দ্বিতীয়টো অনুৰোধ ৰক্ষা কৰি গানৰ এখন ৰেকৰ্ড তুলিবলৈ দিলে। সেই ৰেকৰ্ড এতিয়াও আছে, কিন্তু শব্দোচ্চাৰণ অস্পষ্ট হৈছে। প্ৰথমটোত উত্তৰ দিলে, মহাৰাজ, আপোনাৰ মূল্যবান উপহাৰ নি মই থম ক'ত? তাক ৰক্ষা কৰিম কেনেকৈ? সন্ন্যাসীৰ সেই সুবিধা আছে জানো? বাক নিতান্ত আপোনাৰ অনুৰোধত মোক এটি নিত্য ব্যৱহাৰৰ হোকা দিব পাৰে। সেই মতে চন্দন কাঠৰ এটা উৎকৃষ্ট হোকা তৈয়াৰ কৰাই দিছিল। বহু-দিনলৈকে সেই হোকাটি স্বামীজীয়ে ব্যৱহাৰ কৰিছিল কিন্তু এজন বান্ধৱী মানুহৰ সেই হোকাটোলৈ আগ্ৰহ যেন দেখি ততালিকে দি দিলে। সন্ন্যাসীজীৱনত কোনো বস্তুৰ প্ৰতি কোনো অৱস্থাতে মোহ থাকিব নোৱাৰে। মহাৰাজৰ প্ৰিয় উপহাৰ সন্ন্যাসীৰ ওচৰত পবিত্ৰ হলেও লোভনীয় নহয়।

কোচিনলৈকে দ্বিতীয় শ্ৰেণীৰ ৰেলৰ টিকট কাটি ভাৰাক্ৰান্ত হৃদয়ে স্বামীজীক বিদায় দিলে। তাত মাথোন কেদিনমান থাকিয়েই মালাবাৰৰ অন্তৰ্গত ত্ৰিবাঙ্কুৰ ৰাজ্যলৈ আহিল। ইয়াৰ প্ৰাকৃতিক শোভা চিত্ৰবৎ ৰমণীয় আছিল। স্বামীজীয়ে এই শোভা দেখি অতিশয় পুলকিত হল আৰু ৰাজধানী ত্ৰিবান্দ্ৰমত এজন প্ৰফেচৰৰ ঘৰত আতিথ্য গ্ৰহণ কৰিলে। ইয়াতো স্বামীজীৰ সকলো বিষয়তে অলৌকিক ক্ষমতা দেখি সকলো আচৰিত আৰু মুগ্ধ হল। একে সময়তে নানা জনৰ নানা বিষয়ক প্ৰশ্নৰ যথাযথ উত্তৰ দি সকলোকে সন্তুষ্ট কৰা কম কথা নে? স্বামীজীয়ে স্পেন্সাৰ হওক, কালিদাস হওক, সেক্সপীয়ৰ হওক, ডাৰউইনৰ বিবৰ্তনবাদ

হওক, ইহুদীসকলৰ ইতিহাস হওক, আৰ্য্যসভ্যতাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ কথাই হওক, কিম্বা বেদ-বেদান্ত, মুচলমান বা খ্ৰীষ্টান ধৰ্ম্মশাস্ত্ৰৰ প্ৰশ্নয়ে হওক কোনো কথাতে পশ্চাৎপদ নহৈ অনৰ্গল উত্তৰ দি যাব পাৰে। অকল সেয়ে নহয় তাত আধুনিক আলোকপাত কৰি সকলোৰে মনত তাঠ'ক সুমুৱাই দিব পৰা ক্ষমতা অতুলনীয়। তাতে আকৌ তেখেতৰ মুখৰ সৰলতা আৰু মহত্ত্ব, তেখেতৰ নিৰ্ম্মল হৃদয়, তপস্যাপূত জীৱন, উদাৰ বুদ্ধি সৰ্ব্বভূতত সহানুভূতি সম্পন্ন অন্তঃকৰণ আদি গুণে তাতে জেউতি চৰাইছিল।

ইয়ালৈ আহিও খ্যাতনামা লব্ধপ্ৰতিষ্ঠ লোকসকলৰ লগত ভাৰতীয় জাতিসকলৰ মাজত বহুবিধ প্ৰয়োজনীয় সংস্কাৰ আৰু পতিত জাতিবিলাকৰ উদ্ধাৰৰ বিষয়েই আলোচনা কৰিছিল। যিয়েই এখেতৰ সংস্পৰ্শলৈ আহিছিল সকলোৱেই ভাবিছিল এখেত কিমান মহৎ, কিমান উদাৰ, কিমান জ্ঞানী! ইয়াত তেখেতে ৰামকৃষ্ণ পৰমহংসদেৱৰ বিষয়ে আলোচনা কৰিছিল আৰু যেতিয়া জানিলে যে জগৎবিখ্যাত কেশবসেন প্ৰমুখ লোকসকলেও পৰমহংসদেৱৰ প্ৰভাৱত প্ৰভাবান্বিত হৈছিল তেতিয়া সকলো আচৰিত হৈছিল।

প্ৰফেচৰৰ ঘৰত, তাৰ ক্লাচত, সভাত যিবোৰ বিষয় স্বামীজীয়ে আলচ কৰিছিল সকলোবোৰৰে বিস্তৃত বিবৰণ দিয়া সম্ভৱ নহয়। ইয়াত মাথোন স্বামীজীৰ দুটা বিষয়ত তেখেতৰ মতামত লিপিবদ্ধ কৰা হল।

এদিন আমিষ আৰু নিৰামিষ ভোজনৰ উপযোগিতা সম্বন্ধে তৰ্ক উঠিছিল। কোৱা বাহুল্য দাক্ষিণাত্যত আমিষ আহাৰ উঠ

সৰ্বৰ হিন্দুৰ মাজত নিষিদ্ধ। 'অহিংসা' ভাবৰ পৰাই নিৰামিষ আহাৰৰ উপযোগিতাৰ কথা আৰম্ভ কৰাত স্বামীজীয়ে কলে—বেদত পৰ্য্যন্ত আমিষ আহাৰৰ উল্লেখ দেখা যায়। পৌৰাণিক যুগতো যজ্ঞত পশুবধ প্ৰথা প্ৰচলিত দেখা যায়। মধুপৰ্কৰ কাৰণে পশুবধ প্ৰচলিত নিয়ম আছিল। অৱশ্যে বৌদ্ধযুগৰ পিচৰ পৰাই নিৰামিষ আহাৰৰ প্ৰশংসা প্ৰচাৰিত হৈছে। হিন্দু শাস্ত্ৰতো আমিষতকৈ নিৰামিষ আহাৰৰ প্ৰশংসা যথেষ্ট আছে কিন্তু কাৰ্য্যক্ষেত্ৰত কেনেকৈ পালন কৰা হৈছে সেইটো ভাবিব লগা কথা, আৰু এইটো কথাও ঠিক যে আমিষ ভোজন প্ৰথাৰ অনাদৰ হোৱাৰ লগে লগে আমাৰ দেশৰ মানুহবিলাকৰ শক্তি সামৰ্থ্য ক্ৰমে হীন হৈ আহিবলৈ ধৰিলে আৰু জাতীয় অৱনতি ক্ৰমে গুৰুতৰ আকাৰ ধাৰণ কৰিছে। সম্মিলিত হিন্দুৰাজ্য, হিন্দুজাতিৰ অধঃপতনৰ মূল কাৰণৰ ভিতৰত আমিষ ভক্ষণ প্ৰথাৰ বিলোপেই এটা প্ৰধান।

দ্বিতীয়তে এদিন প্ৰফেচৰে শুধিলে, "স্বামীজী আপুনি সমুদ্ৰ যাত্ৰা সম্বন্ধে কি বিবেচনা কৰে, শাস্ত্ৰবিচাৰ মতে দেখা যায় নিষিদ্ধ?" স্বামীজীয়ে উত্তৰ কৰিলে "যি সকলে পুৰণি আচাৰ-বিচাৰ মানি চলিব খোজে তাত আপত্তি কৰিবৰ একো নাই। কিন্তু যি সকল হিন্দুৱে কোনো মহৎ উদ্দেশ্য সাধনৰ নিমিত্তে সেই নিয়ম পালন কৰিব নোৱাৰে তেওঁবিলাককো দোষ কৰিবৰ কোনো সঙ্গত কাৰণ দেখা নাযায়। বেদান্ত প্ৰচাৰৰ দ্বাৰা পাশ্চাত্য জগতত সামাজিক ব্যৱস্থাৰ উন্নতি কৰা প্ৰয়োজন। সেই অৰ্থে যাই হলে সমুদ্ৰ যাত্ৰা কৰা দোষ বুলি ভবা নাই।"

আকৌ এদিন স্বামীজীক কলে "আপুনি এখন ৰাজহুৱা সভাত বক্তৃতা দিব লাগে।" স্বামীজীয়ে উত্তৰ কৰিলে "বক্তৃতা দিয়া অভ্যাস মোৰ নাই। কিমানি লাজত হে পৰিব লাগিব। [illegible]

দিয়ক—প্ৰশ্নোত্তৰ ভাবেই কোনো বিষয়ৰ আলচ কৰা ভাল হব।" ইয়াৰ উত্তৰত প্ৰফেচাৰে কলে "আপুনি দেখোন চিকাগো ধৰ্ম মহাসভালৈ হিন্দুধৰ্মৰ প্ৰতিনিধি ৰূপে মহীশূৰৰ মহাৰাজৰ অনুৰোধত যাবলৈ ওলাইছে বুলি শুনিছোঁ? তালৈ নো কেনেকৈ সাহ কৰিছে?" স্বামীজীয়ে কলে "যদি সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ ইচ্ছা হয় যে মই তেওঁৰ কাৰ্য্যসাধনত নিমিত্তমাত্ৰ হব লাগিব আৰু তেওঁৰ বাণী জগতত মোৰ মুখে ঘোষিত হব লগা থাকে তেন্তে নিশ্চয় তেওঁ তেনে শক্তিও মোক দিব।" স্বামীজীৰ উত্তৰত প্ৰফেচাৰ সন্তুষ্ট নহল। তেওঁতে কলে "মই হলে ঈশ্বৰৰ তেনে কিবা কৰা সম্ভৱ বা বিশ্বাসযোগ্য কথা বুলি বিবেচনা নকৰোঁ।"

এই কথাত স্বামীজী উত্তেজিত হৈ কলে, "ছি, ছি তোমাৰ পৰা মই এনে কথা কেতিয়াও আশা কৰা নাই। তোমাৰ ই কি বুদ্ধি! তুমি বিশ্বৰ গূঢ় উদ্দেশ্য সাধনত বিধাতাৰ ক্ষমতাৰ সীমা নিৰ্দ্ধাৰণ কৰিবলৈ ধৰিছা। যাৰ শক্তিৰ আদি নাই, অন্ত নাই সেই ঈশ্বৰক সীমাৰ ভিতৰলৈ আনিব খোজা? তুমি বাহিৰা ব্যৱহাৰত হিন্দু যেন দেখুৱালেও আচলতে তুমি নাস্তিক, নতুবা তেওঁৰ শক্তিত তোমাৰ বিশ্বাস কিয় হোৱা নাই?

নানা আলোচনা, আৱশ্যকীয় স্থানাদি পৰিদৰ্শন সমাপ্ত কৰি বহুদিনৰ পৰা আকাঙ্ক্ষা কৰি থকা 'ৰামেশ্বৰ শিৱ' দৰ্শন কৰিবলৈ স্বামীজী ইয়াৰ পৰা ৰামেশ্বৰ অভিমুখে ৰাওনা হল। বাটত মাদুৰাত নামিল। ৰামনাদ ৰাজ শ্ৰীমৎ ভাস্কৰ সেতুপতিৰ লগত সাক্ষাৎ কৰিলে। এখেতো স্বামীজীৰ বহুমুখী গুণত মুগ্ধ হল। যথাযোগ্য সন্মান কৰি স্বামীজীক অতিথি সৎকাৰ কৰিলে আৰু শেষত শিষ্যত্ব গ্ৰহণ কৰিলে। এখেতৰ লগতো স্বামীজীয়ে ৰাজ্যত শিক্ষা বিস্তাৰ আৰু কৃষিবিষয়ক উন্নতি বিধান কৰিব লগা কথা

আলোচনা কৰিলে আৰু সেই বিষয়ে অৱহিত হ'বলৈ ৰজাক অনুৰোধ কৰিলে। স্বামীজীৰ অপৰিসীম শক্তি দেখি মহাৰাজেও তেখেতক চিকাগো ধৰ্ম্ম মহাসভালৈ যাবলৈ অনুৰোধ কৰিছিল আৰু যথাশক্তি সাহায্য দিম বুলিও প্ৰতিশ্ৰুতি দিছিল। গোটাদিয়েক দিন তাত থাকি সমাগতলোকসকলক ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব হৃদয়ঙ্গম কৰিবলৈ উপদেশৰ যোগে সুযোগ দি স্বামীজী তাৰ পৰা ৰামেশ্বৰ পালেগৈ!

'ৰামেশ্বৰ শিৱ' দৰ্শন কৰি স্বামীজীৰ বহুদিনৰ পৰা কৰি অহা আকাঙ্ক্ষা পূৰ্ণ কৰিলে। ৰামেশ্বৰ মন্দিৰ বৰ ডাঙৰ—দীঘে ৪০০ হাত পথালিয়ে ১০০ হাত, সিংহদ্বাৰেই ১০০ ফিট ওখ। মন্দিৰৰ চোতালৰ চাৰিওফালে যিবোৰ বাৰান্দা আছে সেই বিলাকৰ দীঘ হ'ব চাৰি হাজাৰ ফিটৰ ওপৰ। কোনো কোনো ঠাইত বহোৱা শিলৰ ডোখৰৰ আয়তন প্ৰায় ৪০ ফিট হ'ব। ইয়াৰ কাৰুকাৰ্য্যও অতি চমৎকাৰ। ইয়াৰ পৰা স্বামীজী কন্যাকুমাৰী দৰ্শন কৰিবলৈ গ'ল। ভাৰতৰ একেবাৰে দক্ষিণ প্ৰান্তত এই মন্দিৰ আৰু মন্দিৰাধিষ্ঠাত্ৰীদেৱী অবস্থিত। তাৰ নিয়ম অনুযায়ী স্বামীজীয়ে নিজে কুমাৰী পূজা কৰিলে আৰু শেষত কুমাৰীকা অন্তৰীপৰ পাথৰৰ ওপৰত বহি ভাবিলে "ইমান ঠাই ঘূৰি ঘূৰি মানুহক ধৰ্ম্মৰ উপদেশ দিয়া হ'ল সঁচা। কিন্তু খাবলৈ যাৰ দুবেলা দুমুঠি নোপায় সিনো তাৰে কি কৰিব? গুৰুদেৱে কৈছিল "খালী পেটেৰে ধৰ্ম্ম কৰিব নোৱাৰি।" সঁচা কথা। কিন্তু পেট ভৰাই খাবলৈ উপায় কৰা যায় কেনেকৈ?

ইয়াৰ পৰা স্বামীজী ১৮৯২ খৃষ্টাব্দৰ শেষ ভাগত পণ্ডিচেৰিলৈ আহিল। ই এখন ফৰাচি উপনিবেশ। ইয়াতে তেখেতৰ সহাধ্যায়ী বন্ধু মাদ্ৰাজৰ সহকাৰী একাউণ্টেণ্ট জেনেৰেল মন্মথ বাবুৰ লগত দেখা হ'ল। মন্মথ বাবুৰ অনুৰোধতে তেখেতৰ লগত স্বামীজী

যথাসময়ত মাদ্ৰাজলৈ আহিল। ইয়াত অৱশ্যে স্বাভাৱিকতেই মন্মথ বাবুৰ ঘৰতে থাকিল। ক্ৰমে ক্ৰমে মাদ্ৰাজবাসী লোকসকল স্বামীজীৰ ওচৰলৈ আহিবলৈ ধৰিলে আৰু সকলোৱেই স্বামীজীৰ কথাত, অদ্ভুত আচৰণ আৰু পাণ্ডিত্য দেখি তেখেতৰ প্ৰতি আকৰ্ষণ অনুভৱ কৰিলে।

এদিন এজনে স্বামীজীক সুধিলে—"স্বামীজী, যি ভাৰতত বেদান্ত প্ৰতিপাদিত অদ্বৈতবাদৰ প্ৰতিষ্ঠা হল তাতনো মূৰ্ত্তিপূজা কেনেকৈ প্ৰচলিত হল?" স্বামীজীয়ে তত্তাল্কিক উত্তৰ দিলে "কাৰণ আমালোকৰ হিমালয় পৰ্ব্বত আছে।" স্বামীজীৰ উত্তৰ তৎক্ষণাৎ তেওঁলোকৰ পক্ষে সহজে বোধগম্য হোৱা নাই যেন বুজি পিচত আকৌ বুজাই দিলে যে প্ৰাকৃতিক অধিষ্ঠানৰ মানব মনৰ ওপৰত তাৰ এটা প্ৰাধান্য হবই হব। ভাৰতৰ চাৰিওফালে যেনে প্ৰাকৃতিক দৃশ্য সেই বিশালতাৰ প্ৰতি শ্ৰদ্ধাবান হোৱা অস্বাভাবিক নহয় বৰং অতি স্বাভাবিক। বাহ্য প্ৰকৃতিৰ লগত মানুহৰ মনৰ নিগূঢ় সম্বন্ধ আছে। সেই কাৰণেই বেলেগ বেলেগ প্ৰাকৃতিক অধিষ্ঠান থকাত বেলেগ বেলেগ জাতিৰ ভিতৰতো মানসিক গঠন ভেদে পৃথক অভিব্যক্তি দেখা যায়।

মাদ্ৰাজবাসী লোকসকলে ক্ৰমে স্বামীজীৰ কথা বাৰ্ত্তা শুনি বিস্ময়ত অভিভূত হল। সিবিলাকৰ ধৰ্ম্মৰ এনে সৰল অথচ বৈজ্ঞানিক ব্যাখ্যা আগেয়ে কেতিয়াও শুনা নাই। এতিয়া স্বামীজীৰ পৰা নিজ ধৰ্ম্মৰে মহিমা কিঞ্চিৎ বুজিব পাৰি নিজকে বহুতে ধন্য জ্ঞান কৰিবলৈ ধৰিলে। তদুপৰি যেতিয়া জানিলে যে স্বামীজী এজন সৰ্ব্ববিদ্যাবিশাৰদ—ইংৰাজী আৰু সংস্কৃত ভাষাত অগাধ পণ্ডিত; তেখেতে নাজানে এনে বিষয় নাই, সৰ্ব্বোপৰি তেখেত এজন সু-গায়ক, তেতিয়া সকলো যেন তেখেতৰ প্ৰতি আকৃষ্ট হল।

হঁতে মাদ্ৰাজবাসী ডেকা সম্প্ৰদায়েই বিশেষকৈ স্বামীজীক ভক্তি কৰিবলৈ ধৰিলে আৰু ইয়াতে ৰাজহুৱা ভাবে স্বামীজীৰ প্ৰতিষ্ঠা লাভ হল।

স্বামীজীক ৰাজহুৱাভাবে সন্মান দেখুৱাবলৈ এখন সভা পাতিছিল। তাত মাদ্ৰাজৰ গন্য-মান্য আৰু বিদ্বান লোকসকলে যোগদান কৰিছিল। সকলোৱেই স্বামীজীৰ প্ৰতিভা দেখি স্তম্ভিত হলেও তাৰে ভিতৰত দুই এজনৰ অলপ ঈৰ্ষা ভাবো হৈছিল। উপলব্ধি কৰিবৰ মনেৰে তাৰে ভিতৰৰ এজনে কলে "আপুনি অদ্বৈতবাদী অৰ্থাৎ ঈশ্বৰ আৰু আপুনি একে। তেতিয়া হলে আপোনাৰ ধৰ্ম্মাধৰ্ম্মই বা কি আৰু পাপ-পুণ্যাই বা কি? আপুনি যদি কিবা বেয়া কামো কৰে তেন্তে দোষ ধৰে কোনে?" স্বামী-জীয়ে উত্তৰ কৰিলে, "যদি মোৰ বিশ্বাস ঠিক ঠিক হয় যে মোতে আৰু ঈশ্বৰতে কোনো প্ৰভেদ নাই, তেতিয়া হলে মই বেয়া কাম কৰিবলৈ যামেই বা কিয়?"

সিঙ্গাৰাভেলু মুদালীয়াৰ নামে এজন বিজ্ঞানৰ অধ্যাপকে (তাৰে খৃষ্টান কলেজত কাম কৰে) এদিন স্বামীজীৰ ওচৰলৈ আহিল। তেওঁ ঈশ্বৰ নামানিছিল, ইচ্ছা স্বামীজীৰ লগত তৰ্ক কৰিব আৰু তেখেতক পৰাজয় কৰিব। কিন্তু ঘটনা ওলোটা হল। তৰ্কত অকল হৰাই নহয় তেওঁ স্বামীজীৰ শিষ্য হল। পিচত স্বামীজীয়ে তেওঁক আদৰ কৰি কিডি বুলি মাতিছিল আৰু কাল-ক্ৰমে "প্ৰবুদ্ধ ভাৰতৰ" অফিচত অনৰেৰি মেনেজাৰ হৈছিল। সেই দিনা স্বামীজীৰ ওচৰৰ পৰা বিদায় লৈ বাবৰ আগতে হাঁহি হাঁহি স্বামীজীয়ে কলে Kidi came, he saw and was conquered কিডিয়ে মোক জয় কৰিবলৈ আহি নিজে বিজিত হৈ গল।

মাদ্ৰাজত স্বামীজীৰ "বক্তৃতো" ভাল হল। তেখেতৰ কথা

শুনিবলৈ বহুত ঠাইৰ পৰা মানুহ আহিবলৈ ধৰিলে। স্থানীয় পণ্ডিত সমাজৰ লগত ক্ৰমে ঘনিষ্ঠতা জাঠি হৈ আহিল আৰু স্বামীজীৰ অগাধ পাণ্ডিত্য দেখি সকলো বৰং স্তম্ভিত হবলৈ ধৰিলে। মন্মথ বাবুৰ ঘৰলৈ স্বামীজীক দেখা কৰিবৰ কাৰণে পণ্ডিত, মূৰ্খ ডেকা-বুঢ়া, ধনী-মানী, জ্ঞানীভক্ত আৰু পদস্থ লোকসকল আহিবলৈ ধৰিলে। মান্দ্ৰাজতে মঠৰ ওপৰত স্বামীজীৰ প্ৰতিষ্ঠা যথেষ্ট হল আৰু চাৰিওফালে এতিয়া তেখেতৰ নাম যশ বিয়পি পৰিল। সুবিধা বুজি স্বামীজীয়ে এখন প্ৰকাশ্য সভাত তেখেতৰ জীৱনৰ উদ্দেশ্য ব্যক্ত কৰোঁতে চিকাগো ধৰ্ম্ম মহাসভাত যোগ দিবলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তৎক্ষণাত এটি ডেকাদল গঠিত হল আৰু স্বামীজীক চিকাগোলৈ পঠাবৰ কাৰণে চান্দা তুলিবলৈ আৰম্ভ কৰিলে আৰু চাওঁতে চাওঁতে পাঁচ হাজাৰ টকা তেওঁবিলাকে তুলিলে। স্বামীজীয়ে কিন্তু এতিয়া মনে মনে চিন্তা কৰিবলৈ ধৰিলে "পাশ্চাত্য দেশলৈ যাম বুলি যে মই ভাবিছো সেইটো মোৰ মনৰ খিয়াল নে মা জগদম্বাৰ ইচ্ছা? যদিহে তেওঁৰ ইচ্ছা হয় তেন্তে টকা তুলিব লাগে কিয়? অযাচিত সহায় আহিব। এতেকে এতিয়া সঠিক মীমাংসা নহয় মানে এই চেষ্টাৰ পৰা বিৰত থকা হওক।" এই ভাবি সেই উৎসাহী ডেকাসকলক কলে "পাশ্চাত্য দেশত হিন্দু ধৰ্ম্মৰ মৰ্ম্মকথা প্ৰচাৰ কৰা যদি ভগবানৰ ইচ্ছা হয় তেনেহলে চান্দা তুলি কষ্ট কৰিবৰ প্ৰয়োজন কি? তেৱেঁই দিহা কৰিব। মই সেই কথা এতিয়াও সঠিক বুজিব পৰা নাই। এতেকে তোমালোকে যি টকা তুলিলা সেই টকা মদীয় গুৰুদেৱ পৰমহংসদেৱৰ নামে দুখীয়াৰ কল্যাণজনক কামত ব্যয় কৰি পেলোৱা।" স্বামীজীৰ কথাত ডেকা ভক্তসকল অলপ হতাশ হলেও দুখীৰ প্ৰতি স্বামীজীৰ উদাৰ হৃদয়ৰ সঁহাৰি পাই

তেওঁবিলাক সুখী হল আৰু এটা নতুন কৰ্মপন্থাৰ সন্ধান পালে।

ইতিমধ্যে হায়দাবাবাদৰ পৰা স্বামীজীলৈ এখন নিমন্ত্ৰণী চিঠি আহিল। তাৰ মৰ্ম কথা হৈছে, তাৰ গুণমুগ্ধ লোকসকলে এবাৰ স্বামীজীৰ দৰ্শন আকাঙ্ক্ষা কৰে। স্বামীজী এই কথাত সন্মত হল আৰু তালৈ যাবৰ দিন স্থিৰ কৰি তাঁৰৰ খাতৰি পঠালে। মন্মথ বাবুৰ পৰিচিত ৰাজ ইঞ্জিনিয়াৰ মধুসূদন চট্টোপাধ্যায় মহাশয়ৰ তাতে থাকিবলৈ স্বামীজীৰ দিহা হল আৰু আগতে তেখেতলৈ খবৰ পঠালে। স্বামীজী তালৈ যোৱাৰ সঠিক খাতৰি পাই হায়দাবাবাদ আৰু সেকান্দ্ৰাবাদৰ সকলো গণ্য-মান্য লোক লগ লাগি এখন অভ্যৰ্থনা কমিটিৰ দৰে গঠন কৰি সাদৰ অভ্যৰ্থনাৰ ব্যবস্থা কৰিলে।

প্ৰব্ৰজ্যা গ্ৰহণ কৰি ভিক্ষুক সন্ন্যাসী বেশে নৰেন্দ্ৰনাথ এদিন বৰাহনগৰ মঠৰ পৰা ওলাই আহিছিল। আজি আৰু সেই নৰেন্দ্ৰনাথ নাই। আজি তেওঁত প্ৰথিতযশা স্বামী বিবেকানন্দ। অনাহাৰে, অৰ্দ্ধাহাৰে বাটে বাটে ভিখাৰী হৈ এতিয়া আৰু নৰেন্দ্ৰনাথ ফুৰিব নালাগে আজি নিজ গুণত শ্ৰদ্ধাশীল লোকসকলৰ মাজত পূজ্য আৰু বৰণীয় স্বামী বিবেকানন্দ! সঁচাকৈয়ে সেইদিনা হায়দৰাবাদত স্বামীজী ৰেলৰ প্ৰথম শ্ৰেণীৰ কামৰাৰ পৰা নামিল বসন-ভূষণত সন্ন্যাসী বিবেকানন্দক অভ্যৰ্থনা জনাবলৈ প্ৰায় পাঁচশ গণ্য-মান্য লোক ষ্টেচনত অপেক্ষা কৰি আছিল। জয়ধ্বনি, ফুলৰ মালা প্ৰভৃতিৰ দ্বাৰা স্বাগত সম্ভাষণ জনাই হায়দৰাবাদৰ লোক-সকলে স্বামীজীক প্ৰথম অভ্যৰ্থনা জনালে। সেই অভ্যৰ্থনাত ওমৰাহ, নবাব, অমাত্যবৰ্গ, পণ্ডিত, উচ্চপদস্থ ৰাজকৰ্মচাৰী, সকলো

সম্প্রদায়ৰ গণ্য-মান্য লোকসকলে যোগ দিছিল। যাৰ পক্ষে চৈচনলৈ অহা সম্ভব নাছিল সেই সকলে মধুসূদন বাবুৰ ঘৰত গৈ দেখা কৰিছিল। মুঠতে এজন সন্ন্যাসীক এনে ভাবৰ অভ্যৰ্থনা হায়দৰাবাদতেই নহয় ভাৰতৰ আন ঠাইতো এতিয়ালৈকে হোৱা কথা কোনেও নাজানে।

পিচ দিনা সেকান্দ্ৰাবাদৰ পৰা ফল-ফুলসহ উপহাৰ লৈ প্ৰায় শতাধিক হিন্দু অধিবাসী আহি স্বামীজীক তাৰৈ নিমন্ত্ৰণ জনালে আৰু স্বামীজী সন্মত হল। তালৈ গৈ স্বামীজীয়ে বাজহুৱাভাবে এটা বক্তৃতা দিলে। সেই বক্তৃতাৰ গঠন-ভঙ্গী এনে নতুন ধৰণৰ আৰু বক্তৃতাৰ বিষয়টি শ্ৰোতাসকলৰ পক্ষে এনে চিত্তাকৰ্ষক যে আজিলৈকে তেনে বক্তৃতা কোনেও কেতিয়াও শুনা নাই। সকলো এই বক্তৃতা শুনি আনন্দিত আৰু উপকৃত হল।

হায়দৰাবাদৰ সৰ্ব্বশ্ৰেষ্ঠ ওমৰাহ নবাব বাহাদুৰ, নিজাম বাহাদুৰৰ খুলশালীয়েক। তেখেতে স্বামীজীক ৰাজপ্ৰাসাদলৈ মতাই নিয়ালে আৰু অতি আদৰ অভ্যৰ্থনা কৰি নিজৰ ওচৰতে বহিবলৈ দিলে। স্বামীজীৰ লগত দুঘণ্টাকাল নানা বিষয়ক আলোচনা হল আৰু নবাব বাহাদুৰ অতিশয় সন্তুষ্ট হল। এখেতৰ এটা প্ৰধান বিশেষত্ব এই আছিল যে সকলো ধৰ্ম্মৰে সাৰ বস্তু গ্ৰহণ কৰিবলৈ তেখেত তৎপৰ আছিল আৰু হিমালয়ৰ পৰা কুমাৰিকা অন্তৰীপলৈকে যিবিলাক হিন্দু তীৰ্থস্থান আছে সকলো দৰ্শন কৰিছে। তেখেতে উপযুক্ত পাত্ৰ পাই স্বামীজীক তেখেতৰ মনৰ এটা সন্দেহৰ কথা সুধিলে। তেখেত নিৰ্গুণ নিৰুপাধিৰ ব্ৰহ্ম শক্তিত বিশ্বাসবান আছিল। সেই কাৰণে হিন্দুধৰ্ম্মত যে সগুণ ঈশ্বৰৰ ধাৰণা দেখিবলৈ পোৱা যায় তাৰ তাৎপৰ্য্য কি? স্বামীজীয়ে তাৰ উত্তৰত বুজাই দিলে যে ঈশ্বৰৰ বিষয়ে ধাৰণাৰ

ক্ৰমবিকাশৰ সগুণ ঈশ্বৰৰ ধাৰণা যে মনুষ্যবুদ্ধিৰ কাৰণে অত্যাৱশ্যক সেয়ে নহয় মানুহে ঈশ্বৰ সম্বন্ধে ইয়াতকৈ উচ্চতৰ ধাৰণা কৰিবলৈ অসমৰ্থ। সেইভাৱ আঁতৰ নহলে মানুহে নিৰ্গুণ ধাৰণা কৰিব কেনেকৈ? কিন্তু প্ৰকৃত পক্ষে যি সগুণ সেয়েই নিৰ্গুণ। সুতৰাং সকলো ভাব মানুহৰ সত্যানুসন্ধিৎসাৰ পৰাই উদ্ভূত। সেই ভাবৰ পৰা সকলো ধৰ্মই সত্য; কাৰণ সকলো ধৰ্মপ্ৰণালীৰেই সেই একে আদৰ্শ, মাত্ৰ সেই আদৰ্শ লাভৰ উপায়ৰ তাৰতম্য মাথোন। এনে ভাবে সকলো কথা ঐতিহাসিক ভিত্তিৰ ওপৰত নিৰ্ভৰ কৰি বুজাই দিলে। বুজাবৰ শক্তি, জ্ঞানৰ গভীৰত্ব দেখি নবাব বাহাদুৰ অতিশয় আনন্দিত হল। এইদৰে আলাপ-আলোচনাৰ পিচত স্বামীজীয়ে তেখেতৰ ওচৰৰ পৰা বিদায় ললে।

স্বামীজীয়ে গোলকুণ্ডাদুৰ্গ প্ৰভৃতি তাৰ দৰ্শনীয় মন্দিৰ-মচজিদ যি আছিল প্ৰায়বিলাক চালে। ইয়াতে স্বামীজীয়ে পোন প্ৰথম ৰাজহুৱা বক্তৃতা দিলে। বক্তৃতাৰ বিষয় আছিল My mission to the west—'পাশ্চাত্য দেশলৈ যোৱাৰ মোৰ উদ্দেশ্য।' এই সভাত হাজাৰ মানুহ উপস্থিত আছিল। স্বামীজীৰ বক্তৃতা শুনি-বলৈ বহুতো ইংৰাজ দৰ্শক উপস্থিত আছিল। সকলোৱেই স্বামীজীৰ ইংৰাজী ভাষাত অধিকাৰ, নিস্তাৰতা, ভাব প্ৰকাশ কৰিবৰ ক্ষমতা আৰু বাগ্মিতাত মুগ্ধ হল। বক্তৃতাত প্ৰথমতে হিন্দুধৰ্মৰ মহত্বৰ কথা উল্লেখ কৰিলে। ইতিহাসৰ জৰিয়তে এই ধৰ্মৰ ক্ৰমবিকাশৰ গতি বৰ্ণনা কৰি বৰ্ত্তমানে তাৰ অৱস্থা বৰ্ণনা কৰিলে। বেদ-বেদান্তৰ অতুলনীয় মহিমা জগতত প্ৰচাৰ কৰাও তেখেতৰ জীৱনৰ অন্যতম উদ্দেশ্য বুলি উল্লেখ কৰিলে আৰু কলে "ইয়াৰ বাবেই মই ধৰ্মপ্ৰচাৰকৰ বেশেৰে পাশ্চাত্য ভূখণ্ড ভ্ৰমণ কৰিবলৈ যাব লাগিব।"

স্বামীজীৰ জীৱনৰ মহৎ উদ্দেশ্য সাধন কৰিবলৈ বহুতো ধনী মহাজনে আৰু হায়দাবাদবাসীয়ে সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। এইদৰে কেদিনমান তাত থকাৰ পিচত স্বামীজী আকৌ মাদ্ৰাজলৈ ঘূৰি আহিল। স্বামীজীক বিদায় দিবলৈকো প্ৰায় এহেজাৰ মানুহ ৰেল ষ্টেচনত উপস্থিত হৈছিল আৰু সকলোৱেই আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছিল। মুঠৰ ওপৰত স্বামীজীৰ ধৰ্ম্ম-পৰায়ণতা, আত্মসংযম আৰু পাণ্ডিত্য দেখি হায়দাবাদবাসী লোক-সকল বিমোহিত হৈছিল।

মাদ্ৰাজত স্বামীজীক আকৌ স্বাগত সম্ভাষণ জনালে। অসংখ্য ভক্ত তেখেতৰ পৰা উপদেশ প্ৰাৰ্থী হৈ দলে দলে আহিবলৈ ধৰিলে। স্বামীজীয়ে এতিয়া পাশ্চাত্য দেশলৈ যোৱা বিষয়ত ভগবানৰ আদেশ আছে নে নাই জানিবলৈ বৰ উৎসুক হৈ উঠিল। তেখেতে ভাবিলে "শ্ৰীশ্ৰীমাতাঠাকুৰাণী পৰমহংসদেৱৰ প্ৰতিভূস্বৰূপা। তেখেতৰ অনুমতি আনিলেই তো হয়।" সেইমতে শ্ৰীশ্ৰীমাতাঠাকু-ৰাণীলৈ চিঠি লিখি সমুদ্ৰ-যাত্ৰাৰ অনুমতি প্ৰাৰ্থনা জনালে। কিছু-দিন এই চিন্তাত মন উগুল-থুগুল কৰি আছে এনেতে এদিন দুপৰীয়া বিশ্ৰাম লওঁতে তন্দ্ৰা আহিল আৰু তাতেই "এটি স্বপ্ন দেখা পালে। দেখা পালে যেন পৰমহংসদেৱ সাগৰৰ ওপৰেদি খোজ কাঢ়ি আগ বাঢ়ি গৈ আছে আৰু তেখেতক অনুগমন কৰিবলৈ ইঙ্গিত কৰি মাতি আছে।" স্বপ্ন দেখি সাৰ পাই একো বুজিব নোৱাৰিলে —ভাবিলে হয়তো বা মোৰ মনৰ এটা খেয়াল হব পাৰে। ভাবি থকা বাবেও দেখিব পাৰে"। এই ভাবি আকৌ শুলে। অলপ পিচতে আকৌ সেই একে স্বপ্নকে দেখি এইবাৰ সাৰপাই উঠি "জয় ৰামকৃষ্ণ, জয় ৰামকৃষ্ণ"—তোমাৰ ইচ্ছা পূৰ্ণ হওক বুলি কবলৈ ধৰিলে আৰু সেই দিনাই একপ্ৰকাৰ কলে "Now it is the

west I am ready"—"এতিয়া পাশ্চাত্য দেশলৈ যোৱাৰ কথা মই প্ৰস্তুত।" লগে লগে এনেতে শ্ৰীশ্ৰীমাতাঠাকুৰাণীৰ "বাণ্ড আশীৰ্ব্বাদ সহ আদেশ-পত্ৰ আহিল আৰু স্বামীজীয়ে ভাটি কলে "মাতৃ-আদেশ পালেঁ। যেতিয়া সকলো সিদ্ধান্ত হৈ গল।"

স্বামীজীৰ সঙ্কল্প এনে ভাবে একপ্ৰকাৰ নিৰূপিত হোৱাত মাদ্ৰাজৰ ভক্তসকলে প্ৰায় দুমাহ সময় চান্দা তুলিবলৈ আৰম্ভ কৰিলে। মজলীয়া তৰফৰ ধনী মানুহৰ পৰাই বিশেষকৈ চান্দা তুলিবলৈ স্বামীজীয়ে অনুমতি দিলে। চাওঁতে চাওঁতে স্বামীজী যাবৰ সকলো দিহা ক্ৰমে হবলৈ ধৰিলে।

এনেতে খেতড়ি ৰজাৰ Private Secretary স্বামীজীৰ ওচৰলৈ আহিল আৰু মহাৰাজৰ নিবেদন ক্ৰমে স্বামীজী খেতড়ি ৰাজ্যলৈ যাব লগাত পৰিল। স্বামীজীয়ে আপত্তি কৰিলে যাব নোৱাৰোঁ বুলি কিন্তু Private Secretary য়ে কলে "আপুনি নগলে মহাৰাজ অতিশয় ক্ষুণ্ণমনা হব। আপোনাৰ আশীৰ্ব্বাদতে লৰা এটি জন্ম পাইছে। সেই লৰাৰ উপলক্ষে পতা উৎসৱত আপুনি লৰাক আশীৰ্ব্বাদ দিবলৈ যাবই লাগিব। আপুনি তাত সৰহ দিন থাকিব নালাগে।" অগত্যা স্বামীজী খেতড়িলৈ যাবলৈ সন্মত হল।

মাদ্ৰাজবাসীৰ পৰা বিদায় লৈ স্বামীজী খেতড়িলৈ আহোঁতে বাটত এটা বেল ষ্টেচনত স্বামী ব্ৰহ্মানন্দ আৰু স্বামী তুৰীয়ানন্দৰ লগত দেখা হল। এই সাক্ষাৎ অতি আকস্মিক। বেলৰ সময়ো কম। তথাপি স্বামীজীয়ে সিবিলাকক কলে "ভাইহঁত, ধৰ্ম্ম-কৰ্ম কি একো বুজা নাই; তথাপি দেশ ভ্ৰমণত ঘূৰি, দৰিদ্ৰ, অজ্ঞ নৰ-নাৰীৰ অৱস্থা প্ৰত্যক্ষ দৰ্শন কৰি হৃদয় উদাৰ হৈছে বেছ

অনুভৱ কৰিছোঁ।" লগে লগে আন জনাৰ লগীয়া খবৰ আৰু সমুদ্ৰ-যাত্ৰাৰ সম্বন্ধও অতি কম সময়ৰ ভিতৰতে হলেও সিবিলাকক জনালে। হঠাতে দেখা দেখি হোৱাত তিনিওজন আনন্দিত হল। সমুদ্ৰ-যাত্ৰাৰ আগতে গুৰুভকত দুজনক লগ পাই স্বামীজীয়ে শুভযাত্ৰা বুলি যেন ধৰি ললে।

যি সময়ত স্বামীজী খেতড়িৰ ৰাজপ্ৰাসাদ পালেগৈ তেতিয়া সন্ধ্যা হৈছে। উৎসৱৰ আলোকমালা জ্বলি উঠিছে। ৰাজদৰবাৰ-ঘৰত নিমন্ত্ৰিত লোকসকল উপস্থিত হৈছে। স্বামীজী তালৈকে গল। সকলোৱেই স্বামীজীক প্ৰণাম জনালে আৰু মহাৰাজ অতিশয় আনন্দিত হল। উৎসৱক্ষেত্ৰলৈ নৱাকণ অনা হল। স্বামীজীয়ে মূৰত হাত দি আশীৰ্বাদ কৰিলে। ৰাজনিয়মমতে যথোচিত মাঙ্গলিক অনুষ্ঠান একে একে সম্পন্ন হল। ৰাজ্যজুৰি উৎসৱত সকলোৰে মনত আনন্দ। স্বামীজীক পাই সকলোৱেই ধন্য হল, আনন্দিতো হল!

উৎসৱাদি শেষ হোৱাত কেদিনমান তাত থাকি স্বামীজী উলটিবৰ আয়োজন কৰিলে। আগৰ কথামতে সমুদ্ৰ যাত্ৰাৰ কথা ৰজাক জনালে। ৰজাই যথাশক্তি সাহায্য কৰিবলৈ প্ৰতি-শ্ৰুতি দিছিলেই। এতিয়া বিদায়ৰ সময়ত ৰজা নিজে জাহাজত আগ বঢ়াই দিবলৈ ওলাল। সেই কথাত স্বামীজীয়ে বাধা দিলে। ৰজাই অগত্যা ৰাজ্যৰ সীমালৈকে আগ বঢ়াই দিলে আৰু লগত দিলে দেৱান বাহাদুৰক। তেওঁকেতক কৈ দিলে—"স্বামীজীক বিদেশলৈ যাবৰ যাবতীয় কাপতিয়াল বস্তু কিনি দিবা আৰু টিকট এখন লৈ দিবা।" তথাপি ৰজা জয়পুৰলৈকে স্বামীজীৰ লগতে আহিল। তাৰ পৰাই প্ৰণাম কৰি ৰজাই বিদায় ললে। লগত দেৱান বাহাদুৰে স্বামীজীয়ে বোম্বাইলৈ টিকট

ললে। সমূহীয়া ভাবে মাদ্রাজবাসীৰ পৰা বিদায় লবলৈ আকৌ মাদ্রাজলৈ যাবলৈ স্বামীজীৰ সময় নাছিল। একেবাৰে বোম্বাই-লৈকে টিকট লৈ বোম্বাই পালেহি। বাটত আহোঁতে এজন ইংৰাজ ৰেল কৰ্মচাৰীয়ে এজন বঙ্গালী ভক্তৰ প্ৰতি আৰু স্বামীজীৰ প্ৰতিও কৰা দুৰ্বিনীত ব্যৱহাৰৰ যথোচিত প্ৰত্যুত্তৰ দি সেই উদ্ধত স্বভাৱৰ কৰ্মচাৰীজনক চুপ্ চাপ্ মোপা দিয়াৰ উপৰিও আমাৰ মানুহৰ ক্ৰটীলৈ লক্ষ্য কৰি কলে—'আমাৰ মানুহেও নিজৰ আত্ম সন্মানবোধ হেৰুৱাইছে এটা inferiority complex ভাৱ নিজক সৰু বুলি ভবা যেন ক্ৰমাগত আমাৰ মজ্জাগত হৈ উঠিছে। বিদেশৰ তৃতীয় শ্ৰেণীৰ মৰ্য্যাদাহীন মানুহলৈকো আমি সাহ নকৰোঁ। দাসত্বৰ পৰিণাম কি ভীষণ। শিক্ষা আৰু সভ্যতাত হিন্দু জগতৰ কোনো জাতিতকৈ হীন নহয়। হীন বুলি নিজে ভাবি লোৱা বাবেহে অপদাৰ্থ বিদেশীয়ে পৰ্য্যন্ত সাহ কৰে আমাক অপমান কৰিবলৈ।

বোম্বাই ষ্টেচন পায়েই দেখে মাদ্রাজৰ আলাসিঙ্গা পেৰুমল। তেওঁ মাদ্রাজৰ পৰা স্বামীজীক বিদায় সম্বৰ্দ্ধনা জনাবলৈ আহিছে। প্ৰথম দৰ্শনৰ পৰাই এখেত স্বামীজীৰ প্ৰতি আকৃষ্ট হৈছে আৰু শেষত মায়াবতী অদ্বৈতাশ্ৰমত সেৱাকাৰ্য্যত নিযুক্ত থাকি নিজৰ জীৱন অতিবাহিত কৰে। মাদ্রাজবাসীৰ দান আৰু সহানুভূতি এইজন ভক্তই লৈ আহিছিল। স্বামীজী অতিশয় সন্তুষ্ট হল আৰু আনন্দেৰে মাদ্রাজবাসী ভক্তসকলৰ দান গ্ৰহণ কৰিলে।

বোম্বাইত স্বামীজীয়ে এতিয়া খেতড়িৰ ৰজাৰ দেওয়ানৰ সহায়ত বিদেশলৈ যাবৰ যাবতীয় ব্যৱস্থা কৰিবলৈ ধৰিলে। মহাৰাজৰ হুকুম মতে মূল্যবান বস্ত্ৰ দেওয়ান বাহাদুৰে কিনি দিলে। পি এণ্ড

অ কোম্পানীৰ প্ৰথম শ্ৰেণীৰ জাহাজৰ টিকট কিনি চিকাগোলৈকে যাবৰ সুবিধা কৰি দি স্বামীজীৰ আপত্তিত উত্তৰ দিলে "ৰজাৰ গুৰু উপযুক্ত ব্যৱস্থামতেই যাব লাগিব।"

১৮৯৩ চনৰ ৩১ মেই তাৰিখে জাহাজ এৰিবৰ কথা। সেই দিনা স্বামীজীয়ে সকলো বন্ধু-বান্ধবৰ পৰা বিদায় লৈ জাহাজত উঠিল। পিন্ধিলে গৈৰিক বসন। পাগুৰিও মাৰি ললে গৈৰিক ৰঙৰ কাপোৰেৰে। স্বামীজীক সেই দিনা অতি সুন্দৰ দেখা গৈছিল। জাহাজৰ ওপৰলৈকে খেতড়ি ৰজাৰ দেওৱান আৰু আলসিঙ্গা উঠি গল। জাহাজ এৰিবৰ ঘণ্টা বজাৰ লগে লগে তেওঁবিলাকেও প্ৰণাম কৰি বিদায় ললে। এতিয়া স্বামীজী অকলে জাহাজত। তাৰ পৰা যিমান দূৰলৈকে দেখি তেওঁলোকক চাই চাই, ইষ্টদেৱতাক আৰু শ্ৰীশ্ৰীমাক স্মৰণ কৰি, মঠৰ গুৰুভকত [illegible]লৈ চিন্তা কৰি বিদায় ব্যথাত ভাৰাক্ৰান্ত হৃদয় লৈ স্বদেশ আৰু [illegible] ত্যাগ কৰি যাবলৈ মন কেনে হৈ উঠে এতিয়াহে স্বামীজীয়ে উপলব্ধি কৰিলে। মনত বহুবিধ চিন্তাই দেখা দিলে। কোমল প্ৰাণ স্বামীজীৰ চকুত পানী বিৰিঙি উঠিল, কাৰণ তেখেত দেশ-মাতৃৰ কল্যাণ কামনাত হলেও কিছুদিনলৈ এই আৰাধ্যা জন্মভূমিৰ পৰা আঁতৰত থাকিব লাগিব।

প্ৰব্ৰজ্যা কালত দেখা যায় স্বামীজীয়ে বজা মহাৰাজাৰ ৰাজ প্ৰাসাদ আৰু বিশিষ্ট উচ্চপদস্থ বিষয়াসকলৰ ঘৰত আতিথ্য গ্ৰহণ কৰিছিল। এই কথাত কোনো কোনো সমালোচকে স্বামীজীৰ প্ৰতি কটাক্ষপাত কৰা দেখা যায়। কিন্তু অলপ ভাবি চালে দেখা যায় যে এনে কটাক্ষপাতযুক্ত সমালোচনাৰ স্বামীজী প্ৰকৃততে পাত্ৰ নাছিল। ৰাজপ্ৰাসাদ আৰু দুখীয়াৰ পৰ্ণ কুটীৰত সমান প্ৰফুল্লতা আৰু স্বাধীনভাবেই বা সন্তোষেৰেই স্বামীজীয়ে বাস কৰিছিল।

বহুতো সময়ত ৰজা-মহাৰাজা সকলৰ নিমন্ত্ৰণ এৰাব নোৱাৰিয়েই স্বামীজীয়ে আতিথ্য গ্ৰহণ কৰিবলৈ বাধ্য হলেও তাত নিজক কেতিয়াও হেৰুৱা নাছিল। ৰজা-মহাৰাজাতকৈ নিজক স্বামীজীয়ে কেতিয়াও সৰু বুলি বিবেচনা কৰা নাছিল। বৰং এনে স্পষ্টবাদী আছিল যে এজন ৰজাৰ প্ৰশ্নোত্তৰত স্বামীজীয়ে কবলৈ বাধ্য হৈছিল "মহাৰাজ, তোষামোদ কৰা চাটুকাৰৰ কাম, সন্ন্যাসীৰ পক্ষে সত্য কথনেই কৰ্ত্তব্য।" তদুপৰি যতে থাকিলেও তেখেতে আগতে সকলোতে এটা চৰ্ত্ত সদায় দিছিল যে তেখেতৰ দৰ্শন প্ৰাৰ্থী সকলো শ্ৰেণীৰ মানুহৰ কাৰণেই দুৱাৰ উন্মুক্ত থাকিব। স্বামীজীৰ এই চৰ্ত্ত সদায় সকলো ঠাইতে যথাযথ পালিত হোৱা উল্লেখ দেখা যায়।

স্বামীজীয়ে ৰাজপ্ৰাসাদত থাকোঁতেও নিজ ভোগ-বিলাসত মাথোন মত্ত নাথাকি সদায় সকলো ঠাইতে ৰাজন্যবৰ্গক সিবিলাকৰ কৰ্ত্তব্য আৰু দায়িত্বৰ প্ৰতি সচেতন কৰিছিল। যাতে নিজ নিজ ৰাজ্যত শিক্ষা বিস্তাৰ আৰু স্বাস্থ্যোন্নতিৰ ব্যৱস্থা কৰা হয় কিম্বা কৃষি বিষয়ক উন্নতি বিধান আৰু ৰাজ্য পৰিচালনাতো প্ৰজাসকলৰ মতামত গ্ৰহণ কৰা হয় ইত্যাদি বিষয়ক আদেশ আৰু উপদেশ দিছিল। স্বামীজীয়ে বুজিব পাৰিছিল সৰহ ভাগ ৰজা-মহাৰজাই ৰাজ-কাৰ্য্যত প্ৰায় উদাসীন। দেওৱান প্ৰভৃতি উচ্চ পদবীৰ ৰাজ কৰ্মচাৰীসকলৰ ওপৰতে ৰাজকাৰ্য্য পৰিচালনাৰ ভাৰ ন্যস্ত থাকে। সেই কাৰণে এনে লোকসকলৰ হাতত থাকোঁতেও স্বামীজীয়ে ইবিলাকৰ লগতো সেই সেই ৰাজ্যৰ দুৰ্গত লোকসকলৰ কেনেকৈ উন্নতি বিধান কৰিব পাৰি সেই বিষয়ে আলোচনা কৰিছিল। স্বামীজীৰ সেই সেই আগ্ৰহপূৰ্ণ আলোচনা কেতিয়াও নিষ্ফল হোৱা নাই। সকলো ঠাইৰ লোকসকলেই স্বামীজীৰ প্ৰতিভাৰ

প্ৰভাৱত পৰি নতুন জীৱন লাভ কৰিছিল আৰু জীৱনৰ গতি নতুন পথত ধাবিত কৰাবলৈ সমৰ্থ হৈছিল।

স্বামীজীয়ে তদুপৰি বুজিছিল ভোক-পিয়াহত কাতৰ দুখীয়া লোকসকল হেপেতৰ যিমান প্ৰিয় হলেও তেওঁবিলাকৰ মাজত ধৰ্মৰ উচ্চতম আদৰ্শ প্ৰচাৰ কৰি লাভ কি? এই লক্ষ লক্ষ বুভুক্ষুৰ মুখত আগতে এমুঠি খাবৰ কেনেকৈ দিহা কৰিব পাৰি তাৰ চিন্তা কৰিব লাগিব। সংস্কাৰ কৰিবৰ হলে এই ধনী সম্প্ৰদায়ৰ মনোভাব পৰিবৰ্ত্তন কৰিব লাগিব। স্বামীজীয়ে সেই অৰ্থে দেশৰ এই অভিজাত সম্প্ৰদায়ৰ মাজত নতুন ভাবৰ প্ৰচাৰ পোনতে আৰম্ভ কৰিছিল।

প্ৰব্ৰজ্যা কালত দেখা যায় স্বামীজীয়ে অকল প্ৰচাৰ কাৰ্য্যতে সময় পাত কৰা নাই। নিজে শিক্ষা পাবলৈ যত যি সুবিধা পাইছিল সেইটোৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল। বিভিন্ন ৰাজসভাৰ নানা বিষয়ৰ পণ্ডিতসকলৰ পৰা অগাধ সংস্কৃত শাস্ত্ৰৰ অধ্যয়ন কাৰ্য্য সততে স্বামীজীয়ে কৰিছিল। বেদ অধ্যয়ন শেষ হোৱাত স্বামীজীয়ে অনুভৱ কৰিলে—সঁচাকৈয়ে ভাৰতবৰ্ষ জগতৰ বৰেণ্যা ধৰ্মজননী, আধ্যাত্মিকতাৰ মূল উৎস আৰু মানৱ সভ্যতাৰ আদি জন্মভূমি। কিন্তু ভাৰতৰ এই গৌৰব মহিমা আজি অজ্ঞানতাৰ অন্ধকাৰত চিৰকালৰ কাৰণে পোত খাই থাকিল! কোনে এতিয়া উদ্ধাৰ সন্ধান কৰিব? শতাব্দীব্যাপী বৈদেশিক শিক্ষাৰ প্ৰভাৱত আৰ্য্য সভ্যতা ধ্বংসোন্মুখ। ভাৰতৰ পণ্ডিত ব্ৰাহ্মণকুল নিস্তেজ, আচাৰ-বিচাৰ লৈয়ে ব্যস্ত। প্ৰকৃত বিচাৰ আদিৰ দ্বাৰা জাতীয়তা উদ্ধাৰ সিবিলাকৰ দ্বাৰা সম্ভৱ নহয়। ধৰ্ম পালনত অসমৰ্থ এই পুৰোহিতকুলৰ দ্বাৰা নতুন ভাব গ্ৰহণ কৰি তাক বৰ্ত্তমানৰ উপযোগী কৰি তুলিব লাগিব।

জগতত আকৌ ভাৰতীয় সভ্যতা আৰু তাৰ আধ্যাত্মিক সম্পদৰাশিৰ সম্বন্ধে নতুন ভাবে প্ৰচাৰ কৰি ইয়াত প্ৰাণ প্ৰতিষ্ঠা কৰিব লাগিব। তেখেতে আৰু বুজিলে যে বৰ্ত্তমান কালত ধ্যান ধাৰণা তপস্যা আদিত নিযুক্ত থকাতকৈ এই দৰিদ্ৰ আৰু পতিত দেশৰ উদ্ধাৰ কৰিবলৈ যত্ন কৰা আৰু ধৰ্ম ভাবক নতুন পোহৰত জাগ্ৰত আৰু পুনৰ্জীবিত কৰাই ঘাই কাম। দেখা পালে দেশৰ পক্ষে প্ৰধান দুৰ্ব্বলতা—দেশাত্মবোধৰ অভাৱ—জাতীয়ত্বৰ অভাৱ। সেই কাৰণেই তেখেতে কৈছিল "ধৰ্ম্ম এই দুৰ্দ্দশাৰ কাৰণ নহয় বৰং ধৰ্ম্মৰ অভাৱেই হে ইয়াৰ কাৰণ।" স্বামীজীয়ে সদায় কৈছিল দেশৰ জড়তা আৰু এই অধম তামসিক ভাব গুচাবই লাগিব আৰু তাৰ বাবেই তেখেতৰ এই সমুদ্ৰ যাত্ৰা! তেখেতে আৰু কৈছিল ভোগবিলাসত নিপীড়িত আৰু বল শক্তিত উন্মত্ত পাশ্চাত্য বীৰজাতিসকলৰ মাজতো ভাৰতৰ গৌৰৱৰ দিনৰ কথা ধৰ্ম্মৰ প্ৰকৃত আদৰ্শ, জীৱনৰ প্ৰকৃত লক্ষ্য আৰু মানৱ জীৱনৰ বৰণীয় কাম ত্যাগময়ৰ কথাও শুনাবৰ সময় আহিছে। মানৱ জীৱনৰ কাম্য শান্তি আৰু আনন্দৰ সংবাদ আমি দিম আৰু সিবিলাকৰ পৰা ৰজোগুণ কৰ্ম্মশক্তিৰ সন্ধান আনিম। সকলো উন্নতিৰ মূলত ধৰ্ম্মভাৱৰ প্ৰচাৰ অপৰিহাৰ্য্য। সেই উদ্দেশ্য সাধনত মোৰ যথাশক্তি নিয়োজিত কৰিব লাগিব।

এই প্ৰয়োজন সাধনৰ বাবেই ভগৱানৰ আশীৰ্ব্বাদ শিৰত লৈ তেওঁৰ আদেশ পালনাৰ্থে সমুদ্ৰ যাত্ৰাত ওলাল। সহায়ক হল গুণমুগ্ধ ভক্তসকল—ঘাইকৈ মাদ্ৰাজবাসী শিষ্যসকল।

# চিকাগো ধৰ্ম্ম মহাসভালৈ যাত্ৰা।

জাহাজত স্বামীজীয়ে পোনতে নিঃসঙ্গ অনুভৱ কৰিলে আৰু অনভ্যাসবশতঃ নিজৰ মালামালবোৰ লৈ বৰ দিগদাৰ পাইছিল। ক্ৰমে সকলো সুবিধা কৰি ললে আৰু জাহাজৰ আন লগৰীয়া যাত্ৰীসকলৰ লগতো ক্ৰমে চিনাকি হবলৈ ধৰিলে। জাহাজৰ কাপ্তেনৰ লগতো স্বামীজীৰ বন্ধুতা জন্মিল। তেখেতে জাহাজৰ কল কব্জা প্ৰভৃতি সকলো অংশ লাহে লাহে দেখুৱাবলৈ ধৰিলে। তদুপৰি জাহাজৰ পৰা দূৰদৃষ্টিত দেখা পৰ্ব্বত বা ঠাইবিলাকৰ সম্বন্ধে দিবলৈ ধৰিলে। সমুদ্ৰৰ জাহাজত যাওঁতে পোনতে কোনো কোনো মানুহৰ Sea Sickness বমি হৈ মূৰ ঘূৰাই পৰি থাকিব লগাত পৰে। সুখৰ বিষয় স্বামীজীৰ তেনে কোনো অসুখ নহল। জাহাজৰ আন আন যাত্ৰীসকলৰ লগতো পৰিচয় হোৱাত এতিয়া আৰু অকলশৰীয়া ভাব নোহোৱা হল।

সাতদিন দিনে ৰাতিয়ে অহাৰ পিচত জাহাজ প্ৰথমতে আহি কলম্বোত লাগিল। স্বামীজী জাহাজৰ পৰা নামি চহৰখন চাবলৈ গল। ওচৰতে এটা বৌদ্ধ মন্দিৰ দেখি তাত সোমাই চালে। মন্দিৰৰ অধিবাসী সকলৰ লগত কথা হবৰ সুচল নহল কাৰণ তেওঁলোকে সিংহলী ভাষাৰ বাহিৰে আন ভাষা একো কে বুজি নাপায়। তথাপি এই কেইদিনৰ পিচত নতুন মানুহ চহৰ বা জনপদ দেখি ভাল লাগিল। তাৰ পিচত জাহাজ লাগিল মালয় দীপৰ ৰাজধানী পেনাং চহৰত। চহৰখন সৰু কিন্তু ধুনীয়া। তাৰ পৰা গৈ লাগিল সিঙ্গাপুৰত। ইয়াতো নামি স্বামী-

জীয়ে তাৰ বোটানিকেল গাৰ্ডেন চাবলৈ গল। তাৰ নানা তৰহৰ তাল জাতীয় গছ আৰু অসংখ্য পাৰ্ষপাদপ দেখি আনন্দিত হল।

ইয়াৰ পিচত জাহাজ গৈ লাগিল হংকঙ বন্দৰত। যাতেই চীন দেশৰ নমুনা দেখা গল। অতি সুন্দৰ দৃশ্য সেই বন্দৰটিৰ। জাহাজ লগাৰ লগে লগে অসংখ্য সৰু সৰু নাও জাহাজত লাগিলহি। নাওবিলাক প্ৰায়ে মাইকী মানুহেই চলায়। প্ৰত্যেকৰে বোকোচাত একোটি শিশু। সিহঁতে বোকোচাত পিঠা পাই নিজমনে খেমালি কৰি আছে, ইফালে মাকেও অতি বাস্তভাবে কাম কৰি থাকে। দেখা গল সিহঁত কষ্টসহংশৰ কিন্তু বৰ দুখীয়া।

জাহাজ এই বন্দৰত তিনদিন থাকিবৰ কথা। সেই কাৰণে ইয়াৰ পৰা সহজে যাব পৰা কেণ্টন চহৰলৈ যাবলৈ ইচ্ছা কৰিলে। তালৈ যোৱাও কষ্টজনক নহয়। কাৰণ ইয়াৰ পৰাই তালৈ যাবলৈ এখন ডাঙৰ নদীয়েদি জাহাজৰ চলাচল আছে। সেই জাহাজেদি তালৈ যোৱা সহজ। সেই মতেই স্বামীজী কেণ্টন পালেগৈ। তাতো নদীগৰ্ভতে বাস কৰা অসংখ্য ডাঙৰ-সৰু নাও দেখা পালে। তাতো মানুহৰ কৰ্মময় জীৱন দেখি স্বামীজী আনন্দিত হল। চহৰখন যথেষ্ট ডাঙৰ হলেও সিমান চাক্‌চিকণ নহয়। অপৰিচ্ছন্নতাৰ যাই কথা তাৰ মানুহবিলাকৰ গা ধোৱাৰ খবৰেই নাই। বাটবোৰ সৰু, এনে কি যাজেদি যাওঁতেও দুয়োকাষৰ দোকানৰ মাল গাত লগা যেন পায়। দহ বাৰ ঘৰ মানুহৰ পিচে পিচেই একোখন মাংসৰ দোকান। তাত আন কি কুকুৰ বিড়ালীৰ মাংসও বিক্ৰী হয়। অত্যন্ত নিতান্ত দুখীয়া মানুহেহে সেই মাংস খায়। মানুহবিলাক দেখা

গল সাধাৰণতঃ দুখীয়া। তাতো আমাৰ দেশৰ দৰে মাইকী মানুহৰ পৰ্দাপ্ৰথা আছে। অৱশ্যে দুখীয়া তৰপৰ মানুহৰ তিৰোতাই হাট-বজাৰ কৰি খ.বলৈ বাধ্য। সিহঁতৰ ভৰিবোৰ ইমান সৰু যে খোজ কাঢ়োঁতে যেন থৰক বৰকৈ জপিয়াইহে গৈছে।

তাত বৌদ্ধ মন্দিৰ যথেষ্ট। স্বামীজীয়ে তাৰ ভিতৰত এটি মন্দিৰত বুদ্ধদেৱৰ নিৰ্ব্বাণ লাভৰ সময়ৰ অৰ্দ্ধনিমিলিত চকুৰ মূৰ্ত্তিটি দেখি অতিশয় প্ৰীত হল। সেই মন্দিৰতে দেখা পালে বেৰৰ চাৰিউফালে প্ৰায় পাঁচ শ জন প্ৰথমে বৌদ্ধধৰ্ম্ম গ্ৰহণকাৰীৰ মূৰ্ত্তি কটা আছে। সেই মূৰ্ত্তিবোৰ যেন জীৱন্ত—দেখাত ভাৰতীয় যেন দেখা যায়। তাত দেখা পালে কোনো কোনো বৌদ্ধ মন্দিৰত বিদেশীৰ প্ৰবেশ কৰিবৰ অধিকাৰ নাই। কোনোৱে সেই বিধান মানিব খুজিলে জীৱনলৈ পৰ্য্যন্ত সংশয়। স্বামীজীয়ে কিন্তু এনে এটি মন্দিৰ চাবলৈ বিশেষ উৎসুক হল। সেই কাৰণে লগত যোৱা দোভাষীক সেই ইচ্ছাৰ কথা কওঁতে কলে—"মই এনে কামলৈ সাহ কৰিব নোৱাৰোঁ।" সেই মন্দিৰৰ পৰা যথেষ্ট দূৰত থকো এই দৰে কথা পাতি বোৱা দেখি দেখা পালে সেই মন্দিৰৰ পৰা কেজনমান মানুহ হাতত লাঠি লৈ তেওঁলোকক খেদি আহিছে। তাকে দেখি দোভাষীজন লৰ মাৰিলে। স্বামীজীয়ে চিঞৰ মাৰি সুধি কলে "যোগী" শব্দৰ চীনা পৰিভাষা কি? দোভাষীজনে সেইটো পলাওঁতে পলাওঁতে শিকাই দি গল। স্বামীজীয়ে শব্দটো শিকি লৈ নিৰ্ভয় মনেৰে থিয় দি থাকিল আৰু খেদি অহা মানুহকেজন ওচৰ নৌ পাওঁতে চিঞৰ মাৰি যেই নিজক যোগী বুলি চিনাকি দিলে তৎক্ষণাৎ সিহঁতে লাঠি এৰি আহি স্বামীজীক প্ৰণাম কৰিলে আৰু খুবুজা-ভাষাত নানা কিৰাকিৰি কলে। তাৰ ভিতৰত এটা শব্দ কাণত পৰিল

"কবচ"। স্বামীজীয়ে আমাৰ ভাষাত কবচ বুলিলে যি বুজায় সেই মতে টুকুৰা কাগজত প্ৰণৱ মন্ত্ৰটো লিখি প্ৰত্যেককে একোটুকুৰা দিলে। সিহঁতে ভক্তিভৰে সেই টুকুৰাবোৰ লৈ স্বামীজীক সেই মন্দিৰৰ ভিতৰলৈ যাবলৈ ইঙ্গিত কৰিলে। সেই মতে স্বামীজী মন্দিৰৰ ভিতৰলৈ গল আৰু তাত দেখা পালে বহুদিনীয়া কিছুমান পুৰণি পুথি অতি যত্নেৰে ৰক্ষা কৰা হৈছে। তাৰে এখন মুকলি কৰি দেখা পালে যে সেইখন পুথি বঙলা আখৰেৰে লিখা। সহজে স্বামীজীয়ে বুজিলে বাঙ্গালী বৌদ্ধ ইতি পূৰ্ব্বে ইয়ালৈ আহি প্ৰচাৰ কাৰ্য্য কৰিছিল।

যি হওক মন্দিৰ চাই আহি স্বামীজী আৰো কাহাকেৰে হংকঙ লৈ ঘূৰি আহিল। কেণ্টনত স্বামীজীয়ে চীনাবাসী সকলৰ কাৰ্য্যদক্ষতা আৰু অন্তৰ্নিহিত শক্তিৰ পৰিচয় দেখি কৈ আহিল— "চীন দেশ ইয়াৰ পিচত জাতিৰূপে গঠিত হৈ উন্নত হব।"

জাহাজ তাৰ পিচত জাপানৰ বন্দৰ নাগাচাকিত ৰলহি। জাপানৰ পৰিষ্কাৰ পৰিচ্ছন্নতা যথেষ্ট। চীনৰ লগত এই বিষয়ে তুলনাই নহয়। তাৰ পৰা কোবিলৈ আহিল। কোবিৰ পৰাই ইয়াকোহামা। ইয়াকোহামালৈ অহা বাটত ওচাকা, আগৰ ৰাজধানী কিয়েটো আৰু বৰ্ত্তমান ৰাজধানী টোকিও চালে। টোকিওৰ আয়তন আৰু লোকসংখ্যা তেতিয়াৰ দিনৰ কলিকতাৰ দুগুণ আছিল। ইয়াতো বৌদ্ধ ধৰ্ম মন্দিৰ দৰ্শন কৰিলে। গোটেই জাপান দেশখনেই দেখাত অতি সুন্দৰ—যেন এখন ছবিহে। মানুহবিলাক অতিশয় পৰিশ্ৰমী। নতুন প্ৰাণ, নতুন আদৰ্শত গোটেই জাতিটো যেন জীৱন্ত অনুভৱ হল। তাৰ সৰ্ব্বপ্ৰকাৰ শিল্পৰ উন্নতিৰ কাৰণে কত নতুন নতুন বিধান গভৰ্ণমেণ্টে উদ্ভাৱন কৰি সমূহ ৰাইজৰ সহযোগিতা বিচাৰিছে।

মোটামুটি ভাবে চীন আৰু জাপান দেখি স্বামীজীৰ মনলৈ যি ভাব আহিছিল—তেখেতৰ মনৰ কথাটি তেখেতে ইয়াৰ পৰা মাদ্ৰাজী বন্ধু সকললৈ লিখা এখন চিঠিৰ পৰাই বুজা যায়। আমি ইয়াত তাৰ এটা অংশ তুলি দিলোঁ। জাপানৰ বিষয়ে তেখেতে লিখিছে:—

বৰ্ত্তমান যুগৰ জীৱন সংগ্ৰামত আত্মৰক্ষাৰ কাৰণে কি কি দৰকাৰ জাপানীসকলে তাক ভাল দৰে বুজিছে। তেওঁবিলাকৰ সৈন্যবিলাক সুনিয়ন্ত্ৰিত আৰু সুশিক্ষিত। তেওঁবিলাকে নৌবল বঢ়াবলৈকো যথেষ্ট আয়োজন কৰিছে। তেওঁবিলাকৰ বৰতোপবোৰ নিজৰ দেশৰ কাৰখানাত তৈয়াৰী। জাপানত সুদক্ষ ইঞ্জিনিয়াৰৰ অভাৱ নাই। ইবিলাকৰ শিল্পৰো যথেষ্ট উন্নতি হৈছে, কোনো বস্তুৰ অভাৱ হলে নিজ দেশতে তৈয়াৰ কৰিবৰ দিহা কৰি লৈছে। জাপানী দিয়াশলাইৰ কাৰখানা এটা চাবলগীয়া বস্তু। × × ×

ভাৰতবাসীৰ আত্মোন্নতিৰ কাৰণে চেষ্টাৰ নিতান্ত অভাৱ দেখি, মানুহবিলাকৰ জড়তালৈ লক্ষ্য কৰি মাদ্ৰাজী ডেকা সম্প্ৰদায়লৈ যি উদ্দীপনাপূৰ্ণ চিঠি পঠাইছিল তাৰ কিছু আভাস ইয়াত দিয়া হল।

জাপানীসকলৰ সম্বন্ধে মোৰ মনত যে কত কথা উদয় হৈছে তাক এখন সংক্ষিপ্ত চিঠিৰ ভিতৰেদি প্ৰকাশ কৰি কব নোৱাৰোঁ। কিন্তু এই কথা জাঠ দি কব পাৰোঁ যে আমাৰ দেশৰ ডেকাসকল দলে দলে প্ৰতি বছৰে চীন আৰু জাপানলৈ যাওক। জাপানলৈ যোৱা আৰু বেছি দৰকাৰ, কাৰণ ভাৰত এতিয়াও জাপানী সকলৰ অন্তৰত সকলো প্ৰকাৰ উচ্চ আৰু মহৎ পদাৰ্থৰ স্বপ্নৰাজ্য স্বৰূপ। কিন্তু তোমালোকে কি কৰিছা? নে গোটেই জীৱনটো বাজে কথা বলকিছা। আহা ইবিলাকক চাই যোৱাঁহি আৰু

পিচত লাগত মুখ লুকুৱাগৈ! ভাৰতৰ যেন জৰাজীৰ্ণ অৱস্থা হৈ ভীমৰতি ধৰিছে, তোমালোক দেশ এৰি বাহিৰলৈ গলে জাত যায় —এনে আহাম্মক জাত!! হাজাৰ হাজাৰ বছৰৰ পৰা গোটমৰা ক্ৰমবৰ্দ্ধমান কুসংস্কাৰৰ বোজা কান্ধত লৈ বহি আছা আৰু হাজাৰ হাজাৰ বছৰ ধৰি খাদ্যাখাদ্য আৰু শুকাশুদ্ধ বিচাৰ কৰি শক্তি ক্ষয় কৰিছা। শত শত যুগ অনবৰত সামাজিক অত্যাচাৰত তোমালোকৰ মনুষ্যত্ব একেবাৰে নষ্ট হৈ গৈছে— তোমালোক কি কোৱাচোন? আৰু কৰিছাই বা কি? কিতাপ এখন হাতত লৈ সাগৰৰ পাৰত টহল দিছা—ইউৰোপীয় মস্তিষ্কৰ পৰা ওলোৱা কোনো এটা তত্ত্বৰ কণা মাত্ৰ—সিও নিজাৰ নহয় —সেই চিন্তাৰ বদহজম অলপ ক্ৰমাগত আওৰাইছা আৰু তোমালোকৰ মন-প্ৰাণ সেই ত্ৰিশটকীয়া কেৰাণীগিৰিৰ কাৰণে লালায়িত; আৰু নহয় যদি খুব বেছি এজন দুষ্ট উকীল হবৰ মতলব কৰিছা, এয়েই ভাৰতীয় ডেকাৰ সৰ্ব্বোচ্চ আকাঙ্ক্ষা। তাৰ ওপৰত (বাল্যবিবাহ প্ৰথা প্ৰচলিত থকাত) প্ৰত্যেকজন ছাত্ৰৰ পিচে পিচে একপাল লৰা-ছোৱালী!—সিহঁতে ক্ৰমাগত "খাবলৈ দে, ই দে, সি দে" কৰি সদায় পেকপেকাই আছে। যোৱাঁ সাগৰতটো যথেষ্ট পানী আছে, তোমালোকে কিতাপ, গাউন, বিশ্ববিদ্যালয়ৰ উপাধিবোৰ ডিঙিত বান্ধি লৈ সাগৰত জুবি মৰিব নোৱাৰা নে! × × ×

আহাঁ, মানুহ হোৱা। নিজৰ নিজৰ সঙ্কীৰ্ণ গাঁতৰ পৰা ওলাই আহি চোৱাঁ—সকলো জাতি কেনে উন্নতিৰ বাটে আগ বাঢ়িছে। তোমালোকে মানুহক ভাল পোৱা নে? দেশক ভাল-পোৱা নে? তেনেহলে আহাঁ, ভাল হবৰ কাৰণে, উন্নতিৰ কাৰণে

প্ৰাণপণ চেষ্টা কৰোঁ। পিচফালে নেচাবা, অতি আত্মীয় কিম্বা প্ৰিয়জনে কান্দে কান্দোক, তথাপি পিচফালে নেচাবা, কেবল আগ-বাঢ়ি গৈ থাকা।

ভাৰতমাতাই কেৱল মাত্ৰ এহেজাৰ ডেকালৰা বলি বিচাৰে। মনত ৰাখিবা মাগুহ বলি, পশুবলি নহয়। × × × তুমি পাৰোঁ নে সমাজত নতুন অৱস্থা প্ৰবৰ্ত্তনৰ কাৰণে যি প্ৰাণপণে যত্ন কৰিব মাদ্ৰাজে এনে কিছু নিঃস্বাৰ্থ ডেকা দিবলৈ প্ৰস্তুত নে?—যিসকল দৰিদ্ৰৰ প্ৰতি সহানুভূতিসম্পন্ন হব, সিইঁতৰ ভোকত অন্নদান কৰিব, সৰ্ব্বসাধাৰণৰ মাজত শিক্ষা বিস্তাৰ কৰিব আৰু তোমালোকৰ পূৰ্ব্বপুৰুষসকলৰ অত্যাচাৰত যিবিলাক মানুহ পশুত্ব প্ৰাপ্ত হৈছে সিইঁতক মানুহ কৰিবলৈ আমৰণ চেষ্টা কৰিব?

ইয়াকোহামাৰ পৰা জাহাজ ক্ৰমে প্ৰশান্ত মহাসাগৰ পাৰ হবলৈ ধৰিলে আৰু সেইদৰে আহি পোনতে বঙ্কুবৰ নামে এটা দ্বীপত বঙ্কুবৰ নামে চহৰৰ বন্দৰত জাহাজ লাগিল। ইয়াতে স্বামীজী জাহাজৰ পৰা নামি ৰেলত উঠিল। বাটত প্ৰশান্ত মহাসাগৰৰ উত্তৰাংশত জাহাজত স্বামীজীয়ে জাৰত বৰ কষ্ট পালে; কাৰণ গৰমৰ দিন দেখি স্বামীজীৰ লগত কোনো গৰম কাপোৰ দিয়া নাছিল। যি হওক এই ৰেলত উঠি যথাসময়ত স্বামীজী চিকাগো ষ্টেচন পালেহি।

একেই চিকাগো ডাঙৰ চহৰ, তাতে আকৌ সেই সময়ত তাত 'ওৱাৰ্লড্‌চ ফেয়াৰ' নামে ডাঙৰ প্ৰদৰ্শনী হৈছিল। সেই প্ৰদৰ্শনী উপলক্ষে অসংখ্য মানুহ অহাত তাত মানুহৰ যথেষ্ট সমাগম হোৱাত বৰ ভিৰ হৈছিল। ইয়াত কোনে কাৰ খবৰ ৰাখে। স্বামীজীৰ কোনো চিনাকি মানুহো নাছিল। তদুপৰি তেওঁৰ নতুন ধৰণৰ পোছাক দেখি ল্ৰহতে বিদ্ৰূপ কৰিবলৈ

ধৰিলে। লবাৰ দলে এনে কি হাতচাপৰি মাৰি পিচে পিচে খেদাও দিছিল। নিজৰ মাল বস্তু লৈ স্বামীজী মহা মছিলত পৰিল। সেইবিলাক নিজে কঢ়িয়াই লৈ যোৱা কেতিয়াও অভ্যাস নাই। নতুন মানুহ দেখি কুলিবিলাকেও যিমান পাৰে ঠগ দিলে। চাৰি অনাৰ ঠাইত চাৰি টকা যানচ ললে। সুধিলে কোনেও একো সঠিক খবৰ নিদিয়ে। যি হওক, শেষত অতি কষ্টে এটা হোটেলত ঠাই পালে। তাতেই যেনিবা অনাহাৰ আৰু জাবৰ কইৰ পিচত আহাৰাদি খাই বিশ্ৰাম ললে।

এই হোটেলত ১২ দিন থাকিল। হোটেলবালাইতেও কলে যে তাতে থকাই নিৰাপদ। ইয়াত থাকি স্বামীজীয়ে নিতৌ সেই প্ৰদৰ্শনী চাবলৈ যায়। তাত দৰ্শনীয় বস্তু দেখি স্বামীজী আচৰিত! গোটেই পৃথিবীৰ দৰ্শনীয় যাবতীয় ভাল ভাল বস্তুৰ একত্ৰ সমাবেশ। বহুত মানুহ। এইবোৰ দেখি স্বামীজীৰ যথেষ্ট অভিজ্ঞতা হল। তেখেতে দেখিলে পাশ্চাত্য দেশৰ ধন-দৌলত আৰু সভ্যতাৰ গৌৰব কল্পনাৰো অতীত। কিন্তু তাৰ 'খবৰ বিভাগত' সংবাদ লৈ জানিলে যে তাত বহিব লগা ধৰ্ম্ম মহাসভা দুমাহৰ কাৰণে স্থগিত হৈছে, আৰু তাৰ প্ৰতিনিধি ভৰ্ত্তি হবৰ শেষ দিন পাৰ হৈ গল। স্বামীজীৰ কাৰণে এই দুয়োটা খবৰেই নিৰাশজনক। স্বামীজীয়ে দেখিলে আৰু দুমাহ কাল ইয়াত থকা যায় কেনেকৈ? হোটেলৰ খৰচ অতিশয় বেছি। যি টকা আনিছিল তাৰে কেতিয়াও নাজোৰে। এতিয়া কি কৰে? যি ধৰ্ম্মমহাসভালৈ ইমান আশা কৰি আহিল তাৰো প্ৰতিনিধি হবৰ উপায় এতিয়া আৰু নাই! তেন্তে কৰা যায় কি? এনিয়াই ঘূৰি গলেও যেখোন জীৱনৰ আদৰ্শ ই ভ্ৰষ্ট হৈ যায়? ক্ষণিকৰ কাৰণে হতাশত স্বামীজী নিৰুৎসাহ হলেও তেওঁৰ সেইটো স্বভাৱ নাছিল। অলপ কথাত তেখেত ধৰ্য্যৰ

পাত্র নহয়। ভাবিলে ভগবানৰ প্ৰত্যাদেশ পাই আহি মই ইমানতে হতাশ হম নে? যিমান অসুবিধা হলেও মহাসভাৰ সময়লৈকে ইয়াত থাকিবই লাগিব। নিতান্ত তাত প্ৰবেশৰ অধিকাৰ নাপালেও বাহিৰে বাহিৰে প্ৰচাৰ কৰিবলৈ বাধা কি আছে? যদি একো নহয়। তেন্তে ইংলণ্ডলৈ নিশ্চয় যাব। তাতো প্ৰচাৰ কাৰ্য্য কৰিবলৈ দিহা নিশ্চয় কৰিব।

এইদৰে মন বান্ধি স্বামীজীয়ে ইয়াৰ পৰা আকৌ মাদ্ৰাজলৈ চিঠি দিলে যাতে কিছু টকা পঠাই দিয়ে। তাতেই মহাসভাৰ খবৰো দিলে। তথাপি লিখিলে যদি মই ইয়াত কিবা সুবিধা কৰিব পাৰোঁ। তেতিয়া হলে তোমালোকক টকাৰ কাৰণে আৰু আমনি নকৰোঁ। সেই চিঠিটো স্বামীজীৰ মনৰ দৃঢ়তাই প্ৰকাশ পাইছিল। কাৰণ তাত লিখিছিল যিমান অসুবিধা বা কষ্ট হলেও মই শেষলৈকে নোচোৱাকৈ ইয়াৰ পৰা ব্যৰ্থ হৈ ঘূৰি নাযাওঁ।

হোটেলত থাকোঁতে স্বামীজীয়ে যেনে তেনে জানিব পাৰিলে যে সাগৰৰ দাঁতিৰ বোষ্টন নগৰত সেই সময়ত থকাও সুবিধা আৰু তাত খৰচো অতি কম। সেই কাৰণে স্বামীজী বোষ্টন নগৰলৈ যাবলৈ স্থিৰ কৰি ৰেলত বাওনা হ'ল। ভাগ্যবশতঃ ৰেলত এগৰাকী বৃদ্ধা ধনাঢ্যা মাইকী মানুহৰ লগত স্বামীজীৰ পৰিচয় ঘটিল। বোষ্টন নগৰৰ ঠিক ওচৰতে সেই বৃদ্ধাৰ ঘৰ। তেখেতে স্বামীজীক তেখেতৰ ঘৰত থাকিবলৈকে আহ্বান কৰিলে। স্বামীজী সন্মত হ'ল আৰু সেই বৃদ্ধাৰ ঘৰলৈকে গল। কি ভাবি বৃদ্ধাই স্বামীজীক এনেকৈ উপযাচি নিমন্ত্ৰণ কৰি নিলে কোৱা টান। হয়তো বা স্বামীজী পূৰ্ব্বদেশীয় মানুহ কাৰণে তেখেতে আনক দেখুৱাই যশস্যা লবলৈকো আগ্ৰহ হব

পাৰে কিম্বা হিন্দু-ধৰ্ম্ম বুলিলেনো কি বুজায় তাকে জানিবলৈকো উৎসুক হব পাৰে। যিহওক, স্বামীজীৰ কালৰ পৰা এই সাহায্য অতিশয় কাৰ্য্যকৰী হৈ উঠিল। হোটেলৰ হাড়-ভগা খৰচৰ পৰা অন্ততঃ হাত সাৰিল।

বৃদ্ধাৰ ঘৰত থাকোঁতেই ক্ৰমে তেখেতৰ গুণ প্ৰকাশ পাবলৈ ধৰিলে। সকলোৰে প্ৰতীতি হল পোছাক পৰিচ্ছদ দেখি ইতিকিং কৰিব লগা লোক এইজন নহয়। এখেতৰ যথেষ্ট পাণ্ডিত্য আৰু চৰিত্ৰ কেনে মহৎ, ব্যৱহাৰ কেনে মধুৰ। স্বামীজীয়ে দেখিলে ইয়াতে এজোৰ পোছাক তৈয়াৰ কৰাই লব লাগিল। জাৰকালিও আহিব লাগিছে। পোছাক লৈ ইমান বিব্ৰত হবনেই বা দৰকাৰ কি? স্বামীজীৰ মহিলা বন্ধুসকলেও উপদেশ দিলে ক'লা দীঘল ছোলা কৰি ললেই ভাল হব সাধাৰণ ব্যৱহাৰৰ কাৰণে আৰু সভা সমিতিলৈ গলে নিজৰ গেৰুৱা পোছাক পিন্ধিলেই চলিব। সেইমতে স্বামীজীয়ে পোছাক তৈয়াৰ কৰাই ললে আৰু দাম প্ৰায় তিনিশ টকা পৰিল। ইয়াত থকাতেই সালেমৰ মহিলা সভাত বক্তৃতা দিবলৈ স্বামীজীক নিমন্ত্ৰণ জনালে। এই সভাই ইতিপূৰ্ব্বে পৰা ভাৰতৰ ৰমাবাইক মহিলা আন্দোলনৰ কাৰণে সহায় কৰি আছিল। স্বামীজীয়ে নিজৰ কাৰ্য্যৰ সুবিধা হব বুলি বুজি নিমন্ত্ৰণ গ্ৰহণ কৰিলে।

ইয়াত থাকোঁতে থাকোঁতেই আমেৰিকাৰ বিশিষ্ট আৰু গণ্য-মান্য লোকসকলৰ লগত স্বামীজীৰ পৰিচয় হবলৈ ধৰিলে। এই সময়ত বোষ্টনলৈ বহুতো গণ্য মান্য লোক বায়ু পৰিবৰ্ত্তনৰ কাৰণে বছৰি আহি থাকে। ইয়াতেই স্বামীজীৰ লগত হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ গ্ৰীক ভাষাৰ অধ্যাপক জে, এইচ, ৰাইটৰ লগত দেখা হ'ল আৰু প্ৰথম দিনাই সিদিনাকৰ ভিতৰত চাৰি ঘণ্টা কাল নানা

বিষয়ৰ আলোচনা হৈছিল। এই আলোচনাতে পণ্ডিত ৰাইট চাহাবে স্বামীজীৰ বহুমুখী প্ৰতিভাৰ পৰিচয় পালে আৰু তেখেতৰ প্ৰতি আকৃষ্ট হ'ল।

কথাপ্ৰসঙ্গত স্বামীজীয়ে চুপ কৰি ক'লে যে যদিও তেখেতৰ ধৰ্ম্ম মহাসভাতে আমেৰিকাবাসী বিশিষ্ট লোক-সকলৰ লগত পৰিচিত হবৰ সুযোগ হব তথাপি তেখেতৰ (স্বামীজীৰ) হাতত তাৰ প্ৰতিনিধিত্ব কৰিবৰ কোনো নিদৰ্শনেই নাই। বিশেষতঃ মহাসভালৈ প্ৰতিনিধি লবৰ দিনো পাৰ হৈ গল। এনে অৱস্থাত তেখেতৰ পক্ষে মহাসভাত যোগ দিয়া সম্ভৱ হোৱাই টান। স্বামীজীৰ কথা শুনি ৰাইট চাহাবে কলে "ধৰ্ম্ম মহাসভাত প্ৰতিনিধিত্ব কৰিবলৈ আপোনাৰ পৰিচয় পত্ৰ বিচৰা মানে সূৰ্য্যক তেওঁৰ পোহৰ দিবলৈ পোৱা অধিকাৰ পত্ৰ বিচৰাৰ দৰে কথা হব। যি হওক আপুনি নিশ্চিন্ত থাকক। মই সকলোবোৰ দিহা কৰি দিম।

মুঠতে এই অধ্যাপক ৰাইট চাহাবেই স্বামীজীৰ হয়ে ধৰ্ম্ম মহাসভাত যোগ দিবলৈ যাবতীয় সুবিধা কৰি দিবলৈ প্ৰতিশ্ৰুত হল। সেই অৰ্থে চেষ্টা কৰিবলৈ তেখেতৰ পক্ষে যথেষ্ট সুবিধাও আছিল। কাৰণ মহাসভাৰ কৰ্ম্মকৰ্ত্তাসকলৰ ওপৰত এই অধ্যাপকৰ যথেষ্ট প্ৰতিপত্তি আছিল। সেইমতেই প্ৰতিনিধি নিয়োগ কৰা প্ৰধান কৰ্ম্মচাৰীলৈ লিখিলে—মই এনে এজন লোকক আপোনাৰ ওচৰলৈ পঠাইছোঁ যি আমাৰ সকলো অধ্যাপকক লগ লগালে যিমান বিদ্বান হব, তাতোকৈও অধিক পণ্ডিতলোক। (Here is a man who is most learned than all our learned Professors put together.) তাৰ পিচত মহাসভালৈ যাবৰ সময়ত স্বামীজীৰ হাতত টকা কম থকাৰ গম পাই এখন

টিকট কিনি দিলে আৰু মহাসভাৰ প্ৰাচ্য প্ৰতিনিধিসকলক অভ্যৰ্থনা কৰাৰ ভাৰপ্ৰাপ্ত কমিটিৰ কৰ্মচাৰীজনলৈ এখন পৰিচয়-পত্ৰ লিখি দিলে। স্বামীজীয়ে অতি কৃতজ্ঞতাৰে অধ্যাপকৰ পৰা যাৱতীয় সুবিধা লৈ চিকাগোলৈ ৰেলযোগে আকৌ যাওনা হৈ আহিল। স্বামীজীয়ে সেই অতিথিপৰায়ণা বৃদ্ধা মহিলাৰ প্ৰতিও যথেষ্ট কৃতজ্ঞতা প্ৰকাশ কৰিলে।

যথাসময়ত চিকাগো ৰেল ষ্টেচন পাই ৰেলৰ পৰা নামি জেপত বিচাৰি চাই দেখে যে ধৰ্ম্ম মহাসভাৰ অফিচৰ ঠিকনা লিখি থোৱা কাগজখন হেৰাল। এতিয়া কৰে কি! আৰু তাক দুই এজনক সুধিলে কোনেও উত্তৰকে নিদিলে। লগত মাল-বস্তু লৈ এতিয়া যায় কলৈ? এই ষ্টেচনটো চহৰৰ দক্ষিণ ফালে। ইয়াৰ ওচৰত জাৰ্ম্মান দেশীয় ধনী মানুহৰ বসতি। যাহওক হাতে-কান্ধে মালপত্ৰবোৰ লৈ ষ্টেচনৰ বাহিৰ ওলাই কোনো উৱাদিহ কৰিব নোৱাৰি সন্ধ্যা হৈ অহা দেখি উপায়ন্তৰ হৈ ৰেলৱেৰ ওচৰৰে [illegible] এটা ডাঙৰ বাকচ পাই তাতে ৰাতিটো শুই থাকিল।

ৰাতি পুৱাল, অনাহাৰ, অনিদ্ৰাত কষ্ট! [illegible] উপায় নেদেখি তাৰ পৰা ওলাই হ্ৰদ এটাৰ কাষে কাষে যোৱা বাটেদি যাবলৈ ধৰিলে। সন্ন্যাসীৰ পক্ষে ভিক্ষা কৰা নতুন একো নহয় কাৰণে ভোকত ৰব নোৱাৰি কেঘৰমানত ভিক্ষা কৰিও চালে। ভাৰতবৰ্ষ নহয় যে সন্ন্যাসী দেখিয়েই প্ৰণাম কৰি ভিক্ষা দি কৃতাৰ্থ জ্ঞান কৰিব। ইয়াত ঘূৰি পালে প্ৰত্যাখ্যান, ইতিকিং, বিদ্ৰূপ! কোনো কোনো ঘৰত দুৱাৰ মেলিও নাচালে। অনাহাৰে, অনিদ্ৰায় এইদৰে ঘূৰি ঘূৰি ক্লান্ত হৈ স্বামীজী থিয় হৈ ৰব নোৱাৰি নিতান্ত হতাশ ভাৱে বাটৰ কাষৰ পদূ একোপাৰ তলত বহিল। সন্মুখত প্ৰকাণ্ড দালান ঘৰ। অলপ পৰৰ পিচত

সেই ঘৰৰ [illegible]ৰা এগৰাকী মহিলা ওলাই আহি স্বামীজী সেইদৰে গছৰ তলত মলিন বেশে ক্লান্ত হৈ বহি থকা দেখি পৰিচয় সুধিলে আৰু তত্তালিকে তেখেতৰ অনুগমন কৰিবলৈ কৈ ঘৰলৈ লৈ গল আৰু তৎক্ষণাৎ শুশ্ৰূষাৰ যাবতীয় দিহা কৰিলে। এতিয়াহে স্বামীজীয়ে খাই-বই বিশ্ৰাম কৰি সুস্থ হৈছে; আৰু কোৱা বাহুল্য এই মাহলা গৰাকীয়েই ধৰ্ম্ম মহাসভাৰ অফিচলৈ লৈ গৈ তাত প্ৰাচ্যদেশীয় প্ৰতিনিধিসকলৰ থকা ঠাইত থাকিবৰ দিহা কৰি দিলে। মহাসভাৰ কৰ্তৃপক্ষই স্বামীজীক হিন্দু ধৰ্ম্মৰ প্ৰতিনিধি বুলি গ্ৰহণ কৰিলে।

এইদৰে অপৰিচিত ঠাইতে হঠাতে এগৰাকী মাতৃস্থানীয়া মহিলাৰ যত্ন-সেৱাত অভিভূত হৈ স্বামীজীয়ে [illegible] কৰিলে বিধাতাৰ অশেষ কৃপা তেখেতৰ লগে লগেই [illegible] ঘূৰিছে। এই মহিলা গৰাকী জৰ্জ্জ ডবলিউ হেল নামৰ চিকাগোৰ এজন সম্ভ্ৰান্ত লোকৰ পৰিবাৰ। পিছত এই পৰিয়ালৰ লগত স্বামীজীৰ ঘনিষ্ঠতা যথেষ্ট হৈছিল আৰু ঘৰৰ সকলোৱেই স্বামীজীক যথেষ্ট শ্ৰদ্ধা আৰু আদৰ কৰিছিল।

—)•(—

## —চিকাগো ধৰ্ম্ম-মহাসভাৰ অধিবেশন—

খৃঃ ১৮৯৩ অব্দৰ ১১ চেপ্তেম্বৰ সোমবাৰে দিনৰ ১০ বজাৰ পৰা ধৰ্ম মহাসভাৰ অধিবেশন আৰম্ভ হল। এই সভাৰ মূল সভাপতি আছিল ডক্টৰ বেৰোজ। মহাসভাৰ এটা বৈজ্ঞানিক শাখাও আছিল সেই শাখাৰ সভাপতি আছিল মাননীয় মিঃ মাৰউইন স্নেল। সভাৰ অধিবেশন হৈছিল চিকাগোৰ বিখ্যাত 'শিল্প প্ৰাসাদৰ' অন্তৰ্গত সুবৃহৎ হলত। এই হলটোৰ নাম আছিল 'হল অব কলম্বাচ'। সভাৰ আয়োজন বিৰাট, দৃশ্য কেনে গম্ভীৰ। চবলে কথা। পৃথিবীৰ প্ৰায় এশ বিশ কোটি নৰ-নাৰীৰ প্ৰতিনিধি হিচাবে প্ৰায় ছয় সাত হাজাৰ মহা মহা পণ্ডিত একে ঠাইতে সমবেত হৈছে। তাত জগতৰ প্ৰধান প্ৰধান দাৰ্শনিক, বৈজ্ঞানিক, ধৰ্মতত্ত্ববিৎ, ধৰ্মযাজক আৰু পণ্ডিত মণ্ডলী গোট খাইছে। মঞ্চৰ ওপৰি সভাৰ মাজ থলিত ওখ সিংহাসনত পাশ্চাত্যজগতৰ ৰোমান ক্যাথলিক সম্প্ৰদায়ৰ প্ৰধান ধৰ্মনায়ক কাৰ্ডিনাল গিবন্স সমাসীন। তেওঁৰ দুয়ো কাষে সোঁ আৰু বাওঁ প্ৰাচ্যদেশীয় বিচিত্ৰ বেশধাৰী প্ৰতিনিধি সকল। ইয়াৰ মাজতে বহিছিল স্বামীজী। তেওঁৰ ওচৰত একাষে বহিছিল প্ৰতাপ মজুমদাৰ আৰু নাগৰকৰ আৰু আনকাষে বহিছিল সিংহলৰ বৌদ্ধ ধৰ্মপাল। স্বামীজীৰ গেৰিক পোছাক আৰু গৈৰিক পাগুৰিৰে সৈতে বাল-ব্ৰহ্মচাৰীৰ স্বৰূপ সম্পন্ন তেজোময় মুখমণ্ডলৰ অপূৰ্ব্ব দীপ্তিয়ে সভাত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। ৰোমান কেথলিক সম্প্ৰদায়ৰ শ শ আৰ্কবিশপেও সভাত যোগ দিছিল। সভাৰ আয়োজন কৰিবলৈ

কেইবা বছৰো লাগিছিল আৰু সভাত এনেকুৱাবোৰ ওপৰ প্ৰবন্ধ পাঠ কৰা হৈছিল ইয়াৰ পৰাই বুজিব তাৰ বিশালতা কিমান!

এনে এখন বিশাল পণ্ডিতসকলৰে পূৰ্ণ সভাত থিয় দি বক্তৃতা কৰা সহজ কথা নহয়। ডাঙৰ ডাঙৰ বক্তাৰো বুকু কঁপি উঠা একো অসম্ভৱ নাছিল। মুঠেই ত্ৰিশ বছৰ বয়সৰ স্বামী বিবেকানন্দই এই সভাৰ আয়োজন দেখি এতিয়া বুজিলে তেখেতৰ আগৰ অনুমান সঁচা নহয়।

যথা সময়ত সভাৰ সভাপতি ডক্টৰ বেৰোজে মুখবন্ধ স্বৰূপ সভাৰ উদ্দেশ্য দুই চাৰিটি কথাৰে কোৱাৰ পিচত যথাৰীতি ভগৱানক প্ৰাৰ্থনা কৰি সভাৰ কাৰ্য্য আৰম্ভ কৰা হ'ল। আৰম্ভণিৰ কাৰ্য্য কেনে গম্ভীৰ দৃশ্যৰে পৰিপূৰ্ণ! এতিয়াৰ পৰা ক্ৰমে সোতৰ দিন দিনৰ দহ বজাৰ পৰা ৰাতি দহ বজালৈকে প্ৰবন্ধ পাঠেই চলিছিল। মাজতে মাথোন আধা ঘণ্টা সময় চাহ জলপান খাবৰ অবসৰ দিয়া হৈছিল। ক্ৰমিক বক্তৃতা দিয়াৰ বা প্ৰবন্ধ পাঠৰ ঠাই হিচাপে স্বামীজীৰ ঠাই ত্ৰিশজনৰ পিচত নিৰ্দ্ধাৰিত হৈছিল। তেখেতৰ আগৰ সকলৰ বক্তৃতা শেষ হোৱাত সভাপতি মহোদয়ে স্বামীজীক বক্তৃতা দিবলৈ অনুৰোধ কৰিলে। স্বামীজীয়ে সঙ্কোচ বোধ কৰি কলে "নহয়, এতিয়া নহয়"। এইদৰে কেইবাৰাৰো ওপৰাওপৰি কৈ স্বামীজীক বক্তৃতা দিবলৈ অনুৰোধ কৰাৰ ফলতো সেই একে সঙ্কোচজনক কথাকে কোৱাত সভাপতিয়ে ভাবিলে বোধ হয় এখেতে আৰু বক্তৃতা নিদিব। এই ভাবি ভাটিবেলাৰ অধিবেশনৰ শেষৰ কালে সভাপতি মহোদয়ে স্বামীজীক জনালে এইবাৰ তেখেতে বক্তৃতা নিদিলে তেখেতক পাচলৈ আৰু সুবিধা দিয়া নাযাব। অগত্যা স্বামীজী থিয় হল—নিজ ইষ্টদেৱতাক স্মৰণ

কৰি মা সৰস্বতীক প্ৰণাম জনাই বক্তৃতা আৰম্ভ কৰিলে। সভাস্থ লোকসকলক সম্বোধন কৰি যেই ক'লে "আমেৰিকাবাসী ভাই আৰু ভগ্নীসকল!" তত্তালিকে চাৰিও ফালৰ পৰা আনন্দধ্বনি হাত চাপাৰৰ ৰোল উঠিল। সেই আনন্দ যেন নাথামে! কাৰো মাত কোনেও শুনা যেন হ'ল। এনে অভূতপূৰ্ব্ব সম্বোধন, এনে প্ৰীতিপূৰ্ণ প্ৰেমময় সম্ভাষণ আন সকলৰ সম্বোধনত কোনেও শুনা নাছিল। এতিয়া যেন প্ৰত্যেকৰ হৃদয়দেৱতাৰ মাজত থকা অচ্যুত ভাব এই সাধাৰণ সম্বোধনৰ মাজেদিয়েই সকলোৱে অনুভৱ কৰি আনন্দ আৰু থমাব পৰা নাছিল। এনে আনন্দোচ্ছ্বাসত স্বামীজী প্ৰথমতে অবাক হ'ল! ইকি! কিয় এনে কৰিছে লোকসকলে? পিচ মুহূৰ্ত্ততে এই কাৰ্য্যত যেন জগন্মাতাৰ কৃপাপূৰ্ণ ইঙ্গিত দেখা পাই নিজৰ মন দৃঢ় কৰি লগে আৰু ধীৰ গম্ভীৰ স্বৰে নিজৰ বক্তব্য আৰম্ভ কৰিলে। ক্ৰমে এই আনন্দ কোলাহল থামি আহিল আৰু গোটেই সভাঘৰ তেখেতৰ সুমধুৰ ধ্বনিত যেন কাঁহ পৰি জিন গল। এতিয়া স্বামীজীয়ে নিজ বক্তব্য অতি সহজ সৰল মন-প্ৰাণ হৰা ভাষাৰে আৰম্ভ কৰিলে। এই দিনৰ বক্তৃতাৰ প্ৰতিপাদ্য বিষয় আছিল—'সকলো ধৰ্মৰে গন্তব্য স্থান একেই।' বিশ্বজনীন ধৰ্মৰ এই মূল তত্ত্বটিকে ইমান দিন তেখেতৰ গুৰু ৰামকৃষ্ণ পৰমহংসদেৱৰ চৰণ প্ৰান্তত বহি শিক্ষা কৰিছিল এই মূল তত্ত্বটিকে আজি গোটেই জগতৰ পণ্ডিত প্ৰতিনিধিসকলৰ আগত ব্যক্ত কৰিলে। ইয়াৰ ভাব আছিল উদাৰ। বক্তৃতাৰ কোনো ঠাইতে সম্প্ৰদায় বিশেষৰ পক্ষাবলম্বন নাছিল। কোনো সম্প্ৰদায়ৰ প্ৰতি কটাক্ষপাত নাছিল; বৰং সত্য লাভ কৰিবলৈ সকলোৱেই নিজ নিজ ধৰ্মমতৰ জৰিয়তে অকপট ভাবে চেষ্টা কৰিলেই যে শ্ৰেয়ঃ প্ৰাপ্তি নিশ্চয় এনে উদাৰ মত প্ৰকাশ কৰাত সভাস্থ সকলোৱেই তেখেতৰ প্ৰতি অনুৰাগী আৰু

তেখেতৰ পক্ষপাতী হৈ উঠিল। এই বক্তৃতা নিচেই চঃকৈ দিলেও ইয়াৰ ভিতৰেদিয়েই স্বামীজীৰ মহত্ব প্ৰকাশ পাইছিল। এই কম সময়ৰ ভিতৰতে অৰ্থাৎ পাঁচ মিনিটৰ ভিতৰতে যেন স্বামীজীয়ে গোটেই পৃথিবী জয় কৰি পেলালে। পৃথিবীৰ ইতিহাসত এনে ঘটনা আজি পৰ্য্যন্ত ঘটা নাছিল। অঘটন ঘটন পটীয়সী মহামায়াৰ মহিমা কোনে বুজিব পাৰে?

স্বামীজীৰ বক্তৃতাত ভাষাৰ সৌন্দৰ্য্য আৰু ভাবৰ মহিমাময় সম্পদ, বিচাৰ বিশ্লেষণ ক্ষমতাৰ দ্বাৰা কোনো সত্য শ্ৰোতৃমণ্ডলীৰ মনঃপূত কৰি তাক মনত লগাকৈ প্ৰকাশ কৰিবৰ অদ্ভুত ক্ষমতা প্ৰকাশ পাইছিল। গতিকে স্বামীজীৰ বক্তৃতা শুনিবলৈ সভাস্থ শ্ৰোতৃ মণ্ডলীৰ আগ্ৰহ হোৱা স্বাভাৱিক। সেই কাৰণে সভাপতি মহোদয়ে প্ৰায়েই সভাৰ শেষৰ ফালে তেখেতক বক্তৃতা দি বৈ এতিয়াৰ পৰা অনুৰোধ কৰিছিল আৰু শ্ৰোতাসকলৰ আগ্ৰহ ৰক্ষা কৰিবলৈ বাধ্য হৈ স্বামীজীয়েও বহুত সময়ত সেই মতে সভাত বক্তৃতা দিছিল।

এই ব্যৱস্থাৰ পৰা আৰু এটা কাম হোৱা দেখা গৈছিল। সভাত অনবৰত প্ৰবন্ধ পাঠ হৈয়ে থাকে। কেতিয়াবা কোনো প্ৰবন্ধ নীৰস হলে সভ্যসকল বিৰক্ত হোৱাৰ ফলত সভাৰ উদং হৈ যোৱাৰ উপক্ৰম হয়। তেতিয়া যদি সভাপতিয়ে ঘোষণা কৰে যে সভাৰ শেষৰ ফালে স্বামী বিবেকানন্দই বক্তৃতা দিব তেতিয়া হলে যাবলৈ উঠা লোকসকলো আৰু ঘণ্টাৰ পিচত ঘণ্টা স্বামী-জীৰ বক্তৃতা শুনিবলৈ নানা অসুবিধাৰ মাজতো বহি থাকে। সভাপতিয়ে প্ৰায়েই এই উপায়েৰে সভা মাজভ:গতে অন্ত নপৰাকৈ ৰাখিবলৈ সমৰ্থ হৈছিল। ইয়াৰ পৰাই বুজা যায় স্বামীজীয়ে প্ৰথম

দিনা বক্তৃতা দিবৰ পৰাই সেই ধৰ্মসভাৰ ওপৰত কেনে মহিয়ান প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল।

স্বামীজীৰ ওপৰোক্ত ব্যৱস্থামতে দ্বিতীয় বক্তৃতা দিছিল 'আমাৰ মাজতহ মতভেদৰ কাৰণ" (Why we disagree) সম্পৰ্কে। ১৯ তাৰিখে স্বামীজীয়ে Paper on Hinduism-হিন্দুধৰ্ম সম্বন্ধীয় সুপ্ৰসিদ্ধ বক্তৃতাটি পাঠ কৰিছিল। তেওঁৰ বাহিৰেও আন বহুতো লোক উপস্থিত থাকিলেও হিন্দু ধৰ্ম সম্বন্ধে স্বামীজীয়েই মাথোন বক্তৃতা দিছিল। এই প্ৰবন্ধত তেওঁ ধৰ্ম-দৰ্শন আৰু মনস্তত্ত্বৰ সাৰভাগ অতি প্ৰাঞ্জল ভাষাৰে আলচ কৰিছিল। তেওঁতেই বহুৰ মাজত একত্বৰ দৰ্শন কৰিবৰ উপায় নিৰ্দেশ কৰিলে আৰু পাশ্চাত্য জাতিসকলৰ মাজত প্ৰচলিত বহুতো ভুল ধাৰণা আঁতৰ কৰিলে। ইয়াৰ দ্বাৰা তেওঁ প্ৰমাণ কৰি দেখুৱালে যে খৃষ্টধৰ্ম মতে মানুহ মাত্ৰেই পাপী বুলি ধৰা মত ভ্ৰমপূৰ্ণ। মানুহ আৰু আত্মাৰ ভেদ নাই। সৃষ্টিৰ আদি নাই বৰং সৃষ্টি আৰু স্ৰষ্টা সদায় অনাদি আৰু অনন্ত। গতিকে কোনো এটা নিৰ্দিষ্ট দিনত ঈশ্বৰৰ ইচ্ছামতে সৃষ্টি কাৰ্য্য আৰম্ভ হোৱা কথাও ভ্ৰমপূৰ্ণ। মানুহৰ শৰীৰৰ লগত মানুহৰ জন্মাৰ্জিত মানসিক সংস্কাৰৰ ফলৰ সম্বন্ধ নাই। জন্মান্তৰ বাদ মানিবলৈ বহুতো যুক্তি দেখা যায়। নিজ চেষ্টাৰ আৰু সাধনাৰ বলেৰে মানুহে জন্মান্তৰৰ কথা জানিব পাৰে। ধৰ্ম অকল মতবাদৰ ওপৰত প্ৰতিষ্ঠিত নাথাকেঁ, ই সদায় উপলব্ধি সাপেক্ষ।

স্বামীজীৰ প্ৰবন্ধত আক্ৰমণ মূলক কোনো কথাই নাছিল নিজৰ মতে হিন্দুধৰ্ম বিষয়ক মতবাদ যুক্তি তৰ্ক আৰু বিচাৰ দ্বাৰাই প্ৰতিপাদন কৰিবলৈ চেষ্টা কৰিছিল। অতি উদাৰ প্ৰকা

ভাবভূমিৰ পৰা অতি সুন্দৰ ভাষাৰে নতুন আলোকপাত কৰি স্বামীজীয়ে সভাস্থ লোকসকলৰ অন্তৰ জয় কৰিবলৈ সমৰ্থ হৈছিল। এই বক্তৃতা পাঠ কৰিবৰ পিচৰ পৰাই স্বামীজীৰ নাম-যশ আৰু ছবি গোটেই আমেৰিকাত প্ৰচাৰিত হ'বলৈ ধৰিলে। সকলোৱে একবাক্যে তেওঁৰ গুণ গাবলৈ আৰম্ভ কৰিলে। ধৰ্ম্ম সম্বন্ধে নতুন তথ্য, নতুন আলোক পাই সকলো কৃতাৰ্থ হ'ল।

২০ তাৰিখে স্বামীজীয়ে আন এটি বক্তৃতা দিছিল। বিষয় আছিল Religion not the crying need of India 'ভাৰতবৰ্ষ ধৰ্ম্মৰ অভাবগ্ৰস্ত নহয়'। তেখেতে কৈছিল ভাৰতবৰ্ষ সদায় ধৰ্ম্মৰ দেশ। ধৰ্ম্মৰ অভাব সেই দেশত নাই। সেই দেশৰ অভাব অৰ্থৰ। বক্তৃতা প্ৰসঙ্গত কলে পাশ্চাত্য জাতিসকলৰ ওচৰত দুখীয়া ভাৰতৰ কাৰণে সাহায্য প্ৰাৰ্থনা কৰিবলৈ অহাও মোৰ ইয়ালৈ অহা অন্যতম উদ্দেশ্য। এই কথাৰ পৰা সভাস্থ লোকসকলে সহজে বুজিলে—"এখেত অকল ধাৰ্ম্মিক সন্ন্যাসীয়েই নহয়, এজন দেশ প্ৰেমিকো।"

২২ তাৰিখে বৈজ্ঞানিক শাখাৰ সভাত দুবেলা দুটা বক্তৃতা দিছিল। এটাৰ বিষয় আছিল Orthodox Hinduism and the Vedanta Philosophy "নৈষ্ঠিক হিন্দুধৰ্ম্ম আৰু বেদান্ত দৰ্শন" আৰু আনটো Modern religions of India ভাৰতৰ আধুনিক ধৰ্ম্মবিলাক। ২৫ তাৰিখে আবেলি তেখেতে "Essence of the Hindu religion হিন্দু ধৰ্ম্মৰ সাৰতত্ত্ব" শীৰ্ষক এটি বক্তৃতা দিয়ে। এই শাখাৰ অধিবেশনত আৰু চাৰিটি সৰু সৰু বক্তৃতা স্বামীজীয়ে দিছিল। ২৬ তাৰিখে আকৌ মহাসভাৰ অধিবেশনত তেখেতে Buddhism the fulfilment of Hinduism বৌদ্ধ ধৰ্ম্ম হিন্দুধৰ্ম্মৰ ক্ৰম পৰিণতি বিষয়ক বক্তৃতা দিয়ে। তেখেতৰ শেষ বক্তৃতা ২৭ তাৰিখে।

সেই বক্তৃতাত তেখেতে কৈছিল "কোনো ধৰ্ম্মাৱলম্বী মানুহেই নিজ ধৰ্ম্ম এৰি পৰধৰ্ম্ম গ্ৰহণ কৰিব নালাগে। কোনো খৃষ্টিয়ানে হিন্দু বা বৌদ্ধধৰ্ম্ম কিম্বা কোনো হিন্দু বা বৌদ্ধ ধৰ্ম্মাৱলম্বীয়ে খৃষ্টধৰ্ম্ম গ্ৰহণ কৰিবৰ প্ৰয়োজন নাই। প্ৰত্যেকেই নিজ নিজ ধৰ্ম্মৰ বিশেষত্ব ত্যাগ নকৰি আনৰ ভাব হৃদয়ঙ্গম কৰি ক্ৰমে উন্নত হবলৈ চেষ্টা কৰিব লাগে। উন্নতি বা বিকাশৰ নিয়মেই এই।

এই ধৰ্ম্ম মহাসভাই জগতক যদি কিবা দেখুৱাব পাৰিলে তেন্তে সি হৈছে এই:—পবিত্ৰতা, উদাৰতা, চিত্তশুদ্ধি প্ৰভৃতি সদ্‌গুণ বিলাক কোনো ধৰ্ম্মৰে একচেতীয়া সম্পত্তি নহয় আৰু প্ৰত্যেক ধৰ্ম্মৰ ভিতৰতে উন্নত চৰিত্ৰৰ বহুতো নৰ-নাৰী দেখা যায়। এনে প্ৰমাণৰ ওপৰতো যদি কোনোবাই ভাবে যে তেওঁৰ ধৰ্ম্মহে টিকি থাকিব বাকীবোৰ উছন হব তেনেহলে তেওঁক মই অতি কৰুণাৰ পাত্ৰ বুলি বিবেচনা কৰোঁ, বৰং মই এই কথা কওঁ যে আপোনাৰ যাৱতীয় বিৰুদ্ধাচৰণ সত্বেও সোনকালে দেখিব সকলো ধৰ্ম্মৰে পতাকাৰ ওপৰত লিখা থাকিব "সমৰ নহয়, সহায়তা! 'বিনাশ নহয়, বৰণ'! 'দ্বন্দ্ব নহয়, মিলন আৰু শান্তি।"

এই মহাসভাৰ উদ্দেশ্য কি আছিল আৰু জগতৰ ইতিহাসত ইয়াৰ ফলাফল কেনে হৈছিল স্বামীজীৰ নিজৰ ভাষাৰেই তাক ইয়াত দিয়া হল। "চিকাগো মহাসভা এক বিৰাট ব্যাপাৰ। সেই সভাত নানা দেশৰ ধৰ্ম্ম প্ৰচাৰকমণ্ডলীৰ প্ৰতিনিধি উপস্থিত আছিল। চিকাগো মহামণ্ডলীত ক্যাথলিক সম্প্ৰদায়ে বিশেষ উৎসাহেৰে যোগদান কৰিছিল। সিবিলাকে প্ৰোটেষ্টাণ্ট সম্প্ৰদায়ৰ ওপৰত অধিকাৰ বিস্তাৰ কৰিবৰ ভৰসা বান্ধিছিল। সেই দৰেই খৃষ্টান জগতে— হিন্দু, বৌদ্ধ, মুছলমান প্ৰভৃতি সম্প্ৰদায়ৰ প্ৰাৰ্থনাধিসকলক একেলগ

কৰি স্ব-মহিমা কীৰ্ত্তনৰ বিশেষ সুযোগ নিশ্চিতৰূপে কৰিছিল"। ( ভাৰবাৰ কথা স্বামীজীকৃত )

মহাসভাৰ উদ্দেশ্য আৰম্ভণিতে যেই থাকক কিন্তু শেষত যে অচিন্তনীয় ভাবে মহাফলৱতী হৈছিল সেই বিষয়ে সন্দেহ নাই। এতিয়া পাশ্চাত্য ধৰ্ম্মৰ লগত আন আন ধৰ্ম্মৰ তুলনা কৰিবৰ সুযোগ হৈছিল আৰু ইয়াৰ পৰা পাশ্চাত্য জাতি সমূহৰ মাজত এটা নতুন চিন্তা তৰঙ্গ প্ৰবাহিত হৈছিল। এইটো স্বীকাৰ কৰিবই লাগিব যে স্বামীজীৰ বক্তৃতাৰ প্ৰভাবত সমগ্ৰ মানব জাতিৰ ধৰ্মভাব ক্ষুদ্ৰ সাম্প্ৰদায়িক গণ্ডী নিশ্চয় অতিক্ৰম কৰিছিল। এতিয়াৰ পৰা একে অন্যৰ ধৰ্ম শ্ৰদ্ধাৰ চকুৰে চাবলৈ শিকিলে। ধৰ্ম যে অকল মতবাদৰ ওপৰতে প্ৰতিষ্ঠিত নহয়, ধৰ্ম্মৰ বিষয়ে জনাৰ ওপৰতে যে ই নিৰ্ভৰ নকৰে, এই সত্য এতিয়াৰ পৰা সকলোৱে ভাবিবলৈ ধৰিলে!

মহাসভাৰ ফলাফল সম্পৰ্কে ইয়াৰ বৈজ্ঞানিক শাখাৰ সভাপতি মিঃ এম, এম, স্নেল মহোদয়ে লিখিছিল :—

"মহাসভাৰ পৰা খৃষ্টীয় জগৎ বিশেষতঃ যুক্ত ৰাজ্যৰ অধিবাসী সকলে এইটো এটা মুখ্যফল আৰু মহৎশিক্ষা লাভ কৰিলে যে খৃষ্টধৰ্ম্মৰ বাহিৰেও জগতত এনে বহুত বৰণীয় ধৰ্ম আছে যাৰ দাৰ্শনিক গভীৰতা, তত্বানুপ্ৰবেশ, স্বাধীন আৰু সতেজ চিন্তাশীলতা, সৰ্ব্বজীৱৰ প্ৰতি মনুষ্যোচিত উদাৰতা আৰু অকপট মমতা খৃষ্ট ধৰ্মতকৈ বহুত শ্ৰেষ্ঠ অথচ বিবিলাকৰ নীতিৰ সৌন্দৰ্য্য আৰু কাৰ্য্য-কাৰিতা শক্তি খৃষ্ট ধৰ্মতকৈ একতিলো কম নহয়। সভাত এই দৰে আঠোটি খৃষ্টেতৰ ধৰ্ম্মৰ প্ৰতিনিধি উপস্থিত আছিল যেনে হিন্দুধৰ্ম, জৈনধৰ্ম, বৌদ্ধধৰ্ম, ইহুদীধৰ্ম, কংফুছোৰ ধৰ্ম, শিণ্টোধৰ্ম, ইছলাম ধৰ্ম আৰু পাৰসিক ধৰ্ম।"

স্বামীজীৰ ইংৰাজ জীৱন চৰিত লিখকে মহাসভা সম্পৰ্কে লিখাত এই দৰে লিখিছে :—

চিকাগোৰ বিৰাট ধৰ্ম্ম সভাত স্বামীজীয়ে যি মহাসত্য প্ৰচাৰ কৰিছিল, যি অদ্ভুত আশাৰ বাণী শুনাইছিল যিশুখৃষ্টৰ পিচত আৰু কোনেও এই দেশৰ (পাশ্চাত্য জগতৰ) মানুহক শুনাব পৰা নাই। তেখেতৰ ভাবৰাশি চিৰদিন পাশ্চাত্যদেশৰ ধৰ্ম্মোন্নতি আৰু ধৰ্ম্মবিস্তাৰৰ সহায়কৰূপে গণ্য হব আৰু জগতৰ ভবিষ্যৎ অধ্যাত্মজ্ঞানৰ প্ৰধান অবলম্বন স্বৰূপ গৃহীত হব।"

মহাসভাৰ ফলাফল ইমানতে নিবদ্ধ নাছিল। স্বামীজীৰ কল্যাণত এতিয়াৰ পৰা আৰ্য্য ধৰ্ম্ম; আৰ্য্য জাতি আৰু আৰ্য্য ভূমিক জগতৰ চকুত উন্নত, সন্মানাৰ্হ আৰু পূজ্যাস্পদ কৰি তুলিছিল। এতিয়ালৈকে হিন্দুজাতি আৰু হিন্দু ধৰ্ম্ম পাশ্চাত্য জাতিসমূহৰ মানত নিতান্ত নগণ্য, ক্ষুদ্ৰ, হেয় আৰু লাঞ্ছনাৰ পাত্ৰ আছিল। এতিয়া স্বামীজীয়ে হিন্দুধৰ্ম্মৰ সাৰ বস্তু প্ৰকাশ কৰি ইয়াক অৱমাননাৰ দ বোকাৰ পৰা তুলি ওখ আসন দান কৰিলে। জগতে এতিয়াৰ পৰা বুজিলে হিন্দু পদদলিত হলেও অবজ্ঞাৰ পাত্ৰ নহয়, দীন দৰিদ্ৰ হৃতসৰ্ব্বস্ব হলেও পাৰমাৰ্থিক সম্পদত হীন নহয় বৰং অতুল ৰত্নৰাশিৰ অধীশ্বৰ, অনন্ত গৌৰৱৰ অধিকাৰী, বিশ্বসংসাৰৰ গুৰুপদত অধিষ্ঠিত হবৰ যোগ্য। হিন্দু ধৰ্ম্মৰ বিভিন্ন শাখা প্ৰশাখাবিলাকক তেখেতে যুক্তিৰে দেখুৱালে যে এক অখণ্ড সনাতন হিন্দুধৰ্ম্মৰে স্বাভাবিক পাৰিণতি—বেদান্ত বাদতেই বিশ্বব্যাপি মানৱ ধৰ্ম্ম নিহিত আছে, কিয়নো সি সমূদায় মানৱ মনৰ আকাঙ্ক্ষা পূৰ্ণ কৰিবলৈ, সকলোৰে প্ৰাণত আশাৰ সঞ্চাৰ কৰিবলৈ, সকলোৰে হৃদয়ত ব্যথা আৰু তৃষ্ণা নিবাৰণ কৰিবলৈ, ভব বন্ধন ছেদন আৰু

দৈন্য-কাতৰতা আঁতৰ কৰিবলৈ সৰ্ব্বতোভাবে সমৰ্থ। বিশ্বজনীন ধৰ্ম্মৰ এয়ে লক্ষণ নহয় জানো'

ইয়াৰ আগেয়েও পাশ্চাত্য দেশলৈ কোনো প্ৰচাৰক যে অ'া নাছিল এনে নহয়। কিন্তু সেই সকলে হিন্দুধৰ্ম্মৰ প্ৰকৃত মহিমা প্ৰচাৰ কৰিব পৰা নাছিল। স্বামীজীয়ে যেনে সাহসেৰে নিজ ধৰ্ম্মৰ গূঢ় তত্ত্ব প্ৰকাশ কৰিব পাৰিছিল, সিবিলাকৰ সিমান সূক্ষ্ম দৃষ্টি নাছিল। সিবিলাকে ইউৰোপীয় পৰিচ্ছদ পিন্ধাই হিন্দুধৰ্ম্মক বুজাবলৈ চেষ্টা কৰিলে তাৰ দ্বাৰা পণ্ডিতমণ্ডলী কিয় আকৃষ্ট হ'ব! দ্বিতীয়তঃ সিবিলাকৰ সংস্কৃত ভাষাৰ ওপৰত অধিকাৰ নাছিল। এনে জনা যায় যে বিখ্যাত পণ্ডিত মোক্ষমূলাৰৰ ওচৰত এনে দুই এজন প্ৰচাৰক ধৰা পৰিল যে বাধ্য হৈ সংস্কৃত ভাষা নাজানো বুলি স্বীকাৰ কৰিছিল। কিন্তু এতিয়া স্বামীজীৰ প্ৰতিভা আৰু পাণ্ডিত্যত একোৰে অভাব নাছিল আৰু সেই বাবেই তেখেতৰ ওচৰত সকলোৱেই আত্মসমৰ্পণ কৰিবলৈ বাধ্য হৈছিল।

---

# ধৰ্ম্মমহাসভাৰ প্ৰতিক্ৰিয়া।

আমেৰিকাৰ চিকাগো ধৰ্ম্মমহাসভাত বক্তৃতা দিয়াৰ আগলৈকে যিমান পাণ্ডিত্য বা গুণ গৰিমা থাকিলেও স্বামী বিবেকানন্দ এজন সাধাৰণ সন্ন্যাসী মাত্ৰ আছিল। এতিয়াৰ পৰা তেখেত এজন বিশ্ববৰেণ্য মহাপুৰুষ বুলি খ্যাতি লাভ কৰিলে। এতিয়া আমেৰিকাত সকলোৰে মুখে মুখে হিন্দু সন্ন্যাসীৰ নাম। কাকতে পত্ৰই তেখেতৰ নানা প্ৰকাৰ সুখ্যাতি। চহৰৰ ঠায়ে ঠায়ে স্বামীজীৰ প্ৰতিকৃতি। সকলোৱে সেই প্ৰতিকৃতি দেখিও সন্মান দেখুৱায়। সকলোৱে তেখেতক এজন দিব্য দৃষ্টি সম্পন্ন ভবিষ্যদ্বক্তা বুলিয়েই গ্ৰহণ কৰিছিল। দৰাচলতে আমেৰিকাবাসীৰ সত্যপ্ৰিয়তা আৰু গুণ গ্ৰাহিতাতাৰ অতুলনীয়। এনেকি নিতান্ত নৈষ্ঠিক বা গোঁড়া ভাবৰ বাতৰি কাকত নিউইয়ৰ্ক হেৰাল্ডেও লিখিছিল "ধৰ্ম্ম মহাসভাত এখেতেই (স্বামী বিবেকানন্দই) নিঃসন্দেহে সৰ্ব্বপ্ৰধান ব্যক্তি। এখেতৰ বক্তৃতা শুনি সুশিক্ষিত ভাৰতবাসীৰ মাজলৈ খৃষ্টধৰ্ম্ম প্ৰচাৰক পঠোৱা কিমান নিৰ্বুদ্ধিতাৰ কাম তাক সহজে বুজিব পাৰি।"

"দি প্ৰেছ অব আমেৰিকা" নামক কাকতত প্ৰকাশিত হল--"ভাৰতত পুৰণি কলীয়া বিদ্যান্ত পাৰ্গত সুন্দৰ কান্তিপূৰ্ণ ডেকা বয়সৰ আচাৰ্য্য বিবেকানন্দই মহাসভাত যি বক্তৃতা দিলে তাক শুনি গোটেই সভা-মণ্ডলী স্তম্ভিত আৰু মুগ্ধ হৈছে। তাত বহুতো বিজ্ঞ আৰু প্ৰায় প্ৰত্যেক খৃষ্টীয় সম্প্ৰদায়ৰ ধৰ্ম্মোপদেষ্টাসকল উপস্থিত আছিল; সিবিলাক সকলোৱেই তেখেতৰ প্ৰভাৱত বিস্ময়ত অভিভূত হৈছে। এইমহাপুৰুষৰ বাগ্মিতা, তেখেতৰ বক্তৃতাৰ ভিতৰেদি প্ৰকাশ পোৱা

বুদ্ধিৰ কুশলতা আৰু তেওঁেতৰ চিৰ সম্মানিত ধৰ্মৰ সৌন্দৰ্য্য বৰ্ণনাত যেনে সুন্দৰ ইংৰাজী ভাষাৰে প্ৰকাশ কৰে ইত্যাদি বিলাক গুণ গোট খাই শ্ৰোতাসকলৰ মনত গভীৰ ভাবৰ সঞ্চাৰ কৰে।"

মহাসভাৰ বৈজ্ঞানিক শাখাৰ সভাপতি মাননীয় মিঃ মাৰউইন মেৰি স্নেল' মহোদয়ে লিখিছিল :—

"ধৰ্ম্ম মহাসভাত হিন্দুধৰ্ম্মৰ দৰে আন কোনো ধৰ্ম্মই প্ৰতিপত্তি বিস্তাৰ কৰিব পৰা নাই আৰু এই ধৰ্ম্মৰ সৰ্ব্বশ্ৰেষ্ঠ প্ৰতিনিধি আছিল স্বামী বিবেকানন্দ। মহাসভাত এখেতৰ প্ৰভাব আৰু আদৰ যে সকলোতকৈ অধিক হৈছিল সেই বিষয়ে আৰু বিন্দুমাত্ৰ সন্দেহ নাই। এখেতে প্ৰায়েই বক্তৃতা দিছিল। যাই সভাতটো দিছিলেই বৈজ্ঞানিক শাখা সভাতো (যত সভাপতি হবৰ সন্মান লাভ মোৰ ভাগ্যত ঘটিছিল) কেইবাটাও বক্তৃতা দিছিল, আৰু প্ৰত্যেক বাৰতে খৃষ্টান অখৃষ্টান সকলো বক্তাতকৈ মানুহে তেখেতকে বিশেষ সম্ভ্ৰমেৰে সৈতে অভ্যৰ্থনা কৰিছিল। তেখেত যি ফালেই গৈছিল সেই ফালেই মানুহ গৈ গোট লৈছিল আৰু তেখেতৰ মুখৰ একোটি কথা শুনিবলৈ উদ্‌গ্ৰীৱ হৈ ৰৈ আছিল। খৃষ্টানসকলৰ ভিতৰত যি সকল একেবাৰে নৈষ্ঠিক তেওঁ-বিলাকেও কৈছিল "সঁচাকৈয়ে এখেত মানুহ জাতিৰ অলঙ্কাৰ স্বৰূপ"।

মূল মহাসভাৰ সভাপতি বেভাৰেণ্ড ব্যাৰোজ মহোদয়ে লিখি-ছিল "স্বামী বিবেকানন্দই তেখেতৰ শ্ৰোতাসকলৰ ওপৰত আচৰিত ধৰণৰ প্ৰভাব বিস্তাৰ কৰিব পাৰিছিল"।

স্বামীজীৰ বিষয়ে ইয়াত উল্লেখ কৰা কেখনমান কাকতৰ আৰু কেজন মান মনস্বীৰ মতামত দেখি মনত ধাৰণা নকৰি যে এয়ে শেষ মন্তব্য। আমেৰিকাত হাজাৰ হাজাৰ কাকত

আমেৰিকাবাসী গণ্য-মান্য মানুহৰ মুখে মুখে স্বামীজীৰ গুণগান। তেখেতৰ সঙ্গ লাভ কৰিবলৈ ধনী আৰু মনস্বী সম্প্ৰদায়ৰ মাজত যেন অহিংঅহি লাগি উঠিল। তেখেতৰ মুখৰ এষাৰি কথা শুনিবলৈ সকলো যেন উদগ্ৰীৱ।

এই স্বামী বিবেকানন্দই পোনতে আমেৰিকালৈ আহি মূৰ গুজিবলৈ ঠাই নাপাইছিল। ভিক্ষা কৰিও খাবলৈ এমুঠি নাপাই এন্ধাৰ দেখিছিল। মনৰ দুখত ক্ষণিক দুৰ্ব্বলতাবশতঃ স্বদেশলৈ ঘূৰি যাবলৈকে হলেও ভাৰতৰ পৰা টকা পঠাবলৈ টেলিগ্ৰাফ কৰিবলৈ বাধ্য হৈছিল। আজি স্বামী বিবেকানন্দ সমগ্ৰ আমেৰিকাবাসীৰ অকল আমেৰিকাবাসী কিয় গোটেই পৃথিৱীৰে এজন ৰৰেণ্য পুৰুষ। তেখেতক আলহী ৰাখিবলৈ সকলোৰে দুৱাৰ মুকলি ৰবং স্বামীজীক পালে এতিয়া কৃতাৰ্থ বোধ কৰে।

এই সময়ত অৰ্থাৎ ধৰ্ম্মমহাসভা শেষ হোৱাৰ পিচত নবেম্বৰ মাহত ভাৰতলৈ লিখা চিঠিৰ একাংশ পঢ়িলেই বুজিব স্বামীজীৰ প্ৰতিষ্ঠাৰ কাৰণে এতিয়া আৰু চিন্তা নাই। তেখেতে লিখিছে :—

"আমেৰিকাবাসীৰ দয়াৰ কথা কি কম ? মোৰ এতিয়া কোনো অভাৱ নাই। মই বৰ সুখেৰে আছোঁ আৰু ইউৰোপলৈ যাবলৈকো মোক যি খৰচ লাগিব সেই টকা মই ইয়াতেই পাম। এতেকে তোমালোকে এতিয়া আৰু মোলৈ টকা পঠিয়াব নালাগে। মোৰ পোছাক প্ৰভৃতিত যি অধিক খৰচ লাগে তাৰ উপৰিও মোৰ হাতত এতিয়া ২০০ পাউণ্ড জমা আছে। খকা-খোৱাত মোৰ খৰচ নালাগে। মই যতে ইচ্ছা কৰোঁ চহৰৰ সুন্দৰ সুন্দৰ ঘৰত থাকিব পাৰোঁ। আৰু মই সদায় যাৰে তাৰে অতিথি হৈ আছোঁৱেই। এই জাতিৰ যেনে অনুসন্ধিৎসা তেনে আৰু কতো দেখিবলৈ নোপোৱা।"

অকল এয়ে নহয় স্বামীজীৰ অসাধাৰণ গুণাৱলীত আকৃষ্ট হৈ বহুতো সম্ভ্ৰান্তবংশীয়া কুলনাৰী তেখেতৰ প্ৰতি অনুৰাগিণী আৰু আন কি কোনো পাণিপ্ৰাৰ্থিনী পৰ্য্যন্ত হৈছিল। তেখেতে ইচ্ছা কৰা হলেই অনায়াসে অনন্ত ভোগসুখ কৰিব পাৰিলেহেঁতেন। কিন্তু তেখেতৰ প্ৰবৃত্তি তেনে নাছিল। তেখেতৰ মাজত ভণ্ডামি বা কপটতা থাকিব পাৰে নে? সঁচাকৈয়ে এসময়ত এগৰাকী পৰমাসুন্দৰী অথচ অতুল সম্পত্তিৰ অধিকাৰিণী যুৱতীয়ে স্বামীজীৰ চৰণ তলত পৰি নিজৰ ৰূপ-যৌৱন সমৰ্পণ কৰিবলৈ অনুমতি প্ৰাৰ্থনা কৰিলে। স্বামীজীয়ে তৎক্ষণাৎ কলে "ভদ্ৰে, মই যে সন্ন্যাসী! সন্ন্যাসীৰ পক্ষে নিখিল বিশ্বৰ সকলো ৰমণীয়েই যে মাতৃ।" স্বামীজীৰ চৰিত্ৰবল কিমান আছিল ইয়াৰ পৰা কিছু অনুমান কৰিব পাৰি। এটা কথা লক্ষ্য কৰিব লগীয়া এয়ে যে এতিয়া স্বামীজীৰ এনে আদৰ, নাম যশ প্ৰশংসা প্ৰভৃতিয়ো তেখেতৰ মনত অলপো অহঙ্কাৰ ভাব নাছিল। বৰং বহুত সময়ত কোনো কোটিপতিৰ বিশেষ অনুৰোধ এৰাব নোৱাৰি যেতিয়া কল্পনাৰো অতীত সুখত আতিথ্য গ্ৰহণ কৰে তেতিয়া স্বামীজীৰ চকুলোহে ওলায়—হায় হায়, মোৰ স্বদেশবাসী ইয়াৰ তুলনাত কিমান দৰিদ্ৰ! আৰু মই ইয়াত সুখত মগন হয় নে? সঁচাকৈয়ে এৰাতি এনে সুখৰ মাজত কুসুমকোমল শয্যাত শুব নোৱাৰি ৰাতি উঠি খিড়িকিৰ ওচৰত ঠিয় হৈ জন্মভূমিৰ অভাৱৰ কথা ভাবি কান্দিছিল। ধন্য বীৰহৃদয় স্বামীজী তোমাৰ স্বদেশ প্ৰেম। যতে যেনেকৈ থাকিলেও স্বামীজীয়ে কেতিয়াও স্বদেশৰ কথা পাহৰা নাই। তেখেতৰ যাবতীয় কাৰ্য্য-কলাপতে তাৰ অশেষ প্ৰমাণ পোৱা যায়। উদ্দেশ্যও আছিল স্বদেশৰ কল্যাণ- নিজ মহিমান ধৰ্মৰ ওপৰত কৰা অযথা আক্ৰমণ নিৰসন পূৰ্ব্বক পৃথিৱীত তাৰ নিজ উচ্চাসন লাভ আৰু

প্ৰভাৱ বিস্তাৰ। এই কাৰ্য্যত বিদ্যুৎগতিৰে স্বামীজীৰ অমানুষিক পৰিশ্ৰমৰ ফলাফল উত্তৰ কালত আমি দেখা পাইছোঁ আৰু সৰহ কি তাৰ মহৎ প্ৰতিক্ৰিয়াৰ সুফল আমাৰ জীৱনত ভোগ কৰিবলৈ পাইছোঁ যে অলপ ভাবি চালেই অনুভৱ কৰিব পাৰি।

চিকাগো ধৰ্ম্মমহাসভাত স্বামীজীৰ প্ৰতিপত্তি আৰু পৃথিৱীব্যাপী তেখেতৰ যশোগানত মুখৰিত হোৱা দেখি এদল নীচাশয় স্বাৰ্থান্ধ লোকৰ ঈৰ্ষাভাৱ জাগি উঠিল। ইয়াত যোগ দিলে ভাৰতৰো এজন খ্যাত নামা সংস্কাৰ প্ৰয়াসী লোকে। তেখেতৰ হিংসা যে স্বামীজীৰ কাৰণে তেখেতৰ যশস্যা এই দেশত বৰ্ত্তমানে হীনপ্ৰভ হৈ গল। আন কি এইজনে মহাসভাৰ অভ্যৰ্থনা কমিটিক পৰ্য্যন্ত তলে তলে বহুতো কথা লগাইছিল। 'ভাৰতত তেওঁক কোনেও নাজানে। ইয়াত সন্ন্যাসীৰ ভাও লৈ প্ৰতিনিধিত্ব কৰিবলৈ আহিছে ইত্যাদি। কিন্তু স্বামীজীৰ চাল-চলন দেখি কথা বাৰ্ত্তা শুনি কৰ্ত্তৃপক্ষৰ সেই কথাত বিশ্বাস নহল। এতিয়া গোঁড়া খৃষ্টান সম্প্ৰদায়ৰ কিছুমান পাদ্ৰীৰ তলখুচৰীয়া কাৰ্য্যত যদিও আমেৰিকাত কিছুমান কাল্পনিক দোষ আৰোপ কৰি, মিছা বদনাম উলিয়াই স্বামীজীক হেয় প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল সেই মিছা কথাত কোনেও হয়ভৰ নিদিলে। খৃষ্টিয়ান পাদ্ৰী-সকলৰ স্বামীজীৰ ওপৰত আক্ৰোশ হবৰ কথাও। কাৰণ স্বামীজীয়ে সিবিলাকৰ অন্যায় কাৰ্য্য আৰু মিছা প্ৰচাৰৰ দ্বাৰা ভাৰতীয় ধৰ্ম্ম আৰু জাতিৰ ৰীতি-নীতি, চলন-ফুৰণ সভ্যতা প্ৰভৃতিৰ যি অদ্ভুত আৰু মিছা কলঙ্ক আৰোপ ইমান দিনে কৰি ভাৰত বৰ্ব্বৰৰ দেশ বুলি প্ৰতিপন্ন কৰি আহিছিল এতিয়া তাৰ মূলতে কুঠাৰাঘাত পৰাত তেওঁবিলাকৰ ভাৰতত বাহাদুৰী কৰিবলৈ যাবলৈ প্ৰয়োজন নহব পাৰে। বিশেষতঃ এতিয়া কোনো কোনো

মনস্বী আৰু বহুতো কাকতে পত্ৰই তেনে কথা প্ৰকাশো কৰিছিল যে ধৰ্ম্মে ভাৰত এনে উন্নত জাতিৰ মাজলৈ আমাৰ মিচনাৰি পাদুৰিসকলক পঠোৱাৰ প্ৰয়োজন কি? যি হওক, এই হীন প্ৰচাৰৰ বা হীন প্ৰচেষ্টাৰ বিপক্ষে স্বামীজীয়ে প্ৰকাশ্যে এবাৰ কথাও কেতিয়াও কোৱা নাই। এনে কি এসময়ত এই দলৰ মানুহে স্বামীজীকে পৰীক্ষা কৰিবলৈ কেইবাজনীমান সুন্দৰী গাভৰু পঠাই দিছিল। তেওঁবিলাকক কৈ দিছিল যদিহে এই কাৰ্য্যত কৃতকাৰ্য্য হব পাৰে তেন্তে যথেষ্ট পুৰস্কাৰ দিয়া হব। সেইমতে তেওঁবিলাকে স্বামীজীৰ ওচৰলৈ গৈ নানা প্ৰকাৰ প্ৰলোভনৰ দ্বাৰা তেখেতৰ পদস্খলনৰ চেষ্টা কৰিছিল। স্বামীজীৰ অটল সংযম আৰু ইন্দ্ৰিয় দমন ক্ষমতাত সকলো চেষ্টা ব্যৰ্থ হোৱাত বাধ্য হৈ স্বামীজীৰ ওচৰত তেওঁবিলাকে সকলো কথা খুলি কৈ নিজে অনুতপ্ত হল আৰু ক্ষমা প্ৰাৰ্থনা কৰিলে।

এদিন স্বামীজীৰ এজন বন্ধুৱে তেখেতৰ বিৰুদ্ধে কৰা মিছা প্ৰচাৰৰ প্ৰতিবাদ কাকতে পত্ৰে কিয় প্ৰকাশ কৰা নাই বুলি সোধাত স্বামীজীয়ে উত্তৰ কৰিলে "এনেবোৰ মিছা কথাৰ প্ৰতিবাদ কৰিবৰ প্ৰয়োজন নাই। সঁচা কথা আপোনা আপুনি প্ৰকাশ পাব আৰু মিছা লোপ পাব। বিশেষতঃ নিজৰ স্বাৰ্থ ৰক্ষাৰ অৰ্থে সন্ন্যাসীৰ পক্ষে কোনো কথা কোৱা নিষিদ্ধ।

এই স্বাৰ্থান্ধ দলে অকল আমেৰিকাতে স্বামীজীৰ বিৰুদ্ধে কুৎসা ৰটনা কৰি ক্ষান্ত হোৱা নাই। তেওঁবিলাকে ভাৰতভো খৃষ্টিয়ান পাদুৰী সকলৰ জৰিয়তে বহুতো কাল্পনিক অপবাদ আৰু মিছা কথা প্ৰচাৰ কৰি ভাৰতত স্বামীজীৰ প্ৰভাৱ লোপ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁবিলাকে প্ৰচাৰ কৰিছিল যে আমেৰিকাত স্বামীজীক কোনেও গ্ৰাহ্য কৰা নাই আৰু এতিয়া তেখেত ভোগ

বিপ্লাসত মত্ত হৈ যত্তে তত্তে ঘূৰি ফুৰিছে ইত্যাদি। স্বামীজীয়ে ভাৰতীয় ভক্তসকলৰ পৰা চিঠিত ইয়াৰ সম্বাদ পাই সিবিলাকলৈ আশ্বাস দি লিখিলে যে সেইবোৰ সকলো মিছা কথা। আমেৰিকাৰ জন সাধাৰণে মোক খুব যত্ন কৰিছে। বিশেষকৈ পুৰোহিত সম্প্ৰদায়ে। মিছনাৰিসকলে তেওঁবিলাকৰ প্ৰতিপত্তি নষ্ট হোৱা দেখি পাগলৰ দৰে হৈ সেইবোৰ মিছা প্ৰচাৰ কৰি ভাবিছে সেয়েই তেওঁবিলাকক ৰক্ষা কৰিব। তেওঁবিলাকৰ এনে ভ্ৰান্ত ধাৰণাৰ কাৰণে মোৰ দুঃখ হয়। সঁচাকৈয়ে ইবিলাক দয়া কৰিবৰ পাত্ৰ। কিন্তু ইয়াত যি সকল প্ৰধান ধৰ্ম্মোপদেশক আছে সিহঁতবিলাকৰ এজনো মোৰ বিৰোধী নহয়।

দুৰভিসন্ধিমূলক হীন প্ৰচেষ্টাৰদ্বাৰা স্বাৰ্থান্বেষী এই দলটোৱে ভাৰতীয় লোকসকলৰ ওপৰত কোনো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে। বৰং স্বামীজীৰ অপূৰ্ব্ব বিজয় বাতৰিত গোটেই ভাৰতে আনন্দৰ প্ৰবাহ অবিৰত ববলৈ ধৰিছিল। ভাৰতীয় সংবাদ-পত্ৰ বিলাকে আমেৰিকাত প্ৰকাশ হোৱা কাকতৰ পৰাই সকলো বাতৰি এনে কি স্বামীজীৰ জগদ্বিখ্যাত বক্তৃতাটিও সম্পূৰ্ণ-ৰূপে পাই তাক প্ৰকাশ কৰি তাৰ ওপৰত সম্পাদকীয় মন্তব্য ক্ৰমে লিখি প্ৰচাৰ কৰিবলৈ ধৰিলে। মুঠতে স্বামীজীৰ যশোগান মাদ্ৰাজৰ পৰা হিমালয়লৈ আৰু কলিকতাৰ পৰা বোম্বাইলৈকে বিয়পি পৰিছিল আৰু দেশবাসী সকলোৱেই ইয়াৰ বাবে গৰ্ব্ব অনুভৱ কৰিছিল। গোটেই ভাৰতৰ ঘৰে ঘৰে স্বামীজীৰ নাম বিজুলী গতিৰে প্ৰচাৰিত হবলৈ ধৰিলে। বোম্বাই, মাদ্ৰাজ, বঙ্গদেশ, পঞ্জাব, ৰাজপুতনা, মধ্যপ্ৰদেশ প্ৰভৃতিৰ চহৰে চহৰে বিৰাট জন-সভা বহি স্বামীজীৰ গুণ কীৰ্ত্তন কৰিবলৈ ধৰিলে আৰু তেখেতৰ প্ৰতি অভিনন্দন জ্ঞাপন কৰিলে। ব্যক্তিগত ভাৱেও বহুতো

ৰজা-মহাৰাজাই তাঁৰযোগে স্বামীজীক কৃতজ্ঞতা জনালে। গোটেই ভাৰতব্যাপী আনন্দৰ আৰু উৎসাহৰ আন্দোলন উত্থাপিত হল। মুমূর্ষ ভাৰতবাসীৰ প্ৰাণত যেন নতুন স্পন্দন অনুভূত হল। ভাৰতৰ ভাগ্যত এনে দিন বহুকাল হোৱা নাছিল। ভাৰতীয় সকলৰ ইমান দিনে পৰৰ সেৱা কৰি, পৰৰ হাত-মুখলৈ চাই, নানা অপমান লাঞ্ছনা নিজ অঙ্গৰ ভূষণ কৰি হতভাগ্য জীৱন যাপন কৰিছিল কিন্তু এই পুৰুষসিংহৰ বাক্যাৱলীত এনে শক্তি আছে যাৰ প্ৰভাৱত সভ্যতাভিমানী পাশ্চাত্য জাতি বিলাক আজি এই বৰেণ্য পুৰুষক সন্মান কৰি ভাগ্যবান বোধ কৰিছে। অৰ্দ্ধেক পৃথিৱী এতিয়া এইজন পুৰুষৰ কথাত মতলীয়া। এইজন সন্ন্যাসশ্ৰেষ্ঠীৰ বিজয় ঘোষণাত মুগ্ধ মতবাদৰ অনুগামী। ভাৰতীয় সকলৰ পক্ষে এয়ে প্ৰথম ভাগ্য বিবৰ্ত্তন—নতুন আশাৰ বাণী, নতুন আলোকপাতত উদ্যমশীল, আশান্বিত!

ভাৰতৰ সকলো ঠাইতে স্বামীজীৰ কৃতকাৰ্য্যতাত হিন্দুধৰ্ম্মৰ পুনৰায় বিজয় পতাকা উড্ডীয়মানতাত, পাশ্চাত্য দেশত তাৰ প্ৰভাৱ বিস্তাৰত আনন্দ উৎসৱ হলেও, মাদ্ৰাজ আৰু কলিকতাত উৎসাহ আন সকলো ঠাইতকৈ অধিক যেন দেখা গৈছিল। মাদ্ৰাজৰ গৌৰৱ,—যে পোনতে সিবিলাকৰ চেষ্টাতে স্বামীজী আমেৰিকালৈ অংযাত্ৰা কৰিব পাৰিছিল আৰু কলিকতাৰ গৌৰৱ—এনে সুসন্তানৰ জন্মস্থান হব পাৰি। ইং ১৮৯৪ চনৰ ৫ চেপ্তেম্বৰ তাৰিখে কলিকতাৰ টাউনহলত বিৰাট জনসভা হয়। সেই সভাত কলিকতা আৰু ওচৰৰ মফস্বলৰো সহতো সভ্ৰান্ত ৰাজা, জমিদাৰ, ডাক্তৰ উকীল, গণ্য-মান্য, পণ্ডিত মণ্ডলী প্ৰভৃতি সকলো সম্প্ৰদায়ৰ নেতৃস্থানীয় লোকসকল সমবেত হৈছিল। সভাপতিত্ব কৰিছিল ৰাজা পিয়াৰী মোহন মুখোপাধ্যায় চি, আই, ই মহোদয়ে।

*

এই সভাত বক্তৃতা প্রসঙ্গত খ্যাতনামা বহুতো মনিষীয়ে অংশ গ্রহণ কৰিছিল। তাত আন বহুতো কথাৰ ভিতৰত এই কথাও ঘাইকৈ প্ৰকাশিত হৈছিল। কলিকতা চহৰত এনে ধৰণৰ সভা আগেয়ে কেতিয়াও হোৱা নাছিল আজিৰ সভা কোনো ৰজা মহাৰাজা বা কোনো উচ্চপদস্থ ৰাজকৰ্মচাৰীক সন্মান দেখুৱাবলৈ গোট খোৱা নাই। আজি এজন সন্যাসীৰ প্ৰতি সন্মান দেখুৱাবলৈ আমি সমবেত হৈছো। এই সন্যাসীয়ে সাগৰ পাৰ হৈ গৈ হিন্দুধৰ্ম্ম বিস্তাৰৰ কাৰণে প্ৰাণপণ পৰিশ্ৰম কৰিছে। আৰু এটা গৌৰৱৰ কথা যি জনক আমি সন্মান দেখুৱাবলৈ ইয়াত গোট খাইছোঁহক তেওঁৰ বয়স এতিয়া ত্ৰিশ বছৰ মাথোন। এই কম বয়সতে তেওঁৰ অসামান্য গুণাৱলীৰ সহায়েৰে বৰ্ত্তমান জগতৰ সৰ্ব্ববিষয়ত অগ্ৰণী এটা জাতিক বিষয়াভিভূত আৰু মন্ত্ৰমুগ্ধ কৰিব পাৰিছে। ইয়াৰ পৰা বুজা যায় তেওঁ যেনে অসাধাৰণ শক্তিসম্পন্ন। তেওঁৰ কাৰ্য্যাৱলীত হিন্দুজাতি পুনৰ্জ্জীবিত হৈছে। সঁচাকৈয়ে তেওঁক বৰ্ত্তমান অন্ধকাৰময় ইতিহাসত এটি উজ্জ্বল বিজুলী ৰেখা বুলিব পাৰি। ই আমাৰ মনত অপূৰ্ব্ব আশাৰ সঞ্চাৰ কৰিছে। স্বদেশভক্ত স্বামী বিবেকানন্দই যেনে নিষ্কাম আৰু একনিষ্ঠ ভাবে আমাৰ হকে পাশ্চাত্যদেশত কাম কৰিছে সি সকলোৰে অনুকৰণ যোগ্য। অপৰপক্ষে আমেৰিকাবাসীৰ সূক্ষ্ম অন্তৰ্দৃষ্টি আৰু গুণগ্ৰাহিতা বাক্যেৰে প্ৰশংসা কৰি অন্ত কৰিব নোৱাৰি। ইও সমানে অতুলনীয় আৰু সেই বাবে আমেৰিকাবাসীও আমাৰ অশেষ ধন্যবাদ আৰু কৃতজ্ঞতাৰ পাত্ৰ।

সভাত সৰ্ব্বসন্মতিক্ৰমে তলত লিখা প্ৰস্তাৱ কেইটি গৃহীত হৈছিল:—

১ম—এই সভাই হিন্দুধৰ্ম্মৰ কাৰণে স্বামী বিবেকানন্দই চিকাগোৰ বিৰাট ধৰ্ম্মসভাত যি মহৎ কাৰ্য্য সম্পাদন কৰিলে আৰু তাৰ পিচতো আমেৰিকাৰ আন আন ঠাইটো যিবিলাক কাৰ্য্য কৰিব লাগিছে তাৰ বাবে তেওঁখতৰ প্ৰতি বিশেষ কৃতজ্ঞতা প্ৰদৰ্শন কৰিছে।

২য়—এই সভাই চিকাগো মহাসভাৰ সভাপতি ডাক্তৰ জে, এইচ বেৰোজ আৰু বিজ্ঞান শাখাৰ সভাপতি মিঃ মাৰউইন মেৰী স্নেল আৰু সাধাৰণ ভাবে সকলো আমেৰিকাবাসীকে স্বামী বিবেকানন্দৰ প্ৰতি সহৃদয় আৰু সহানুভূতিপূৰ্ণ ব্যৱহাৰৰ কাৰণে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছে।

আন এটা প্ৰস্তাৱৰ দ্বাৰা উক্ত প্ৰস্তাব দুটাৰ নকল স্বামী-বিবেকানন্দ, ডাঃ বেৰোজ আৰু মিঃ স্নেল মহোদয়লৈ আৰু তলত দিয়া চিঠিখন স্বামী বিবেকানন্দলৈ পঠাবলৈ সভাপতি মহোদয়ক ভাৰ দিয়া হল।

## চিঠি

শ্ৰীমৎ বিবেকানন্দ স্বামীৰ প্ৰতি—

আৰ্য্য!

আপুনি ইং ১৮৯৩ চনৰ চেপ্তেম্বৰ মাহত চিকাগো মহানগৰীৰ ধৰ্ম্মমহাসভাত অসাধাৰণ কৃতিত্বৰে সৈতে হিন্দুধৰ্ম্মৰ মাহাত্ম্য ঘোষণা কৰা বাবে ১৮৯৪ চনৰ ৫ চেপ্তেম্বৰ তাৰিখে কলিকতা মহানগৰী আৰু তাৰ ওচৰৰ ঠাইবিলাকৰ অধিবাসী সকলে কলিকতা টাউনহলত এখন মহতী জনসভাৰ আহ্বান কৰে। সেই সভাৰ সভাপতিৰূপে মই আপোনাক অতিশয় আনন্দেৰে সৈতে স্থানীয় হিন্দুসমাজৰ পক্ষৰ পৰা আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিছোঁ।

যি সকলৰ প্ৰতিনিধিৰূপে আপুনি হিন্দুধৰ্মৰ গৌৰৱধ্বজা উড্ডীন কৰিবৰ নিমিত্তে আমেৰিকালৈ গৈছিল সেই লোকসকলে আপোনাৰ কঠোৰ আত্মত্যাগ আৰু দুঃসহ কষ্ট সম্যক হৃদয়ঙ্গম কৰিছে আৰু তেওঁবিলাকৰ হৃদয়ৰ প্ৰিয়বস্তু পবিত্ৰ আৰ্য্যধৰ্মক আপুনি যি ভাবে বক্তৃতা আৰু উপদেশ আদিৰদ্বাৰা ব্যাখ্যা কৰিছে তাৰ কাৰণে আপুনি সিবিলাকৰ বিশেষ ধন্যবাদৰ পাত্ৰ।

আপুনি ইং ১৮৯৩ চনৰ ১৯ চেপ্তেম্বৰ তাৰিখে চিকাগো ধৰ্ম্ম মহাসভাৰ অধিবেশনত আপুনি পাঠ কৰা প্ৰবন্ধত হিন্দুধৰ্ম্মৰ মূল তত্ত্ববিলাক যেনে সুন্দৰ আৰু পৰিষ্কাৰ ভাবে বুজাইছে আমাৰ বিবেচনামতে এটা বক্তৃতাত তাতোকৈ অধিক সুন্দৰ ব্যাখ্যা আৰু হব নোৱাৰে। তাৰ পিচতো আপুনি সেই বিষয়ে আন আন ঠাইতো যি কৈছে সিও সেইদৰেই সৰল আৰু বিশুদ্ধ। হিন্দু জাতিৰ দুৰ্ভাগ্যক্ৰমে তেওঁবিলাকৰ ধৰ্ম্ম বহুদিনৰে পৰা জগতত অনাদৃত আৰু মিছা বুলি কল্পিত হৈ আহিছে। গতিকে যি সেই অনাদৰ আঁতৰ কৰিবলৈ আৰু মিছা কল্পনা নষ্ট কৰি তাৰ ঠাইত সত্য প্ৰতিষ্ঠাৰ কাৰণে সাহস আৰু শক্তি সঞ্চয়পূৰ্ব্বক বিদেশত বিভিন্নধৰ্ম্মী আৰু বিপৰীতাচাৰী লোকসকলৰ মাজলৈ গৈছে তেখেতৰ প্ৰতি কৃতজ্ঞ নোহোৱাকৈ থাকিব পাৰি নে?

যিসকল মহোদয়ে মহাসভাৰ আয়োজন কৰিছিল আৰু আপোনাক উৎসাহ আৰু বক্তৃতা দিবৰ সুযোগ কৰি দিছিল আৰু যিসকল মহদাশয় শ্ৰোতাই ধীৰ সহিষ্ণু ভাবে আৰু প্ৰসন্নচিত্তে আপোনাৰ বক্তৃতাবলী শুনিছিল সিবিলাকো আমাৰ কম ধন্যবাদৰ পাত্ৰ নহয়। হিন্দুধৰ্ম্মৰ ইতিহাস পৰ্য্যালোচনা কৰিলে দেখা যায় যে এজন্য যাখোন এই ধৰ্ম্মৰ প্ৰচাৰৰ কাৰণে বিদেশত বিধৰ্ম্মীসকলৰ

মাজত দণ্ডায়মান হৈছে আৰু সৌভাগ্যক্ৰমে সেই প্ৰচাৰক আপোনাৰ দৰে এজন কৃতী আৰু সৰ্ব্বগুণান্বিত মহানুভব পুৰুষ।

আপোনাৰ স্বদেশীয়সকল, স্বনাগৰিকসকল আৰু স্বধৰ্ম্মীসকলে বিবেচনা কৰে যে প্ৰাচীন ধৰ্ম্মৰ প্ৰকৃত তথ্য প্ৰচাৰৰ কাৰণে যদি আপোনাক তেওঁবিলাকৰ হৃদয়ৰ একান্ত সহানুভূতি আৰু কৃতজ্ঞতা জনোৱা নহয় তেতিয়া হলে তেওঁবিলাক কৰ্ত্তব্যহানিজনিত গুৰুতৰ অধৰ্ম্মত লিপ্ত হব। আপুনি যি কাৰ্য্য আৰম্ভ কৰিছে তাত ভগবান সহায় হওক আৰু তাক সম্পন্ন কৰিবৰ কাৰণে আপোনাৰ গাত উপযুক্ত বল আৰু শক্তি সঞ্চাৰ কৰক। ইতি—

নিবেদক—
শ্ৰীপ্যাৰীমোহন মুখোপাধ্যায়
সভাপতি।

ভাৰতৰ অন্যান্য লোক যি স্থলত এনে ভাবে আনন্দিত হৈছিল তেতিয়া বৰাহ নগৰ মঠৰ গুৰুভকতসকল যে আনন্দত আত্মহাৰা হব তাত আচৰিত হবৰ একো নাই। তেওঁবিলাকে দেখিলে যে শ্ৰীশ্ৰীপৰমহংসদেৱে যি কথা কৈছিল এতিয়া সেই কথা বৰ্ণে বৰ্ণে ফলিয়ালে। তেখেতে কৈছিল "নৰেনে জগতক মতলীয়া কৰিব।" প্ৰকৃততে এতিয়ানো জগতক মতলীয়া কৰিবলৈ বাকী কি থাকিল? গোটেই জগতত স্বামী বিবেকানন্দৰ নাম-যশ এই যাত্ৰাতে প্ৰতিষ্ঠা হৈ গল। পৰমহংসদেৱৰ দিব্যদৃষ্টিত তেওঁবিলাক স্তম্ভিত হল। সঁচাকৈয়ে স্বামীজী এতিয়া আৰ্য্যাবৰ্ত্তৰ প্ৰধান গৌৰব স্তম্ভ, আৰ্য্য জাতিৰ আশাস্থল আৰু আৰ্য্যধৰ্ম্মৰ বৰণীয় আচাৰ্য্যৰূপে সকলোৱে হৃদয়ত প্ৰতিষ্ঠা লাভ কৰিলে। চিকাগো ধৰ্ম্মমহাসভাখন এনে স্বামী

বিবেকানন্দৰ উজ্জ্বল যশোৰাশি প্ৰতিভাত হবলৈহে ভগবানৰ ইঙ্গিতত অনুষ্ঠিত হবৰ ব্যৱস্থা হৈছিল। স্বামীজীৰ উচ্চ আদর্শ মহৎ হৃদয়, অত্যদ্ভুত মনিষাৰ আৰু বহুমুখী প্ৰতিভাৰ বিকাশৰ উপযুক্ত স্থল গোটেই পৃথিবীৰ সমবেত ধাৰ্ম্মিক আৰু পণ্ডিত-মণ্ডলীৰ চিকাগো ধৰ্ম্মমহাসভা।

---

# আমেৰিকা আৰু ইউৰোপত প্ৰচাৰ

মহাসভাৰ অধিবেশনৰ পিছত স্বামীজীয়ে পোনতে প্ৰায় দুবছৰলৈকে আমেৰিকাত থাকি প্ৰচাৰকাৰ্য্য কৰিছিল। এতিয়া স্বামীজীক ডাঙৰ ডাঙৰ সভাত বক্তৃতা দিবলৈ নিমন্ত্ৰণ আহিবলৈ ধৰিলে। স্বামীজীয়েও তেনে নিমন্ত্ৰণ কেতিয়াও প্ৰত্যাখ্যান কৰা নাছিল। কাৰণ তেখেতে বুজিছিল মহাসভাত তেখেতৰ কাৰ্য্যৰ সূচনা হে হৈছে। প্ৰকৃত কাম এতিয়াহে কৰিব লাগিব এনে সময়তে আমেৰিকাৰ এটা বিখ্যাত * "বক্তৃতা কোম্পানী" Lecture Bureaw স্বামীজীক সিবিলাকৰ অনুষ্ঠানত যোগ দিবলৈ অনুৰোধ কৰিলে। কোম্পানীয়ে ভাবিছিল স্বামিজীৰ এতিয়া নাম যশ যথেষ্ট হৈছে। তেখেতৰ সহায়ত ভাল উপাৰ্জ্জন কৰিব পৰা যাব। আন পক্ষে স্বামীজীয়েও ভাবিছিল পোনতে ইয়াত সোমাই লব পাৰিলে তেখেতৰ উদ্দেশ্যও কিছু সিদ্ধি হব আৰু যি টকা পোৱা যাব

* আমেৰিকাত এই কোম্পানীৰ কাম হৈছে প্ৰসিদ্ধ বক্তা সকলৰ হতুৱাই বেলেগ বেলেগ ঠাইত বক্তৃতা দিয়াৰ ব্যৱস্থা কৰি দিয়া। এই বক্তৃতা শুনিবলৈ টিকট লব লাগে। তাৰ পৰা যি টকা উঠে তাৰ এটা অংশ এই বক্তাজনে পায়। ই একপ্ৰকাৰ চাকৰিয়েই। কাৰণ তাত যোগ দিলে স্বাধীনভাবে আন কতো বক্তৃতা দিব নোৱাৰি। কোম্পানীৰ ভাগৰ টকাৰ এটা ভাগ খৰচ যায়, বাকী ভাগ লাভ হয়। এনে বক্তৃতা ব্যৱস্থাৰ পৰা সমাজৰ হানি নহৈ বৰং উপকাৰেই হয়।

তাৰে ভাৰতত জনহিতকৰ বহুতো কাম কৰিব পৰা যাব। এই ভাবি স্বামীজীয়ে সেই কোম্পানীত যোগ দিলে আৰু সিবিলাকৰ দিহামতেই নানা ঠাইত বক্তৃতা দিয়াত প্ৰথম বক্তৃতাতে কোম্পানীয়ে তেওঁতক ২৭০০৲ টকা দিছিল। যি হওক আন নহলেও এই বক্তৃতা বিলাকৰ জৰিয়তে স্বামীজীয়ে ভাৰতবৰ্ষৰ বিৰুদ্ধে যিবোৰ বিৰুদ্ধ মিছা জনমত আছিল,—যেনে ভাৰতবৰ্ষ অসভ্যবিলাকৰ দেশ, তাৰ মানুহবিলাকে পুতলা, শিল, গছ পূজা কৰে অৰ্থাৎ মানুহবোৰ অধম পৌত্তলিক, সমাজত অতি কুৎসিৎ আচাৰ নিয়ম আছে, এনে কি সন্তান হলেও নদীত ঘৰিয়ালৰ মুখত পেলাই দিয়ে ইত্যাদি—এই মিছাবোৰ খণ্ডন কৰিবলৈ আৰু লগে লগে এনে মিছা প্ৰচাৰকসকলকো চোকা-ভাষাৰে জবাব দি বুজাবলৈ সুযোগ পাইছিল। অকল এয়ে নহয় হিন্দুধৰ্মৰ বিষয়েও নানা ঠাইত নানাভাবে বক্তৃতা দি বুজাবলৈ চেষ্টা কৰিছিল। যিশুখৃষ্ট আৰু মাতাৰ মেৰীৰ ওপৰত স্বামীজীৰ ভক্তি সিবিলাকৰ বিষয়ে গভীৰ জ্ঞানৰ পৰিচয় পাই আমেৰিকাৰ ধৰ্মযাজক সম্প্ৰদায়, প্ৰকৃত আৰু ধাৰ্মিকপুৰুষ সকলে স্বামীজীক অতিশয় ভক্তি কৰিছিল আৰু তেওঁতেৰ লগত খৃষ্টধৰ্ম্ম সম্বন্ধে গবেষণা কৰিছিল। মুঠৰ ওপৰত স্বামীজীৰ এই বক্তৃতা বিলাকৰ পৰা মিছা সংস্কাৰৰ পৰিবৰ্ত্তে পাশ্চাত্যদেশবাসীয়ে ভাৰতবৰ্ষ আৰু হিন্দুধৰ্ম্ম সম্বন্ধে আচলমতে বুজিবলৈ সক্ষম হৈছিল। যি যি বিষয়ে বক্তৃতা দি এই সত্য প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল, সেই বিষয়বিলাকৰ কেইটামান আছিল—"হিন্দুসকলৰ আচাৰ পদ্ধতি," 'ভাৰত অজ্ঞানাচ্ছন্ন দেশ নে?' "ভাৰতৰ নাৰীজাতি" ইত্যাদি।

বক্তৃতা কোম্পানীৰ জৰিয়তে প্ৰায় দুমাহৰ ভিতৰতে আমেৰিকাৰ পূব আৰু মাজ পশ্চিমৰ যাবতীয় ডাঙৰ ডাঙৰ চহৰ বিলাকত বক্তৃতা দিবলৈ যথেষ্ট কোবেৰে তেওঁ ঘূৰি ফুৰিব লগাত পৰিছিল। ব্ৰহ্মচাৰী বিবেকানন্দৰ বাহিৰে আনৰ পক্ষে এনে পৰিশ্ৰম কৰিবলৈ সামৰ্থ্য নহ'লহেঁতেন। মুঠতে স্বামীজীয়ে চিকাগো, আইওৱা চিটি, ডিছমনিয়েছ, সেণ্টলুই, ইণ্ডিয়ানা পোলিচ, মিনিয়া পোলিচ, ডেট্ৰয়েট, হাৰ্টফোৰ্ড, বাফেলো, বোষ্টন, কেম্ব্ৰিজ, বাল্টিমোৰ, ওৱাশিংটন, ব্ৰুকলিন, আৰু নিউইয়ৰ্ক প্ৰভৃতি চহৰত ইতিমধ্যে বক্তৃতা দি ফুৰিছিল। অৱশ্যে অতি দুঃখৰ কথা এই চহৰ বিলাকত দিয়া বক্তৃতা বিলাকৰ বিষয়বস্তু আৰু ভ্ৰমণৰ সঠিক তালিকা পাবৰ কোনো উপায় নাই। তেখেতে কেতিয়াও কোনো বক্তৃতা লিখি দিয়া নাছিল। আৰু তেতিয়াৰ দিনত বক্তৃতা টুকি ৰাখিবৰ কাৰণে Short hand বা তেনে বিধান উন্নত হোৱা নাছিল।

কিছুদিন এই কোম্পানীৰ জৰিয়তে বক্তৃতা দিয়াৰ পিচত স্বামীজীয়ে দেখিলে যে আগৰ দৰে কোম্পানীয়ে তেখেতক এতিয়া ঠিকমতে পাৰিশ্ৰমিক নিদিয়ে, কিছু কৃপণতা কৰে। অথচ তেখেতৰ বক্তৃতাৰ পৰা কোম্পানীৰ ক্ৰমে অধিক মাত্ৰাত লাভ হৈছে। এই কথাত তেখেতে মনে মনে বিষম পাই আছিল। তদুপৰি ভাবিলে যেই উদ্দেশ্যৰ কাৰণে হলেও সন্ন্যাসীৰ পক্ষে সঞ্চয় নিষিদ্ধ। মহান ত্যাগী পুৰুষ পৰমহংসদেৱৰ শিক্ষালৈকো এতিয়া তেখেতৰ মনত পৰিল। ইত্যাদিবোৰ কথাত শেষত নিউইয়ৰ্কৰ এটা বক্তৃতাত কোম্পানীয়ে প্ৰায় সাৰে সাত হাজাৰ টকা উপাৰ্জন কৰি স্বামীজীৰ ভাগত দিলে মাথোন ৬০০৲ ছশ টকা। ইয়াত তেখেতে বেয়া পালে আৰু এতিয়াৰ পৰা সেই কোম্পানীৰ

কাম এৰি দিলে! তেখেতে এতিয়াৰ পৰা প্ৰতিজ্ঞা কৰিলে যে সেই দেশৰ অভাৱ পুৰাবলৈ যি চেষ্টা কৰিব তাৰ বাবে এক কপৰ্দ্দিকো আৰু গ্ৰহণ নকৰে।

বক্তৃতা কোম্পানীৰ কামত নানা ঠাইত ঘূৰি ফুৰোঁতে স্বামীজীয়ে সময় আৰু সুযোগ পালেই নিজেও অভিজ্ঞতা আৰু শিক্ষা অৰ্জ্জনৰ কাৰণে চেষ্টাৰ ক্ৰটী কৰা নাছিল। তেখেতে নানা চহৰৰ বিশ্ববিদ্যালয়, চিত্ৰশালা, মিউজিয়ম (পুৰণিবস্তু গোটাই থোৱা বিধান) ডাঙৰ ডাঙৰ শিল্পৰ কলকাৰখানা আৰু তাৰ শ্ৰমিক সকলৰ নৈতিক আৰু সামাজিক অৱস্থা চাই ফুৰিছিল তাৰ দ্বাৰাই পাশ্চাত্যদেশৰ সভ্যতাৰ বিষয়ে যথেষ্ট জ্ঞান লাভ কৰিছিল। এইদৰে ঘূৰি ফুৰাত স্বামীজীয়ে লক্ষ্য কৰিছিল যে মুঠৰ ওপৰত আমেৰিকাবাসী লোক সকল সত্যানুৰাগী। সেই অনুৰাগৰ সুযোগ লৈ কিছুমান ভণ্ড শ্ৰেণীৰ মানুহে নানা অসৎ উপায়ে মানুহক ঠগ দি টকা উপাৰ্জ্জনৰ উপায় কৰি লৈছিল আৰু তেনে এটা দলে স্বামীজীকো টানিবলৈ চেষ্টা কৰিছিল কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলে। তেখেতে আৰু দেখিলে যে আমেৰিকাত তিৰোতা সমাজেই দেশৰ সৰ্ব্বময়ী কৰ্ত্ৰী। তাৰ তিৰোতাসকল আন ঠাইৰ তিৰোতাতকৈ বহুতো উন্নত, এনে কি আমেৰিকাৰ মতা মানুহতকৈ মাইকী মানুহহে বেছি শিক্ষিতা আৰু উন্নত। আমেৰিকাৰ তুলনাত ভাৰতীয় নাৰী সমাজৰ অধঃপতনলৈ লক্ষ্য কৰি স্বামীজী অতিশয় ব্যথিত হৈছিল। তেখেতে ভক্ত আৰু শিষ্য সকললৈ চিঠি লিখোঁতে এই বিষয়ে সদায় সাৱধান কৰি স্ত্ৰীশিক্ষাৰ উন্নতিৰ কাৰণে চেষ্টা কৰিবলৈ উপদেশ দিছিল। স্ত্ৰীজাতিৰ উন্নতিবিহনে যে এটা জাতি কোনোমতে উন্নত হব নোৱাৰে সেইটো নানা

যুক্তিৰে প্ৰমাণ কৰি কৈছিল আৰু উত্তৰ কালত ভাৰতীয় নাৰীৰ কল্যাণাৰ্থে কি কৰিছিল আমি ইয়াৰ পিচত দেখা পাম।

আমেৰিকাৰ নাৰী সমাজৰ ওপৰত স্বামীজীৰ কেনে মহৎ ধাৰণা আছিল এই সময়তে স্বামীজীৰ শিষ্য হৰিপদ মিত্ৰলৈ লিখা চিঠিৰ একাংশ ইয়াত তুলি দিয়া হল। :—

"এই দেশত দাৰিদ্ৰ্য নাই বুলিলেই হয় আৰু এই দেশৰ দৰে মাইকী মানুহ আন কতো দেখা নাযায়। সৎ পুৰুষ আমাৰ দেশতো বহুত আছে কিন্তু এই দেশৰ মাইকী মানুহৰ দৰে মাইকী মানুহ (আন দেশত) বৰ কম। চণ্ডীত থকা মতে 'যা শ্ৰীঃ স্বয়ং সুকৃতিনাং ভবনেষু—যি দেবী স্বয়ং সুকৃতি পুৰুষৰ ঘৰত বিৰাজ কৰে—এই কথা অতি সত্য। ইয়াত বৰফৰ দৰে (স্বভাৱত) পবিত্ৰ হাজাৰ হাজাৰ মাইকী মানুহ দেখিছোঁ। এওঁবিলাক অথচ কেনে স্বাধীন। সকলো কাম এওঁবিলাকেই চলায়। স্কুল-কলেজ ছোৱালীৰে ভৰা। আমাৰ হতভাগা দেশ মাইকী মানুহ বাহিৰলৈ ওলাব নোৱাৰে, আৰু ইয়াত ইবিলাকৰ কিমান দয়া। যেতিয়াৰ পৰা ইয়ালৈ আহিছোঁ, ইয়াৰ মাইকী মানুহেই ঘৰত থাকিবলৈ ঠাই দিছে, খাবলৈ দিছে, বক্তৃতা দিবলৈ সকলো বন্দোবস্ত কৰি দিছে, লগত বজাৰলৈ লৈ যায়, আৰু যে কি নকৰে কব নোৱাৰি। শ শ বছৰ এওঁবিলাকৰ সেৱা কৰিলেও এওঁবিলাকৰ ঋণমুক্ত হব নোৱাৰিম। × × × আৰু আমি তিৰোতা মানুহক নীচ, হেয়, অধম, অপবিত্ৰ জ্ঞান কৰোঁ। তাৰ ফলত আমি পশু, দাস বা পৰাধীন, উদ্যমহীন আৰু দৰিদ্ৰ।" স্বামীজীয়ে সদায় কৈছিল স্ত্ৰীজাতিৰ মাজত শিক্ষা বিস্তাৰ নকৰিলে আমাৰ দেশৰ উন্নতি কেতিয়াও হব নোৱাৰে।

আমেৰিকাৰ নানা ঠাইত বক্তৃতা দি ফুৰোঁতে স্বামীজীৰ মনত

দৃঢ় ধাৰণা হৈছিল যে ধৰ্মবিষয়ত আমেৰিকাবাসী লোকসকল আমাতকৈ হীন হলেও সামাজিক বিষয়ত আমাতকৈ বহুতো উন্নত। সেই বাবে তাত ধৰ্মভাবৰ প্ৰচাৰ কৰি তাৰ পৰা সামাজিক কল্যাণ বিধানৰ নীতি গ্ৰহণ কৰিবলৈ স্বামীজীক সদায় সমুৎসুক দেখা যায়। আমেৰিকাত থাকোঁতেও তেখেতে তাৰ ৰীতি-নীতিবোৰ প্ৰয়োজন মতে লাজ নকৰাকৈয়ে শিকি লৈছিল আৰু সেইমতে চলিছিল। গতিকে কোনো বিষয়তে কোনেও স্বামীজীৰ ব্যৱহাৰত খুঁত ধৰিব নোৱাৰিছিল।

'বক্তৃতা কোম্পানীৰ কামৰ পৰা অৱসৰ লৈও স্বামীজী নিষ্কৰ্মা হৈ থকা নাছিল, বৰং এতিয়া আৰু যেন স্বাধীন সন্ন্যাসীৰ কিঞ্চিৎ পৰিমাণে ব্যাহত জীৱনত পুনৰ নতুন বল পালে। এতিয়াও নানা ঠাইৰ নানা সভাসমিতিৰ পৰা, কোনো কোনো ডাঙৰ ডাঙৰ গীৰ্জাৰ ধৰ্মযাজকসকলৰ পৰা আৰু এনে কি সম্পত্তিপন্ন জ্ঞানপিপাসু ভদ্ৰলোকৰ ঘৰৰ পৰাও বক্তৃতাৰ জৰিয়তে উপদেশ আৰু জ্ঞান চৰ্চ্চাৰ নিমন্ত্ৰণ আহিবলৈ ধৰিলে। এই সময়ত তেখেতৰ যথেষ্ট পৰিশ্ৰমহে বৰং হৈছিল। কাৰণ সপ্তাহত ১২-১৪ টা কেতিয়াবা আৰু তাতোকৈ বেছি সংখ্যক বক্তৃতা দি ফুৰিব লগাত পৰিছিল।

এই কালতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ গোটেই অঞ্চলতে প্ৰচাৰ কৰি ফুৰি শেষ কৰিছিল। আমেৰিকাবাসীয়ে এনে জ্ঞানগৰ্ভ আৰু অন্তৰস্পৰ্শী আশাজনক কথা বহুকাল শুনিবলৈ পোৱা নাই। এনে উদাৰ, এনে মহান মতবাদ এই প্ৰথম তেওঁবিলাকে শুনি আকৃষ্ট হল। ইয়াত কাৰো প্ৰতি কটাক্ষ নাই, কাৰো প্ৰতি বিৰুদ্ধ সমালোচনা নাই। সহজ সৰল ভাষাৰে নিজৰ বক্তব্য বৰ্ণনীয় সুমধুৰ কণ্ঠস্বৰৰ যোগে এনে ভাবে কৈ যায় পৰা নৈৰী

শক্তি তেওঁৰ আছিল যে শ্ৰোতাসকল আকৃষ্ট নহৈ নোৱাৰে। নিজৰ সুখ-দুখলৈ ভ্ৰূক্ষেপ নাই, কেৱল মানৱ সমূহৰ কল্যাণ কামনা কৰি সকলোৰে ভৱিষ্যৎ আশাপূৰ্ণ জীৱনৰ উজ্জ্বল চিত্ৰ আঁকি দেখুৱাইছিল আৰু মানৱ জীৱনৰ আচল উদ্দেশ্য কি বুজাই দিছিল আৰু সত্যলাভৰ কাৰণে অধ্যৱসায়লৈ আহ্বান কৰিছিল। এতিয়া আমেৰিকাবাসী বিফলযত্ন লোকসকলেও সত্যলাভৰ কাৰণে দ্বিগুণ উৎসাহেৰে সাধনাত মনোনিবেশ কৰিবলৈ বদ্ধপৰিকৰ হৈ উঠিল।

এনে এজন নিস্বাৰ্থ ত্যাগী পুৰুষৰ বিষয়ে অতীত জীৱনৰ কাহিনী কিম্বা তেখেতৰ জীৱন ব্ৰতৰ ভৱিষ্যৎ কৰ্ম্মপন্থাৰ প্ৰণালী বা কাৰ্য্যক্ৰম, তেখেতৰ দেশৰ ৰাজনৈতিক অৱস্থা, কিম্বা সেই ভাগ্যবান দেশৰ আচাৰ পদ্ধতিৰ বিষয়ে জানিবলৈ উৎসুক হোৱা একো আচৰিত কথা নহয়। সেই কাৰণে এই পৰ্য্যটন কালতে প্ৰত্যেক ঠাইৰে সম্পাদক সকলে কিম্বা সাংবাদিকসকলে স্বামীজীক লগ ধৰি উক্ত বিষয়বিলাক উত্থাপন কৰি কথোপকথন কৰিছিল আৰু সেই কথাৰ সাৰাংশ বাতৰি কাকত বিলাকত ডাঙৰ ডাঙৰ শিৰোনামা দি প্ৰকাশিত আৰু আলোচিত হৈছিল।

আমেৰিকাৰ বিভিন্ন ঠাইত ফুৰোঁতে স্বামীজীয়ে যে অকল সন্মান লাভেই হে কৰিছিল বা আদৰ লাভ মাথোন কৰিছিল এনে নহয়। বহুত ঠাইত স্বামীজীয়ে নিগ্ৰহ, অৱজ্ঞাও ভোগ কৰিব লগাত পৰিছিল। তাত জাতিভেদ নাথাকিলেও, বৰ্ণ বৈষম্য বৰ প্ৰবল। তাত কলা মানুহক বৰ ঘিণ কৰে। বিলাসী হোটেল বিলাকত এনে কলা মানুহৰ প্ৰৱেশ নাই। এনে কি বহুত ঠাইত নাপিতে ক্ষৌৰকৰ্ম্মকে নকৰে। যি যি ঠাইত স্বামীজী প্ৰত্যাখ্যাত

হৈছিল, তাত স্বামী বিবেকানন্দ বুলি নাজানি কোনোবা লোহিতবর্ণ ভাৰতীয় বুলিয়েই তেনে উপেক্ষা কৰিছিল। তেখেতৰ পৰিচয় দিয়া হলেই সাদৰেৰে গ্ৰহণ কৰিলেহেঁতেন। কিন্তু স্বামীজীয়ে কেতিয়াও তেনে নিজ পৰিচয় দি কতো কোনো সুবিধা লোৱা নাই। এইবোৰ কথা কোনো সময়ত আলচ কৰোঁতে এজন বন্ধুৱে সুধিছিল—"আপুনিনো কিয় সেই ঠাইত নিজৰ পৰিচয় নিদিলে?" স্বামীজীয়ে উত্তৰ কৰিলে—"মই ইয়াত আনৰ বিনিময়ে ডাঙৰ হবলৈ অহা নাই" অৰ্থাৎ যি ঘৃণ্য সি ঘৃণ্য হৈয়ে থাকিব আৰু মই সুবিধা লম—সন্ন্যাসীৰ সেইটো নিয়ম হবই নোৱাৰে।

ইং ১৮৯৪ চনৰ মাজভাগলৈকে ডেট্ৰয়েটৰ ইউনিটেৰিয়ান চাৰ্চ্চত ধাৰাবাহিক কিছুমান বক্তৃতা দিয়াৰ পিচত নিউইয়ৰ্ক, বোষ্টন আৰু ঘূৰি চিকাগোত বক্তৃতা দি নিউইংলণ্ড নামক ঠাইৰ অন্তৰ্গত গ্ৰীণএকাৰ পালেহি। ইয়াতো স্বামীজীয়ে কিছুমান ধাৰাবাহিক বক্তৃতা দিয়ে। এই বক্তৃতাবোৰ শুনি তাত কেজনমান বৰ আগ্ৰহশীল ছাত্ৰ ওলাল। তেওঁবিলাকে এজোপা সৰল গছৰ তলত বহি স্বামীজীৰ পৰা শিক্ষা লৈছিল। সেই গছ জোপাৰ তেতিয়াৰ পৰা নাম হল 'বিবেকানন্দ পাইন সৰল।' বিহুতক এই বক্তৃতাবিলাক কাকতত প্ৰকাশ হোৱাত ব্ৰুকলিনৰ Ethical Association নৈতিক সভাত তাৰ আলোচনা হল আৰু তাৰে School of Comparative religions ধৰ্ম্মসমূহৰ তুলনামূলক আলোচনা সভাতো তাৰ আলোচনা হল। এই সভাৰ সভাপতি আছিল বিখ্যাত ডাক্তৰ লুই, জি, জেমচ্। ইয়াৰ ওচৰা ওচৰি ঠাইতে এখেতৰ লগত স্বামীজীৰ সাক্ষাৎ হল। স্বামীজীৰ লগত কথা পাতি উক্ত ডাক্তৰ জেমচ বিমোহিত হল আৰু সিবিলাকৰ সভাৰ কাৰণে ধাৰাবাহিক গোটাদিয়েক বক্তৃতা দিবলৈ স্বামীজীক অনুৰোধ

কৰিলে। স্বামীজী সন্মত হল। ৩১ ডিচেম্বৰ তাৰিখে স্বামীজীয়ে ব্ৰুকলিনত প্ৰথম বক্তৃতা দিলে। এই বক্তৃতা শুনিবলৈ বহুতো গুণগ্ৰাহী শ্ৰোতাৰ সমাগম হৈছিল। সিবিলাক স্বামীজীৰ বক্তৃতাত ইমান আকৃষ্ট হৈছিল যে তাত নিয়মিতৰূপে শিক্ষা শ্ৰেণী খুলিবলৈ অনুৰোধ কৰিছিল। স্বামীজী সন্মত হৈ তাত কিছুদিন থাকি নানা বিষয়ৰ আলচ কৰিবলৈ ধৰিলে আৰু কেইবাটাও বক্তৃতা দিলে।

ইং ১৮৯৫ চনৰ ফেব্ৰুৱাৰী মাহত নিউইয়ৰ্ক চহৰত স্বামীজীয়ে ধাৰাবাহিক ভাবে গোটাদিয়েক বক্তৃতা দিলে। ইয়াতেই শ্ৰোতা-সকলৰ আগ্ৰহত স্বামীজীয়ে প্ৰকৃত কাৰ্য্য আৰম্ভ কৰিবৰ দিহা কৰিলে। স্বামীজীয়ে ইয়াত এটা ঘৰ ভাৰা কৰি ললে। তাত নিয়মিতৰূপে শিক্ষা দিবৰ কাৰণে শ্ৰেণী খুলিলে আৰু বিনা খৰচে উৎসাহশীল, সত্যনিষ্ঠ ছাত্ৰসকলক পঢ়াবলৈ ধৰিলে। স্বামীজীয়ে এতিয়া ভাবিলে কাকতপত্ৰৰ হুজুগ শেষ হৈছে। সদায় এই হুজুগত থাকিলেই নহব। এতিয়াৰ পৰা প্ৰকৃত কাম আৰম্ভ কৰিব লাগে। ইয়াত এদল ডেকা এই নতুন ভাবত শিক্ষিত কৰি তুলিব লাগিব যাতে মোৰ অবিহনেও এওঁবিলাকেই ইয়াত মোৰ কল্পিত প্ৰচাৰ কাৰ্য্য চলাই থাকিব পাৰিব।

এনে আশা বুকত বান্ধিয়েই নিউইয়ৰ্কত যি শ্ৰেণী (ক্লাচ) খুলিলে তাৰ ছাত্ৰসকলক ৰাজযোগ আৰু জ্ঞানযোগ শিক্ষা দিবলৈ ধৰিলে। তাৰ লগতীয়া সংযম স্বামীজীয়ে নিজ জীৱনৰ উদাহৰণেৰে শিক্ষা দিবলৈ ধৰিলে। স্বামীজীয়ে কেতিয়াবা নিজহাতে সাত্বিক আহাৰ ৰান্ধি খুৱায়ো ভাৰতীয় ধাৰ্মিক জীৱনৰ আভাষ এই ছাত্ৰসকলক দিছিল। মুঠতে ইয়াকো ঠিক মঠৰ

আদৰ্শৰেই গঢ়ি তুলিবলৈ চেষ্টা কৰিলে আৰু কালক্ৰমে স্বামীজী এই কাৰ্য্যত কৃতকাৰ্য্যও হৈছিল।

নিৰূপিত কৰ্ম্মপন্থা গ্ৰহণ কৰি স্বামীজীয়ে আমেৰিকাত ধৰ্ম্ম প্ৰচাৰ আৰম্ভ কৰাত অকল মিছনৰী সকলৰে যে গাত্ৰদাহ উপস্থিত হৈছিল এনে নহয় ফ্ৰি থিংকাৰ নামে এটা ডাঙৰ সম্প্ৰদায়েও স্বামীজীৰ কাৰ্য্যাৱলীৰ বিৰোধিতা কৰিছিল আৰু তেখেতৰ সুনামৰ বিৰুদ্ধে নানা প্ৰকাৰ কাল্পনিক কুৎসা ৰটাইছিল। ইয়াৰ দ্বাৰা স্বামীজীৰ বিশেষ একো অনিষ্ট কৰিব পৰা নাছিল। এই 'ফ্ৰি থিংকাৰ' সম্প্ৰদায়ৰ ভিতৰত নিৰীশ্বৰবাদী জড়বাদী, অজ্ঞেয়বাদী, যুক্তিবাদী, প্ৰভৃতি বহুতো মতাবলম্বী লোকৰ সমাবেশ আছিল। তেওঁবিলাকে এইবাৰ প্ৰকাণ্ড সভাত তৰ্কত স্বামীজীক পৰাস্ত কৰি আমেৰিকাত তেওঁৰ প্ৰতিষ্ঠা নষ্ট কৰিবলৈ ফন্দীপাতি নিউইয়ৰ্ক চহৰৰ তেওঁবিলাকৰ সমাজ হলত Society Hall বক্তৃতা দিবলৈ তেওঁক নিমন্ত্ৰণ কৰিলে। স্বামীজীয়ে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিলে। সভাত উক্ত দল বিলাকৰ বিখ্যাত লোক সকল উপস্থিত হৈ স্বামীজীৰ লগত তৰ্ক-যুদ্ধত প্ৰবৃত্ত হল। তেওঁবিলাকে আশা কৰিছিল আমাৰ যুক্তিৰ আগত স্বামীজী কিমান সময়লৈকে তিষ্ঠিব পাৰিব? সঁচাকৈয়ে স্বামীজী অকলে একাষে আৰু সিফালে বহুতো লোক। কিন্তু স্বামীজীৰ তীক্ষ্ণ বিচাৰ বুদ্ধি আৰু গভীৰ জ্ঞানৰ আগত তেওঁবিলাকৰ তৰ্ক সৰহ পৰ টিকিবই নোৱাৰিলে। বৈজ্ঞানিক যুক্তিৰ সহায়েৰে সকলো মতবাদ এনে সহজভাবে খণ্ডন কৰি দেখুৱালে যে সকলো স্তম্ভিত হল। তেওঁবিলাক পৰাস্ত হল। বৰং ফল হল এয়ে যে পিচ দিনাৰ পৰা দলে দলে জড়বাদীসকল স্বামীজীৰ শৰণাপন্ন হল। তেওঁবিলাকৰ উদ্দেশ্য সিদ্ধি নহল।

মাৰ্কিন দেশ সুসভ্য হলেও অজ্ঞতা যে তাত একেবাৰে নাছিল

এনে নহয়। তেওঁবিলাকৰ অধিকাংশৰে সাধাৰণ দুৰ্ব্বলতা হিচাবে কোনো অলৌকিক কাৰ্য্য চাবলৈ অতিশয় হেপাহ আছিল। এই সুযোগতে বহুতো প্ৰবঞ্চক প্ৰকৃতিৰ মানুহে, ভূত, প্ৰেত, মহাত্মা, ভবিষ্যদ্বক্তা প্ৰভৃতিৰ নামত মানুহক নানা উপায়ে ঠগ দি পইচা লয়। সেইবোৰ দেখুৱাম বুলি অগ্ৰিম টিকট পৰ্য্যন্ত বেচে। এনে দলৰ মানুহে এখন স্বামীজীৰ শক্তিৰ পৰিচয় পাই তেওঁক সিইতৰ দলটৈ নিবলৈ চেষ্টা কৰিলে। স্বামীজীয়ে তাক প্ৰত্যাখ্যান কৰিলে। সিইতে ভয় পৰ্য্যন্ত দেখুৱাত কলে "মই সত্যৰ সেৱক আৰু প্ৰচাৰক। অসত্যৰ লগত সত্যৰ আপোচ কেতিয়াও হব নোৱাৰে। সত্যৰ শেষত জয় হবই হব।" মুঠতে স্বামীজীৰ তেজৰ ওচৰত এই দলো তিষ্ঠিব নোৱাৰিলে। সেই সময়ত আমেৰিকাত এই বিষয়ত যেন মধ্যযুগৰে প্ৰবৰ্ত্তন হৈছিল। এই বিলাকৰ মাজত স্বামীজীয়ে বেদৰ মহিমাময় ধৰ্ম্মৰ প্ৰচাৰ, সত্যৰ প্ৰতিষ্ঠা কৰা যে দুৰুহ কাম। তদুপৰি এখন নতুন দেশত, নতুন মানুহৰ মাজত তেওঁবিলাকৰ আজন্ম সঞ্চিত সংস্কাৰ-ৰাশি দূৰ কৰি তাৰ ঠাইত নতুন ভাব প্ৰতিষ্ঠা কৰা যে কেনে দুঃসাধ্য কাম তাক অনুমান কৰা টান নহয়। স্বামীজীয়ে এই সময়ত কেনে ভীষণ পৰিশ্ৰম কৰিব লগাত পৰিছিল ভাবিলে আচৰিত হব লাগে। স্বামীজীৰ ঐকান্তিক পৰিশ্ৰম বিফল হোৱা নাই এয়ে হেথেতৰ পক্ষে পুৰস্কাৰ স্বৰূপ। তেখেতৰ প্ৰাণপণ পৰিশ্ৰমৰ ফলত আমেৰিকাৰ বহুতো প্ৰসিদ্ধ ব্যক্তি স্বামীজীৰ বন্ধু এতিয়া পৃষ্ঠপোষক, অনুৰাগী আৰু বহুতো শিষ্য শ্ৰেণীভুক্ত হৈছিল।

অমানুষিক পৰিশ্ৰমৰ ফলত স্বামীজী বহুতো খিনি কৃতকাৰ্য্য হৈ ভাৰতলৈ বিশেষতঃ গুৰুভকত সকললৈ এই সময়ত উৎসাহ পূৰ্ণ যিবিলাক চিঠি লিখিছিল তাৰ ভাষা কেনে জলন্ত আৰু

প্ৰাণবন্ত! উপদেশ বিলাকৰ ভিতৰেদি স্বামীজীৰ বিশ্বাস, উৎসাহ কেনে আদৰনীয় সি পৰিষ্কাৰ ৰূপে ফুটি উঠিছিল। সেই 'পত্ৰাৱলীৰ' ভিতৰেদিয়েই আমি স্বামীজীৰ তেজ, শৌৰ্য্য আৰু ইচ্ছা শক্তিৰ বিশেষ স্ফুৰণ দেখা পাওঁ। তেওঁ শিষ্য আৰু ভক্তসকলক আহ্বান কৰি কৈছে দৈন্য-দুৰ্দ্দশাগ্ৰস্ত ভাৰতৰ কল্যাণৰ কাৰণে কোনো বাধা আমাৰ পক্ষে গ্ৰাহ্য হব নোৱাৰে। সকলো উপেক্ষা কৰি মাথোন মুখত একমাত্ৰ বাণী 'আগবাঢ়া' 'আগবাঢ়া' বুলি জয়যাত্ৰা কৰিব লাগব। গোটেই ভাৰত জগাই তুলিব লাগিব। গোটেই জগতকে নতুন ভাবত মতলীয়া কৰি তুলিব লাগিব। এই কাৰ্য্যত জীৱন পাত পৰ্য্যন্ত কৰিবলৈ পণ কৰিব পৰা দৃঢ়চেতা আৰু চৰিত্ৰবান এদল কৰ্ম্মী আমি গঢ়ি তুলিব লাগিব।

বিদেশৰ পৰা স্বামীজীয়ে এনে জলন্ত ভাষাৰে দিয়া চিঠি বিলাকৰ প্ৰতিক্ৰিয়া নিশ্চয় অতি সন্তোষজনক হৈছিল। ইয়াত শিষ্য আৰু গুৰুভকত সকলে যথেষ্ট প্ৰেৰণা পাইছিল আৰু সেই প্ৰেৰণাৰ বলতে স্বামীজীয়ে আৰম্ভ কৰি যোৱা মঠৰ কাম-কাজ নিয়াৰিকৈ তেখেতৰ উপদেশ আৰু কাৰ্য্যক্ৰম অনুযায়ী লগৰীয়া গুৰুভকত সকলে পৰিচালিত কৰিবলৈ উৎসাহ পাইছিল। এই দৰে উৎসাহবাণী পঠোৱাৰ ফলত পাশ্চাত্যদেশৰ পৰা ঘূৰি ভাৰতত অতি সহজে স্বামীজীয়ে "মিছন" আৰু 'সেৱাশ্ৰম' স্থাপন কৰিবলৈ সুবিধা পাইছিল।

মঠৰ অনুকল্পিত স্বৰূপ নিউইয়ৰ্কত স্বামীজীয়ে যি শ্ৰেণী খুলি অধ্যাপনা আৰম্ভ কৰিছিল সময়ত এতিয়া বহুতে তাত যোগদান দিয়াত আৰু কোনোৱে কোনোৱে ধৰ্ম্মজীৱন লাভ কৰিবলৈ ইচ্ছা কৰাত ভৱিষ্যতে স্থায়ী ভাবে কাৰ্য্য পৰিচালনাৰ সুবিধাৰ কাৰণে যোগ্যতা অনুসাৰে তাৰে কেইজনমানক সন্ন্যাস মন্ত্ৰ দিলে।

এতিয়া স্বামীজীৰ সাময়িক অনুপস্থিতিতো ইয়াৰ কাম চলি থাকিব পৰা হল। ইয়াৰ ভিতৰত ম্যাডাম মেৰী লুই আৰু হাৰ লিও লান্সবার্গ প্রথম। আগৰ গৰাকী ফ্রান্স দেশৰ বিদূষী মাহলা আৰু ইজন ৰুষ জাতীয় ইহুদী। সন্ন্যাস আশ্ৰমৰ নাম উভয়ৰে ক্ৰমে স্বামী অভয়ানন্দ আৰু স্বামী কৃপানন্দ হল।

ইয়াৰ বাহিৰেও মিচেচ ওলিবুল ডাক্তৰ এলেন ডে প্ৰোফেচৰ বাইট, প্ৰসিদ্ধ গায়িকা মাদাম কাল্ভে, সৰ্ব্বজন সুপৰিচিত নিউইয়ৰ্কৰ মিঃ ফ্ৰেন্সিস লিগেট স্বামীজীৰ অনুৰক্ত ভক্ত হল। ইবিলাকে স্বামীজীক সদায় সকলো কথাতে সহায় কৰিবলৈ ধৰিলে আৰু যাতে তেখেত কৃতকাৰ্য্য হয় সেয়েই ইবিলাকৰ কাৰ্য্য হৈ উঠিল। ইবিলাকে দেহে কেহে স্বামীজীৰ পক্ষ সমৰ্থন কৰিছিল। এইবোৰ কাৰ্য্য স্বামীজীয়ে ১৮৯৫ চনৰ জুন মাহৰ ভিতৰলৈকে সমাধা কৰিছিল আৰু যি খৰচ লাগিছিল সেইটো বক্তৃতা কোম্পানীৰ পৰা পোৱা টকাৰ পৰাই চলাই আছিল। স্বামীজীৰ আনপক্ষে এনে নিস্বাৰ্থতাত তেখেতৰ কাৰ্য্যৰ পক্ষেও যথেষ্ট সুবিধা হৈছিল! বিশেষতঃ আমেৰিকাত যি সকলৰ পৰা স্বামীজীয়ে অলপো উপকাৰ পাইছিল তেওঁবিলাকৰ প্ৰতি কৃতজ্ঞতা স্বৰূপ বহুতো মূল্যবান ভাৰতীয় বস্তু উপহাৰ দিছিল আৰু সেই বোৰ বস্তু স্বামীজীয়ে মহ ৰথ ৰজা, জুনাগড়ৰ দেওয়ান বাহাদুৰ, খেতড়িৰ ৰজাৰ পৰাই পাইছিল। উপহাৰৰ ভিতৰত উৎকৃষ্ট কাশ্মিৰী শাল কাপোৰ, মূল্যবান গালিচা, হাতীদাঁতৰ কাৰুকাৰ্য্য কৰা নানা ৰকমৰ বস্তু ইত্যাদি। এই বিলাকৰ পৰাই স্বামীজীৰ উদাৰ হৃদয়ৰ যথেষ্ট পৰিচয় পাই সকলো তৃপ্ত হৈছিল।

যথেষ্ট পৰিশ্ৰম সহকাৰে ছাত্ৰসকলক শিক্ষা দানৰ উপৰিও ডাক্তৰ পল কোৰাছ নামক এজন উৎসাহী লোকৰ দ্বাৰা Parliament

of Religious Extension ধৰ্ম্ম মহাসভাৰ বিস্তাৰ নামক বিধানৰ জৰিয়তে কেইবা ঠাইতো বহু শ্ৰোতৃমণ্ডলীৰ আগত বক্তৃতা দি শ্ৰান্ত হৈ পৰিছিল আৰু এনেতে জুন মাহত স্বামীজীৰ এক শিষ্যাই মেন কেপ নামে ঠাইলৈ নিমন্ত্ৰণ জনালে। অলপ জিৰণি লবৰ মনেৰে স্বামীজীয়ে এই নিমন্ত্ৰণ গ্ৰহণ কৰি তাত কেইদিন মান থাকিল আৰু পোটাদিয়েক হৃদয়গ্ৰাহী বক্তৃতাও দিলে। তাৰ পৰা তেখেতে আন এগৰাকী ধনাঢ্য শিষ্যাৰ Thousand Island Park নামক দ্বীপৰ মাজত থকা ঘৰত কিছুদিন বাস কৰিবলৈ নিমন্ত্ৰণ কৰাত তালৈ গল। তাত স্বামীজীয়ে সুখেৰে আচুতীয়াকৈ থাকিব পৰাকৈ তেওঁ এটি সৰু কুটীৰ তৈয়াৰ কৰি দিলে। সেই ঠাই ডোখৰ স্বভাৱতে অতি সুন্দৰ আৰু নিৰ্জ্জন। স্বামীজীয়ে ইয়াত থাকি বৰ আনন্দ পালে। ইয়াত তেখেতৰ ধ্যান-ধাৰণা কৰাৰ সুবিধাও ঘটিল।

নিৰ্জ্জন বাসৰ আকাঙ্ক্ষাত গলেও স্বামীজীয়ে লগত তেখেতৰ দহজন শিষ্য লৈ গৈছিল নতুবা মঠ বন্ধ থকা উচিত নহব ভাবিয়েই তেনে কৰিছিল। স্বামীজীৰ আগমন বাৰ্ত্তা পাই বহু দূৰৰ পৰাও আৰু দুজন মানুহ তালৈ আহিল আৰু তেওঁলোকেও স্বামীজীৰ পৰা সন্ন্যাসমন্ত্ৰত দীক্ষিত হল। ব্ৰহ্মচৰ্য্য ব্ৰত পালন কৰিবলৈ প্ৰতিশ্ৰুত আন পাঁচ জন অনুৰক্ত ভক্তয়ো তাত যোগ দিলে। এই বিলাকৰ শিক্ষাৰ কাৰণে স্বামীজীয়ে যি প্ৰাণস্পৰ্শী উপদেশাৱলী দিছিল সেয়েই "দেৱবাণী" নামক পুস্তিকাকাৰে আজিকালি প্ৰকাশিত হৈছে। ইয়াতেই স্বামীজীয়ে বিখ্যাত "সন্ন্যাসীৰ "গীতি" নামক কবিতাটি লিখে। মাজে মাজে শিষ্যসকলক পুৰাণৰ পৰা নানা চিত্তাকৰ্ষক গল্প শুনায় আকৌ কেতিয়াবা হাঁহি ধেমালিৰ কথ কৈ সকলোৰে পেটৰ নাড়ীকেক ছিঙিব লগা কৰে।

এই দৰেই নানা কাৰ্য্য, অবসৰ, বিশ্ৰামৰ মাজত এই মনোৰম ঠাইত প্ৰায় দেড়মাহ কাল থাকি ইয়াৰ পৰাই ইংলণ্ডলৈ যাবলৈ আয়োজন কৰিবলৈ ধৰিলে।

ইয়াত থাকোতেই স্বামীজীয়ে লণ্ডনৰ মিচ হেনৰিয়াটা মূলাৰ আৰু মিঃ ই, টি ষ্টাৰ্ডি মহোদয়ৰ পৰা কেইবাখনো নিমন্ত্ৰণ পত্ৰ পালে। সিবিলাক স্বামীজীৰ অনুৰক্ত ভক্ত। সিবিলাকে স্বামীজীক জনালে যে লণ্ডনলৈ আহিলেই বেদান্তৰ প্ৰচাৰৰ কাৰণে সকলো দিহা কৰি দিয়া হব। সেই বিষয়ে কোনো চিন্তা কৰিব নালাগে। ঘনাই অনুৰুদ্ধ হৈ স্বামীজী আকৌ নিইউয়ৰ্কলৈ সশিষ্যে ঘূৰি আহিল। এনেতে তাৰে এজন ধনী বন্ধুও লণ্ডনলৈ যাবলৈ ওলাল। স্বামীজীও এই বন্ধুজনৰ লগতে লণ্ডনলৈ যাবলৈ স্থিৰ কৰি লগ ললে। স্বামীজীয়ে স্বামী কৃপানন্দ, অভয়ানন্দ, আৰু মিচচ ওয়াল্ডোৰ ওপৰত আমেৰিকাৰ প্ৰচাৰ কাৰ্য্য আৰু নিউইয়ৰ্কত স্থাপন কৰা শ্ৰেণীৰ কাম চলাবৰ ভাৰ গতাই দি যাওনা হল।

লগত বন্ধুজনে সৈতে স্বামীজী যথাসময়ত পেৰিচ নগৰ পালেহি। এই পেৰিচ মহানগৰীয়েই সেই সময়ত ইউৰোপীয় সভ্যতাৰ জন্মভূমি। এই মহানগৰী দেখি স্বামীজী অতিশয় আনন্দিত হল। স্বামীজীয়ে নিজে আগ্ৰহ কৰি জগৎ বিখ্যাত মহাবীৰ নেপোলিয়ানৰ সমাধি মন্দিৰ দৰ্শন কৰিলে। তদুপৰি তাৰ দৰ্শনীয় চিত্ৰশালা ডাঙৰ ডাঙৰ গির্জা, মিউজিয়াম প্ৰভৃতি চালে। লগৰীয়া বন্ধুজনৰ সহায়ত নগৰৰ বিশিষ্ট লোক আৰু পণ্ডিত বা বৈজ্ঞানিক কেইবাজনো লোকৰ লগত পৰিচিত হল আৰু সিবিলাকৰ পৰাও বহুতো জানিব লগা তথ্য স্বামীজীয়ে গ্ৰহণ কৰিলে। এনেপ পৰিচয় হোৱা সেই সেই লোকসকলে চিকাগো ধৰ্ম্মমহাসভাৰ

যোগে আমেৰিকাত যুগান্তৰ সৃষ্টি কৰা স্বামী বিবেকানন্দক দেখা পাই আনন্দিত হল।

পেৰিচ নগৰৰ পৰা স্বামীজী লণ্ডনলৈ গল। তাত সৰ্ব্ব-সাধাৰণে কেনেভাবে তেখেতক গ্ৰহণ কৰিব এই বিষয়ে মনত বৰ সন্দেহ আছিল। স্বামীজীৰ সেই মনৰ সন্দেহ অতি সোন-কালে দূৰ হল। তাৰ লোকসকলেও স্বামীজীৰ গুণৰ মৰ্ম্ম গ্ৰহণ কৰিব পাৰিলে; আৰু চাওঁতে চাওঁতে এসপ্তাহৰ ভিতৰতে স্বামীজীৰ নাম-যশ গোটেই লণ্ডনত বিয়পি পৰিল।

লণ্ডনত স্বামীজীৰ প্ৰতিষ্ঠা লাভৰ বাবে মিঃ ষ্টাৰ্ডি চাহাবেই প্ৰধানত দায়ী আছিল। তেখেতৰ যত্নতে স্বামীজীয়ে সহজে তাত নাম কৰিব পাৰিলে। এই ষ্টাৰ্ডি চাহাব পূৰ্ব্বৰে পৰা হিন্দুদৰ্শনৰ পক্ষপাতী আছিল। এনে কি ইতিপূৰ্ব্বে তেখেত ভাৰতলৈ আহি হিমালয় প্ৰান্তত কিছুদিন নিৰ্জ্জন বাস কৰি ঈশ্বৰৰ ধ্যানত নিমগ্ন আছিল। গতিকে আমেৰিকাত স্বামীজীৰ নাম শুনিয়েই তেখেতৰ প্ৰতি আকৃষ্ট হৈ শিক্ষা লাভৰ আকাঙ্ক্ষা জাগিব এইটো অতি সহজে অনুমান কৰিব পাৰি। এতিয়া স্বামীজীৰ লগত সাক্ষাৎ পৰিচয় হৈ তেখেতৰ অপৰিসীম জ্ঞান আৰু ধৰ্ম্মজীবনৰ সংস্পৰ্শত আহি আৰু হিন্দুদৰ্শনৰ সূক্ষ্ম আধ্যাত্মিক তত্ত্ববিলাক আৰু তাৰ অন্তৰ্গত বিচাৰ সৌন্দৰ্য্য দেখি মুগ্ধ নহৈ নোৱাৰিছিল। এখেতৰ সহায়তাতে স্বামীজী তিনি সপ্তাহৰ ভিতৰতে লণ্ডন নগৰীৰ অৱস্থাপন্ন, ক্ষমতাশালী আৰু বিদ্বান লোকসকলৰ লগত পৰিচিত হল। ইবিলাকেও স্বামীজীৰ গুণ আৰু শক্তি দেখি আকৃষ্ট হল। ইয়াতো স্বামীজীৰ বক্তৃতা দিবৰ কাৰণে চাৰিওফালৰ পৰা নিমন্ত্ৰণ আহিবলৈ ধৰিলে। সেই মতে প্ৰথমতে স্বামীজীয়ে পিকাডেলিৰ প্ৰিন্সেচ হলত সোন প্ৰথম প্ৰকাশ্য

বক্তৃতা দিয়ে। বক্তৃতাৰ বিষয় আছিল "Self knowledge আত্ম-জ্ঞান। সভাত বহুতো চিন্তাশীল আৰু পণ্ডিতাগ্ৰগণ্য লোক উপস্থিত আছিল। সকলোৱেই স্বামীজীৰ পাণ্ডিত্য-পূৰ্ণ বক্তৃতাত মোহিত হল। স্বামীজীৰ নতুন ভাব সুন্দৰ সৰল ভাষা, তেখেতৰ সুমধুৰ কণ্ঠস্বৰ, তেখেতৰ গৈৰিক ৰঙৰ পোছাকে সৈতে ৰাজপুৰুষৰ দৰে শাৰীৰিক গঠন সকলোৰেই চিত্তাকৰ্ষক আছিল। লণ্ডনৰ লোকসকলে স্বীকাৰ কৰিলে ইতিপূৰ্ব্বে যি সকল প্ৰচাৰক তালৈ আহি বক্তৃতা দিছিল সেই সকলোবিলাককে স্বামীজীৰ প্ৰতিভাই চেৰ পেলালে। স্বামীজীৰ হিন্দুধৰ্ম্মৰ বিশ্লেষণত সকলোৱে তাৰ প্ৰকৃত সৌন্দৰ্য্য এতিয়াহে বুজিব পাৰিলে আৰু তাৰ মৌলিকতা দেখি আৰু তাত প্ৰকৃত ধৰ্ম্মজীৱনৰ আদৰ্শ দেখি সহজে সকলোৱে বুজিলে ইমান দিনে এনে মহান ধৰ্ম্মৰ বিৰুদ্ধে মিছা সংস্কাৰৰ বশৱৰ্ত্তী আছিল। কোৱা বাহুল্য ইয়াতো স্বামীজীয়ে বহু ঠাইত বহুভাবে বক্তৃতা দি, কথোপকথন কৰি, উপদেশৰ বলতহে সেই ভ্ৰান্ত ধাৰণা দূৰ কৰিবলৈ সমৰ্থ হৈছে।

ইয়াতেই স্বামীজীৰ লগত প্ৰথমতে মিচ মাৰ্গেৰেট নোবল নামক বিদুষী মহিলাৰ লগত সাক্ষাৎ হয়। এখেতেই শেষত ভগ্নীটি নিবেদিতা নাম লৈ স্বামীজীৰ শিষ্যা হৈছিল আৰু ভাৰতত স্ত্ৰী-শিক্ষা প্ৰচাৰৰ বাবে স্বামীজীৰ লগত কলিকতালৈ আহি তাতে শিক্ষালয় স্থাপন কৰি নিজ-জীৱনৰ মহতী আদৰ্শ পূৰ্ণ কৰি দেহ ত্যাগ কৰিছিল। কি মহান, এই জীৱনী ভাবিলে আচৰিত হব লাগে। এখেতে প্ৰথমতে স্বামীজীক দেখি, তেখেতৰ কথা শুনি অন্তৰত প্ৰেৰণা অনুভৱ কৰিলেও, নতুন জীৱনৰ স্পন্দন অনুভৱ কৰিলেও, ততালিকে স্বামীজীৰ ওচৰত আত্ম-সমৰ্পণ কৰা নাই, তৎপূৰ্ব্বে তালৈকে বিচাৰ-বুদ্ধিৰে স্বামীজী ঘোষিত নতুন আদৰ্শবাদ বুজি লবলৈ চেষ্টা কৰিছিল। সেই কাৰণে প্ৰথম বাৰত স্বামীজীৰ

লগত তেখেতৰ পৰিচয় মাথোন হৈ থাকিল। ইতিপূৰ্ব্বে পৰা এখেতে লণ্ডনত স্ত্ৰীশিক্ষা বিষয়তে অনুৰাগী থাকি স্কুলৰ অধ্যাপনা কাৰ্য্য পৰিচালনা কৰি আছিল। স্বামীজীৰ পৰা নতুন ভাবৰ আস্বাদ পাই বেদান্তধৰ্ম্মৰ ভিতৰত প্ৰবেশ কৰি প্ৰকৃত ধৰ্ম্মজীৱন লাভ আৰু 'সত্যদৰ্শন' কৰিবলৈ এতিয়াৰ পৰা নিজক প্ৰস্তুত কৰিবলৈ ধৰিলে।

'প্ৰিন্সেচ হলত' স্বামীজীৰ প্ৰথম বক্তৃতা হোৱাৰ পিচৰ পৰাই লণ্ডনৰ সংবাদ পত্ৰ বিলাকত স্বামীজীৰ বক্তৃতাৰ অশেষ প্ৰশংসা কৰি তাৰ বাতৰি প্ৰকাশিত হল আৰু সম্পাদক সকলেও অনুকূল সমালোচনাৰে মন্তব্য প্ৰকাশ কৰাত প্ৰচাৰৰ বাবে যথেষ্ট সুবিধা হৈছিল। ইতিমধ্যে গোটেই নগৰ স্বামীজীৰ যশস্যাত মুখৰিত হৈ উঠিল। সেইবাবেই নানা ক্লাব, চোচাইটিৰ পৰা বক্তৃতা দিবৰ কাৰণে নিমন্ত্ৰণ আহিল। অভিজাতবৰ্গ, শিক্ষিত সম্প্ৰদায় আৰু এনে কি প্ৰধান প্ৰধান ধৰ্ম্মযাজক সকলেও স্বামীজীক অভ্যৰ্থনা আৰু অভিনন্দন জনালে। এই সুযোগতে বহুতো সম্ভ্ৰান্ত বংশীয় লোকৰ লগত স্বামীজী চিৰ বন্ধুতা সূত্ৰত আবদ্ধ হল।

ইয়াতো স্বামীজীয়ে কোনো কোনো ঠাইত ধাৰাবাহিক ভাবে 'কথোপকথন' চলতে কেতিয়াবা কৰ্ম্মযোগ, কেতিয়াবা ভক্তি যোগৰ শান্তদাস্যাদি পঞ্চভাব, কেতিয়াবা জ্ঞান যোগ, কেতিয়াবা পুনৰ্জ্জন্মবাদ, কেতিয়াবা মায়াবাদ আৰু অদ্বৈতবাদ সম্পৰ্কে আলোচনা কৰিবলৈ ধৰিলে। এই আলোচনাত যোগ দিবলৈকো অসংখ্য লোকৰ সমাগম হৈছিল। এই বিষয়ে কিছু আভাস দিবলৈ এখন বাতৰি কাকতৰ টোকাৰ পৰা অলপ ইয়াত তুলি দিয়া হল;--বাস্তবিক লণ্ডনৰ গণ্য-মান্য পৰিবাৰভুক্ত

মহিলাসকলক বহা চকিৰ অভাৱত ভাৰতীয় শিষ্যসকলৰ দৰে শ্ৰদ্ধাৰে সৈতে মাটিত আসন কৰি বহি বক্তৃতা শুনা দৃশ্য এই দেশত অতি বিৰল। স্বামীজীয়ে ইংৰাজ জাতিৰ হৃদয়ত ভাৰতৰ প্ৰতি প্ৰেম আৰু সহানুভূতি যে সঞ্চাৰ কৰিব পাৰিছে ই তাৰে নমুনা। ই নিশ্চয় ভাৰতৰ উন্নতিৰ পক্ষে অনুকূল হ'ব।"

তিনি মাহ কাল নানা ঠাইত বক্তৃতা, ঠায়ে ঠায়ে শ্ৰেণীৰ দৰে ধাৰাবাহিক শিক্ষা ব্যৱস্থাৰ দ্বাৰা স্বামীজীৰ মনত দৃঢ় প্ৰতীতি জন্মিল যে ইংলণ্ডৰ লোকসকল সাধাৰণতঃ ৰক্ষণশীল ভাবাপন্ন। আমেৰিকাৰ দৰে কোনো নতুন ভাব পালেই প্ৰায় হুজুগতে তাক সহজে গ্ৰহণ নকৰে। আমেৰিকাৰ মানুহে যেনেকৈ কোনো ভাব সহজে লয় তাক এৰি দিবলৈকো সেইদৰে সৰহ সময় নালাগে। কিন্তু ইংলণ্ডৰ মানুহে গমিপিটিকি চাই যদি কোনো ভাব এবাৰ গ্ৰহণ কৰে তাক সহজে নেৰে। সেই কাৰণে স্বামীজীৰ মনত ধাৰণা হ'ল যে তেখেতৰ কাৰ্য্যৰ বাবে ইংলণ্ডহে প্ৰকৃত উপযুক্ত ক্ষেত্ৰ হ'ব। সেই বাবে ইয়াতহে তেখেতৰ কাৰ্য্য অধিকতৰ ৰূপে বিস্তাৰ কৰিবলৈ মনে মনে সঙ্কল্প কৰিলে। এইবাৰ মাথোন চাই-চিন্তি পৰীক্ষামূলক ভাৱেহে পৰ্য্যটন আৰু কিঞ্চিৎ প্ৰচাৰ কৰি গ'ল।

ইতিমধ্যে আমেৰিকাৰ পৰা তাৰ কাৰ্য্যৰ ভাৰ যাৰ ওপৰত দি আহিছিল তেওঁবিলাকৰ পৰা আশাজনক সংবাদ আৰু লগে লগে আহ্বান আহিল। তাৰ কাৰ্য্যৰ প্ৰতি আমেৰিকাবাসীৰ সহানুভূতি যথেষ্ট হৈছে। এতিয়া তেখেত গৈ আকৌ কাৰ্য্যত মনোনিবেশ কৰিলেই যথেষ্ট ফল ফলিব। এনে আহ্বানত স্বামীজী উৎসাহিত হ'ল আৰু সোনকালেই আকৌ আমেৰিকালৈ ঘূৰি যাবলৈ স্থিৰ কৰি মিঃ ষ্টাৰ্ডিক সেই বিষয়ে জনালে। লগে লগে তেখেতে

ইংলণ্ড এৰি আহিবৰ আগতে তাৰ বিশিষ্ট কেইজনমান বন্ধুক তেখেতে আৰম্ভ কৰা কাম চলাই থাকিবলৈ অনুৰোধ কৰিলে। সেই অনুসাৰে মিঃ ষ্টাৰ্ডি চাহাবৰ চেষ্টাত তাত এটা দল গঠিত হল। সিবিলাকেই তাত নিয়ম মতে শ্ৰীমদ্ভগবদ্গীতা আৰু আন আন স্বামীজীৰ নিৰ্দ্দেশমতে বাছি দিয়া হিন্দুধৰ্ম্মৰ শাস্ত্ৰ পঠন-পাঠন কাৰ্য্য চলাবলৈ ধৰিলে। স্বামীজীয়ে এইদৰে তাতো কাৰ্য্যাৰম্ভৰ আভাস মাত্ৰ কৰি এইবাৰলৈ তাৰ পৰা আকৌ নিউইয়ৰ্কলৈ ঘূৰি আহিল।

---

# আমেৰিকা আৰু ইংলণ্ডত স্থায়ী শিক্ষা কেন্দ্ৰ স্থাপন।

স্বামীজী ইংলণ্ডলৈ যোৱা কালছোৱাৰত আমেৰিকাত তেখেতৰ পাশ্চাত্য দেশীয় সন্ন্যাসী আৰু শিষ্যসকল বেদান্ত প্ৰচাৰত নিযুক্ত আছিল। এই কাৰ্য্য পৰিচালনা কৰিছিল মিচ ওয়েল্ডো, স্বামীকৃপানন্দ আৰু স্বামী অভয়ানন্দই। স্বামীজীৰ নিয়মমতেই তেওঁবিলাকে নীতিমতে ক্লাচ পাতি শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু তাত ক্ৰমে অধিক সংখ্যক মানুহে যোগ দিবলৈ ধৰিলে। চাৰিওফালৰ পৰা সকলোৰে পৰা উৎসাহ পোৱাত তেওঁবিলাকে ইংলণ্ডৰ পৰা স্বামীজীক সোনকালে তাগিদ কৰি মাতি আনিবলৈ চেষ্টা কৰিছিল। ইবিলাকৰ যত্নতে বাফেলো আৰু ডেট্ৰয়েট চহৰত ইতিমধ্যে দুটা নতুন কেন্দ্ৰ খুলি কাৰ্য্য আৰম্ভ কৰিছিল।

স্বামীজী ইংলণ্ডৰ পৰা ঘূৰি আহি ইবিলাকৰ আন্তৰিক চেষ্টাত তেখেতৰ আৰব্ধ কাৰ্য্য নিয়মিতৰূপে চলাই নহয় বৰং ক্ৰমে উন্নত হোৱা দেখি সন্তোষ প্ৰকাশ কৰিলে। আহিয়েই নিউইয়ৰ্কত আগতকৈ এটা ডাঙৰ ঘৰ ভাৰা কৰি স্বামীকৃপানন্দৰ লগত একে লগে থাকিবলৈ দিহা কৰি ললে। অধিক সংখ্যক শিক্ষাৰ্থীৰ এতিয়া তাত থাকি শিক্ষালাভ কৰিবৰ সুচল হল। ইয়ালৈ আহিবৰ পৰা স্বামীজী আকৌ অবিৰাম প্ৰচাৰ কাৰ্য্যত উঠি-পৰি লাগিল। তেখেতে এই সময়ত "কৰ্ম্মযোগ" সম্বন্ধে ধাৰাবাহিক বক্তৃতা দিবলৈ ধৰিলে। সময়মতে নিমন্ত্ৰণ আহিলে আন ওচৰ ঠাইতো বক্তৃতা দিবলৈ যায় যাথোন।

স্বামীজীৰ বক্তৃতাবিলাক সদায় মুখে মুখে কৈ গৈছিল। লিখাহে নালাগে কোনো টোকাও তেখেতে কৰি নলয়, তথাপি যেই সেই বিষয়তে অনৰ্গল বক্তৃতা দি যাব পাৰে। এতিয়া প্ৰকৃত কাৰ্য্য আৰম্ভ হোৱাত স্বামীজীৰ শিষ্যসকলে অনুভৱ কৰিলে যে স্বামীজীৰ বক্তৃতাবোৰ লিখি থব পাৰিলে ভৱিষ্যতে বহুত উপকাৰত লাগিব। ইমান দিনে স্বামীজীয়ে যতবিলাক বক্তৃতা দিছিল তাৰ কোনো চিন-চাব পাবলৈ নাই। উদ্ধাৰেই বা কৰিব কৰ পৰা? সেই কাৰণে তেনে এজন উপযুক্ত লোক নিযুক্ত কৰিবলৈ ঠিক কৰিলে যি স্বামীজীৰ বক্তৃতা যিমান খিনি সম্ভৱ টুকি লব পাৰিব। সেইমতে প্ৰথমতে এজনক নিযুক্ত কৰি কিছুদিনৰ পিচত দেখা গল তেখেতে ঠিক টোকা কৰিব নোৱাৰে; কাৰণ স্বামীজীয়ে বৰ বেগেৰে বক্তৃতা দি যায় তাক টুকি লোৱা সম্ভৱ নহয়।

অৱশেষত শিষ্যসকলে মিঃ গুডউইন নামে এজন ইংৰাজ জাতীয় মানুহক লগ পালে। তেখেত সম্প্ৰতি ইংলণ্ডৰ পৰা আহি নিউইৰ্কত বসতি কৰিছে। তেখেতে কাৰ্য্যভাৰ গ্ৰহণ কৰি স্বামীজীৰ লগত দেখা হোৱা সময়ৰ পৰা জীৱনৰ শেষ মুহূৰ্ত্তলৈকে আজ্ঞাবহ ভৃত্যৰ দৰে স্বামীজীক সেৱা কৰিছিল আৰু এদিনলৈকো তেখেতৰ লগ এৰা নাছিল। এই গুডউইনৰ দেখা গল সাঙ্কেতিক চিনৰ সহায়েৰে বক্তৃতা টুকি লব পৰা ক্ষমতা আছে। সেই প্ৰণালী বৰ্ত্তমানে প্ৰচলিত ছৰ্টহেণ্ডৰ দৰেই। এখেতৰ অনুগ্ৰহতে আজি স্বামীজীৰ তথাপি কিছুমান কথা পাব পৰা হৈছোঁ। তেখেত নোহোৱা হলে এই খিনিকো হেৰুৱালোঁহেঁতেন। মিঃ গুডউইনৰ দান আমাৰ পক্ষে যে অতুলনীয় এই বিষয়ে সন্দেহ নাই। কি ভক্তি এই গুডউইনৰ! জীৱনৰ এটা মুহূৰ্ত্ত গুৰুৰ পাচ এৰা

নাই। কোনো প্ৰকাৰ কষ্টই গুৰুৰ কাৰণে মহৎ বা অনতিক্ৰমণীয় নাছিল। দিনে ৰাতিয়ে গুৰুৰ লগত থাকি কেৱল সকলো দৃষ্টিৰ ভিতৰত ৰাখি আনৰ কল্যাণাৰ্থে তাক সংগ্ৰহ কৰা আৰু যোগ্যলোকৰ হাতেদি সেইবোৰ প্ৰচাৰ কৰোৱাই তেখেতৰ কাম। অতি পৰিতাপৰ কথা এখেত ভাৰতলৈ আহি স্বামীজীৰ হাততে স্বৰ্গী হয়। তেখেতৰ বিয়োগত স্বামীজী অতিশয় কাতৰ হৈছিল আৰু কৈছিল "মোৰ সোঁ হাতখন এতিয়াৰ পৰা নোহোৱা হল ?"

ইং ১৮৯৬ চনৰ ডিচেম্বৰ মাহত মিচেচ ওলিবুলৰ নিমন্ত্ৰণ অনুযায়ী বোষ্টনলৈ আহিল। তাৰ হাৰ্ভিমেন হলত গোটাদিয়েক বক্তৃতা দি ব্ৰুকলিনলৈ গল। তাতো তত্ত্ববোধিনী সভাৰ অনুৰোধত গোটাদিয়েক বক্তৃতা দিয়ে। ইয়াতো শ্ৰেণী খুলি সপ্তাহত দুদিনকৈ নিয়মিতৰূপে শিক্ষা দিবলৈ দিহা কৰিলে। কিছুদিনৰ পিচত স্বামীজী আকৌ নিউইয়ৰ্কলৈ আহি সাধাৰণ ধৰ্ম্ম সমাজত People's churchত বক্তৃতা দিলে। এই দৰে অশেষ কষ্ট স্বীকাৰ কৰি স্বামীজীয়ে আমেৰিকাৰ বিভিন্ন ঠাইত প্ৰচাৰ কাৰ্য্য কৰাৰ ফল কেনে হৈছিল তাৰ কিছু আভাস পাবৰ কাৰণে ব্ৰুকলিনৰ পৰা মিঃ এইচ হাৰ্টিংডন মহোদয়ে লিখা আৰু মাদ্ৰাজৰ পৰা প্ৰকাশিত "ব্ৰহ্মবাদীন" নামক মাহিলি কাকতত প্ৰকাশ হোৱা এটি প্ৰবন্ধৰ কিয়দংশ ইয়াত তুলি দিয়া হল।

"কিন্তু ঈশ্বৰৰ কৃপাত আমি ভাৰতবৰ্ষৰ পৰা এজন ধৰ্ম্মোপদেষ্টা লাভ কৰিছোঁ। তেখেতৰ মহান দাৰ্শনিক উপদেশ ধীৰে ধীৰে অথচ দৃঢ়ভাৱে এই দেশবাসীৰ নৈতিকজীৱনৰ মৰ্ম্মস্থলত প্ৰৱেশ কৰিছে। এই পূত চৰিত্ৰ আৰু অসাধাৰণ ক্ষমতাশালী মহাপুৰুষক দেখি আমি আধ্যাত্মিক জীৱনৰ উচ্চস্তৰৰ বিশ্বপ্ৰেমৰূপ ধৰ্ম্ম, আত্মোৎসৰ্গ আৰু মানুহৰ কল্পনাত পোষণ কৰিব পৰা পবিত্ৰ

আৰু নির্ম্মল ভাৱ ধাৰণ আৰু উপলব্ধি কৰিবলৈ সমর্থ হৈছো। তেখেতে প্রচাৰ কৰা ধর্ম্ম কোনো মত বা বিশ্বাসৰ ক্ষুদ্র সীমাৰ ভিতৰত আবদ্ধ নহয়। এই ধর্ম্মই মানুহক উন্নতিৰ বাটলৈ লৈ যায়। মানব চৰিত্রৰ মলিনতা নাশ কৰে। আৰু দুখ-কষ্টৰ বিপদৰ সময়ত অশেষ সান্ত্বনা দিয়ে—ই দোষহীন আৰু ভগবৎপ্রেম আৰু সর্ব্বাঙ্গীন পবিত্রতাৰ ওপৰত প্রতিষ্ঠিত।

ভক্তসকলৰ বাহিৰেও আৰু বহুত লোকৰে সৈতে স্বামী বিবেকানন্দৰ বন্ধুত্ব হৈছে। তেখেতে সমাজৰ উচ্চ-নীচ সকলো শ্রেণীৰ মানুহৰ লগত বন্ধু আৰু ভাতৃ ভাবেই ব্যৱহাৰ কৰে। ইয়াৰ চহৰবিলাকৰ ভিতৰত যিসকল বুদ্ধিত শ্রেষ্ঠ আৰু চিন্তা-শীলতাত অগ্রণী সিবিলাকেও তেখেতৰ বৈঠক বিলাকত যোগদান দিছে। তেখেতৰ প্রভাবত ইতিমধ্যেই ইয়াত ধর্ম্মজীবনৰ বিকাশ সুস্পষ্ট ভাবে দেখা গৈছে।" × × ×

ইয়াৰ উপৰিও উক্ত পত্রিকাত প্রকাশিত হোৱা স্বামী কৃপানন্দৰ এখন চিঠিৰ একাংশ তুলি দিয়া হল। ইয়াৰ পৰাও স্বামীজীৰ বিষয়ে স্পষ্ট আভাস পোৱা যাব :—

× × × "হিন্দুজাতিৰ আধ্যাত্মিকতা এই দেশত প্রতিষ্ঠিত কৰিবৰ কাৰণে তেখেতে (স্বামীজীয়ে) অসীম শাৰীৰিক আৰু মানসিক শক্তি প্রয়োগ কৰিছে। যেয়ে তেখেতৰ অমানুষিক পৰিশ্রম দেখিব সেয়ে চমৎকৃত হব আৰু শ্রদ্ধা প্রকাশ কৰিব। তেখেতে দিনে দুবাৰ বক্তৃতা দিব লাগে, বহুতো মানুহলৈ চিঠি লিখিব লাগে, বহুতৰ লগত দেখা কৰিব লাগে, বহুতকে আকৌ ব্যক্তিগত ভাবে উপদেশ দিব লাগে, তেখেতৰ অনুবর্ত্তীসকলৰ সহায়তাৰ কাৰণে কিতাপ আকাৰত উপদেশ আৰু কাৰ্য্যাৱলী লিখিব লাগে। এইদৰে নিচেই দুবাৰ পৰা ৰাতি মাজ নিশালৈকে তেখেতে

অবিৰত পৰিশ্ৰম কৰিব লগাত পৰে। বিশ্বপ্ৰেম-প্ৰসূত অদম্য ইচ্ছাশক্তি নাথাকিলে এনে কঠিন পৰিশ্ৰমৰ ফলত তেখেতৰ দৰে বলিষ্ঠ শৰীৰবো ইমান দিনে স্বাস্থ্য হানি হলহেঁতেন। ইচ্ছা শক্তিৰ বলৰেই তেখেতে আনন্দমনে এনে দুৰূহ কাম কৰিব পাৰিছে। একালে তেখেত যেনে পৰম ভক্ত আৰু জ্ঞানী আন কালে তেনে কৰ্মযোগৰ অৱতাৰ। জ্ঞান, ভক্তি আৰু কৰ্ম এই তিনিওটিৰ সম্মিলন একমাত্ৰ তেখেতৰ পূজনীয় গুৰুদেৱ শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংস-দেৱৰ জীৱনতে দেখা যায়। স্বামী বিবেকানন্দ তেখেতৰ উপযুক্ত শিষ্য।

× × × তেখেতৰ বক্তৃতা আৰু প্ৰবন্ধ আদি প্ৰচাৰৰ ফলত চাৰিওফালে ধৰ্মভাবৰ প্ৰবল সোঁত বৰলৈ আৰম্ভ হৈছে। জনসাধাৰণৰ মনৰ পৰা আজন্ম সঞ্চিত ভ্ৰান্তি আৰু কুসংস্কাৰ-বিলাক দূৰ হবলৈ ধৰিছে আৰু তাৰ ঠাইত সত্যানুসন্ধানৰ প্ৰবৃত্তি জাগি উঠিছে। এইদৰে তেখেতৰ উপদেশবিলাকে লাহে লাহে সমাজৰ ওপৰত প্ৰভাব বিস্তাৰ কৰি আধ্যাত্মিক কল্যাণ বিধান কৰিছে। বেদান্ত দৰ্শনৰ শ্ৰেণীত পঢ়ুৱাইৰ সংখ্যা দিনক দিনে বাঢ়িব লাগিছে। সংস্কৃত শব্দ যি ঠাইত শুনাৰে আশা নাছিল তাত এই দেশৰ মানুহে সহজে শব্দ আৰু বাক্য উচ্চাৰণ কৰিব পাৰিছে আৰু সাধাৰণতে আত্মা, মোক্ষ, পুৰুষ, প্ৰকৃতি শব্দ ব্যৱহাৰ কৰিবলৈ শিকিছে × × ×

নিৰূপিত শ্ৰেণীত এতিয়া স্বামীজীয়ে 'ভক্তিযোগ' সম্বন্ধে বক্তৃতা দিবলৈ ধৰে। তাৰ পিচত অন্য ঠাইত "My Master" মদীয় আচাৰ্য্যদেৱ শীৰ্ষক বিষয়ৰ মহামূল্যবান বক্তৃতা দিয়ে। ইয়াৰ ভাব আৰু ভাষা অতি হৃদয়গ্ৰাহী হৈছিল। ইয়াতেই তেখেতৰ বাগ্মিতা শক্তি আৰু বৰ্ণনা কৰিব পৰা ক্ষমতা বিশেষ ভাবে প্ৰকাশ পাইছিল।

ইয়াৰ পিচতে ডক্টৰ ষ্ট্ৰীটে স্বামীজীৰ ওচৰত সন্ন্যাসমন্ত্ৰ গ্ৰহণ কৰে আৰু এই আশ্ৰমৰ নাম স্বামী যোগানন্দ ৰখা হয়। মুঠতে আগতে যি সকল লোক স্বামীজীৰ অনুৰাগী মাথোন আছিল, এতিয়া সেই সকলে তেখেতৰ শিষ্যত্ব গ্ৰহণ কৰি ত্যাগী হবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ইয়াৰ দ্বাৰায় বুজা যায় যি উদ্দেশ্য লৈ স্বামীজী আমেৰিকালৈ আহিছিল সেই উদ্দেশ্য সিদ্ধি হল। আমেৰিকা বাসী মুনিহ তিৰোতাৰ মাজত বেদান্ত ধৰ্মৰ ভাব উৎসাহিত হৈ পৰিল। পাশ্চাত্য ভোগপৰায়ণ দেশত মাথোন তিনি বছৰ পৰিশ্ৰমৰ ফলত এতিয়া ত্যাগধৰ্মত দীক্ষা লবলৈ উৎসুক হোৱাত বুজা যায় স্বামীজীয়েও কেনে ভাবে পৰিশ্ৰম কৰিব লগাত পৰিছিল। ধৰ্মাধিকাৰৰ কথা বাহুল্য ভাবে বিশ্লেষণ কৰি চাবৰ প্ৰয়োজনেই নাই। এই সময়তে স্বামীজীয়েও ভাৰতৰ শিষ্য সকলৈ আনন্দিত হৈ লিখিছিল মই এতিয়া আমেৰিকাবাসীৰ সভ্যতাৰ মৰ্ম্মস্থল স্পৰ্শ কৰিব পাৰিছোঁ।"

ডেট্ৰয়টৰ "বেথেল মন্দিৰ" নামক গীৰ্জাৰ পুৰোহিতৰ নিমন্ত্ৰণ অনুযায়ী স্বামীজী তালৈ আহিল। তাত দুটা বক্তৃতা দিলে। প্ৰথমটো হৈছে "পাশ্চাত্য দেশৰ প্ৰতি ভাৰতৰ বাণী," দ্বিতীয়টি হৈছে "বিশ্বজনীন ধৰ্ম্মৰ আদৰ্শ।" এই বক্তৃতা অতি ফলদায়ক হৈছিল। এই বাৰ স্বামীজী ইয়াত মাথোন হৈধ্য কি পোন্ধৰ দিন আছিল। ইয়াতো উদ্যোগী লোকসকলৰ আগ্ৰহত নিৰূপিত 'ক্লাচ' খুলিলে আৰু তাৰ পৰিচালনাৰ ভাৰ দিলে স্বামী কৃপানন্দৰ ওপৰত। ইয়াৰ পৰা স্বামীজী বোষ্টন নগৰলৈ আহিল। ইয়াতো বহুতেই স্বামীজীৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। মিচেচ ওলিবুলেই এই বিষয়ত যথেষ্ট সহায়তা কৰিছিল।

হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ দাৰ্শনিক বিভাগৰ গ্ৰেজুৱেট ছাত্ৰসকলে

স্বামীজীৰ বক্তৃতা শুনিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। সেই মতে বিখ্যাত অধ্যাপক মিঃ ফক মহোদয়ে স্বামীজীক নিমন্ত্ৰণ কৰিলে। স্বামীজীয়ে এনে পণ্ডিত সমাজৰ মাজত বক্তৃতা দিবলৈ সদায় ব্যগ্ৰ। কাৰণ তেওঁতে জানিছিল জ্ঞানী আৰু পণ্ডিত সমাজৰ মাজত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলে স্থায়ী অনুষ্ঠান বা প্ৰভাব কেতিয়াও হব নোৱাৰে। তেওঁতে জানে এই বিশ্ববিদ্যালয়ৰ ছাত্ৰ সমাজেই জগতৰ শীৰ্ষ স্থানীয় পণ্ডিত মণ্ডলীৰ অন্যতম। স্বামীজী যথাসময়ত সিবিলাকৰ মাজত উপস্থিত হলহি। 'বেদান্ত দৰ্শন' সম্বন্ধেই এই পণ্ডিতমণ্ডলীৰ আগত প্ৰথম বক্তৃতা দিলে, আৰু কেইবা দিনো নানা ভাবৰ পৰা এই দৰ্শন শাস্ত্ৰৰ গভীৰ তত্ত্ব বিলাকৰ আলোচনা কৰিলে। এনে কি বৰ্ত্তমান বৈজ্ঞানিক তথ্য বিলাকৰ পোহৰতো বেদান্তৰ সিদ্ধান্তবিলাক পৰীক্ষা কৰি দেখুৱাই স্বামীজীয়ে এনে পাণ্ডিত্য প্ৰকাশ কৰিব পাৰিছিল যে সকলো মোহিত নহৈ নোৱাৰিলে। বিশ্ববিদ্যালয়ৰ অধ্যক্ষ জনে স্বামীজীৰ গুণ গৰিমাত মোহিত হৈ সেই বিশ্ববিদ্যালয়তে অধ্যাপক পদত ৰাখিবলৈ চেষ্টা কৰিছিল আৰু বিশেষ ভাবে অনুৰোধ কৰিছিল। স্বামীজীয়ে উত্তৰ কৰিলে "সন্ন্যাসীৰ জীৱন স্বাধীন পক্ষীৰ দৰে। চাকৰি লৈ কি কৰিম?"

যিহওক স্বামীজীৰ বক্তৃতা আৰু বক্তৃতা প্ৰসঙ্গত হোৱা প্ৰশ্নোত্তৰ, তাত থকা কেইটা দিনত আলোচনা কৰা আন আন প্ৰসঙ্গবিলাক এনে উপাদেয় হৈছিল যে বিশ্ববিদ্যালয়ে তাক যুগুত কৰি পুস্তকাকাৰে প্ৰকাশ কৰিবলৈ স্থিৰ কৰিলে। তাৰ ভূমিকা লিখিলে বিখ্যাত অধ্যাপক বেভাৰেও চি, চি, এভাৰেট ডি ডি, এল, এল ডি মহোদয়ে এই ভূমিকাৰ এটা অংশ আমি ইয়াত তুলি দিলোঁ। ইয়াৰ পৰাই বুজিব স্বামীজীয়ে সেই দেশৰ

পণ্ডিত সমাজৰ মাজত অদ্বৈত ভাবৰ প্ৰভাব কেনেকৈ বিস্তাৰ কৰিব পাৰিছিল।

"চিকাগো ধৰ্ম্ম মহাসভাত স্বামী বিবেকানন্দৰ হিন্দুধৰ্ম্মমত জ্ঞাপনৰ প্ৰণালী সকলোৰে চিত্ত আকৰ্ষণ আৰু শ্ৰদ্ধা উৎপাদন কৰিছে। তাৰ পিচতো সেই সম্বন্ধে তেখেতে এই দেশৰ নানা ঠাইত বক্তৃতা দিছে। আচলতে ধৰ্ম্মপ্ৰচাৰ কৰিবলৈকে তেখেতৰ ভাৰতবৰ্ষৰ পৰা এই দেশলৈ অহা উদ্দেশ্য। সকলো ঠাইতে বহুতে এতিয়া তেখেতৰ লগত গভীৰ বন্ধুত্বাসূত্ৰে আবদ্ধ হৈছে আৰু সকলোৱেই তেখেতৰ হিন্দু দৰ্শন শাস্ত্ৰৰ ব্যাখ্যা আনন্দেৰে শুনিছে। ভাৰতবৰ্ষৰ লোকসকলেও তেখেতৰ কাৰ্য্যকলাপ উৎসুক নেত্ৰে লক্ষ্য কৰি কৃতকাৰ্য্যতাত আনন্দ প্ৰকাশ কৰা অতিশয় আনন্দৰ কথা। × × × × × × আচলতে পঠনীয় বিষয় বিলাকৰ ভিতৰত হিন্দুৰ দৰ্শনশাস্ত্ৰৰ দৰে এনে মনোৰম পাঠ্য বোধ হয় আন আৰু একো নাই। × × বেদান্ত তত্বক স্বপ্নজালৰ দৰে উচ্ছৃঙ্খল কল্পনাপ্ৰসূত বুলি বিবেচনা কৰা অনুচিত। দাৰ্শনিক হেগেলে কয়—স্পিনোজাৰ মতবাদৰ পৰাই প্ৰকৃত দৰ্শন শাস্ত্ৰৰ আৰম্ভ, কিন্তু মই কওঁ সেই কথা বেদান্তবাদতহে খেচিকৈ খাটে। কাৰণ, আমি (পাশ্চাত্য দেশৰ মানুহে) 'বহু' লৈয়েই ব্যস্ত। কিন্তু যি 'একত্বৰ' ওপৰত 'বহুত্ব' প্ৰতিষ্ঠিত সেই 'একত্ব' জ্ঞান নহলে 'বহুত্বৰ' উপলব্ধি হব কেনেকৈ? ফলতঃ একৰ বাহিৰে দুই নাই—এই সত্য প্ৰাচ্যদেশেই আমাক শিক্ষা দিবলৈ সমৰ্থ আৰু স্বামী বিবেকানন্দই আমাক সেই শিক্ষা প্ৰদান কৰাত আমি তেখেতৰ ওচৰত কৃতজ্ঞতাপাশত আবদ্ধ।"

স্বামীজীয়ে কেম্ব্ৰিজত মিচেচ ওলিবুলৰ ঘৰত দুটা বক্তৃতা দিছিল। তাৰে এটা আছিল "হিন্দু ৰমণীৰ আদৰ্শ"। এই বক্তৃতাটো

কেম্ব্রিজবাসিনী মহিলা সকলৰ আগত দিছিল। বক্তৃতাটো স্বদেশানুৰাগব্যঞ্জক আৰু গভীৰ ভাবপূৰ্ণ। ইয়াৰ দ্বাৰা ভাৰতীয় নাৰীৰ চৰিত্ৰবল আৰু মাতৃত্বৰ আদৰ্শ নানান দৃষ্টান্তৰ দ্বাৰা প্ৰতিপন্ন কৰিছিল আৰু আমেৰিকাত হিন্দুনাৰীৰ হীনাৱস্থাৰ বিষয়ে যি গল্পকথা প্ৰচাৰিত হৈছে সেইবোৰ কাল্পনিক আৰু মিছা। এই বক্তৃতাত সকলো মহিলা মুগ্ধ হৈছিল। বক্তৃতাৰ শেষত স্বামীজীয়ে কৈছিল "মোৰ গৰ্ভধাৰিণীৰ নিস্বাৰ্থ প্ৰেমৰ আদৰ্শ আৰু পূত চৰিত্ৰ উত্তৰাধিকাৰ সূত্ৰে পোৱা বাবেহে মই এই সন্ন্যাস জীৱনৰ অধিকাৰী হৈছো আৰু যদি জীৱনত কিবা সৎকাম কৰিব পাৰিছো তেনেহলে সেই সকলো মোৰ মাতৃদেবীৰ কৃপাতেই।" স্বামীজীৰ কথাত মহিলাসকল মুগ্ধ হৈছিল আৰু 'খৃষ্টমাছৰ' বৰদিনৰ উৎসৱত স্বামীজীৰ মাকলৈ এটি উপহাৰে সৈতে এখনি অভিনন্দন পত্ৰ পঠাই দিছিল। পত্ৰখনিৰ শেষত লিখিছিল—"হে পুণ্যচৰিতে, আপোনাৰ জীৱনৰ কাৰ্য্যসমূহ আপোনাৰ সন্তানৰ চৰিত্ৰত প্ৰতিফলিত হৈছে। সেই মহৎকাৰ্য্যৰ মাহাত্ম্য সম্যকৰূপে উপলব্ধি কৰি আমি আপোনাৰ প্ৰতি আমাৰ হৃদয়ৰ কৃতজ্ঞতা নিবেদন কৰিছো অনুগ্ৰহ কৰি তাক গ্ৰহণ কৰক। আশা কৰোঁ এই ক্ষুদ্ৰ হলেও শ্ৰদ্ধাপূৰ্ণ উপহাৰে সকলোকে মনত পেলাই দিব যে জগতত ভাতৃভাব, একপ্ৰাণতা আৰু ধৰ্ম্মৰাজ্যৰ প্ৰতিষ্ঠা অচিৰে অৱশ্যম্ভাৱী।"

ইং ১৮৯৬ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা স্বামীজীয়ে বক্তৃতা দিয়া বন্ধ কৰিলে আৰু স্থায়ী ভাবে বেদান্ত ব্যাখ্যা কৰিবৰ কাৰণে নিউইয়ৰ্কত "নিউইয়ৰ্ক বেদান্ত সভা" নামে এখন সভা স্থাপন কৰিলে। এই সভাৰ মতে কোনো ধৰ্ম্মমত পোষণ নকৰাকৈ সকলো ধৰ্ম্মৰ মাজতে কেনেকৈ বেদান্ত ভাব উপলব্ধি কৰিব পাৰি সেই পন্থা নিৰ্দ্দেশ কৰা। স্বামীজীয়ে এই বিষয় শিষ্যসকলক শিক্ষা

দিবলৈ ধৰিলে। এওঁবিলাকৰ শিক্ষাৰ সুবিধাৰ কাৰণে এতিয়া ৰাজযোগ, ভক্তিযোগ, কৰ্ম্মযোগ পুস্তকাকাৰে প্ৰকাশিত হল। এই মূল্যবান কিতাপ কেইখনৰ বিষয়ে আমেৰিকাৰ বেলেগ বেলেগ বাতৰিকাকতত সমালোচনা প্ৰকাশিত হল। সকলোৱেই নানা ভাবৰ পৰা ইয়াৰ ভূয়সী প্ৰশংসা কৰিলে। এইদৰেই স্বামীজীৰ কাৰ্য্য আমেৰিকাত সুপ্ৰতিষ্ঠিত হল।

এই প্ৰতিষ্ঠা লাভ কৰিবলৈ স্বামীজীয়ে যেনে পৰিশ্ৰম কৰিব লগীয়া হৈছিল তাত তেখেতৰ শৰীৰ ক্ষয় হবলৈ ধৰিছিল। সাহায্যৰ কাৰণে তেখেতে মঠৰ গুৰুভকতলৈ স্বামী সাৰদানন্দক পঠাই দিবলৈ অনুৰোধ কৰি পঠালে। তথাপি ইমান দিনে তেখেত আহি নাপালে। এতিয়া ইয়াত এক প্ৰকাৰ কাৰ্য্য সমাধা কৰি আগন্তুক বসন্ত কালত আকৌ লণ্ডনলৈ যাবলৈ স্থিৰ কৰিলে। এতিয়া আকৌ স্বামী সাৰদানন্দলৈ লিখিলে যাতে শীঘ্ৰে তেখেত পোনে পোনে লণ্ডনলৈ আহে আৰু মিঃ ষ্টাৰ্ডিৰ ঘৰতে তেওঁলোকৰ (স্বামীজীৰ) কাৰণে অপেক্ষা কৰে। স্বামীজীয়ে বুজিছিল নিউইয়ৰ্ক আৰু লণ্ডনেই পাশ্চাত্য জগতৰ দুটি ঘাই কেন্দ্ৰস্থল। এই কেন্দ্ৰস্থল দুটিত প্ৰকৃত কাৰ্য্য আৰম্ভ কৰিব পাৰিলে পিচলৈ ইয়াৰ পৰাই গোটেই পাশ্চাত্য জগতত তেখেতৰ উপদেশ আৰু শিক্ষা বিয়পি পৰিব। ইতিমধ্যেই তেখেতে দেখিলে যে পাশ্চাত্যজগত তেখেতৰ শিক্ষাত প্ৰভাবান্বিত হৈছে আৰু নানা ধৰ্ম্মযাজকৰ মাজত তাৰ যথেষ্ট পৰিচয় পাইছে।

তেখেতে দেখিলে নিউইয়ৰ্কত কাম আৰম্ভ কৰা হল। এতিয়া লণ্ডনত কৰিব পাৰিলেই এই যাত্ৰা লৈ বিদায় লব পাৰে। সেই কাৰণেই এতিয়া তেখেতে লণ্ডনলৈ যাবলৈ উদ্‌গ্ৰীৱ হৈ উঠিল। কিন্তু যাবৰ আগতে স্বামীজীয়ে কিছু ওৱেষ্টোক সন্ন্যাস ব্ৰত দিলে

আৰু তেখেতৰ নাম ৰাখিলে চিষ্টাৰ হৰিদাসী। এতিয়া আন আন শিষ্য সকলকো তেখেতৰ অবৰ্ত্তমানে কেনেকৈ কাম চলাব লাগিব আৰু কি ভাবৰ শিক্ষা দিব লাগিব সেই বিষয়ে প্ৰস্তুত কৰিবলৈ ধৰিলে। চিষ্টাৰ হৰিদাসীৰ যোগ্যতা অনুসাৰে তেখেতক "ৰাজযোগৰ" সৰ্ব্বোৎকৃষ্ট শিক্ষক হব বুলি সেই ভাৰ দিলে। স্বামী কৃপানন্দ, অভয়ানন্দ যোগানন্দ আৰু আন কেইজনমান যোগ্য ব্ৰহ্মচাৰীৰ ওপৰত স্বামীজীয়ে বেদান্ত শিক্ষাৰ ভাৰ দিলে। এতিয়া তেওঁবিলাকক বেদান্তৰ ত্ৰিবিধ মতৰ বিষয়ে দ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ আৰু অদ্বৈতবাদ শিক্ষা দিবলৈ ধৰিলে আৰু যাতে যোগ্যতা বাঢে তাৰ চেষ্টা কৰিলে। তেখেতে স্থাপন কৰা "নিউইয়ৰ্ক বেদান্ত সভাৰ" সভাপতি পাতিলে মিঃ ফ্ৰেন্সিছ লেগেতক। এই দৰে আমেৰিকাত বেদান্ত ধৰ্ম্মৰ কাৰ্য্য বিস্তাৰৰ কাৰণে যি সকলে সহায়তা কৰিছিল তাৰ ভিতৰত মিচ মেৰী ফিলিপচ, মিচেচ আৰ্থৰ স্মিথ আৰু সুপ্ৰসিদ্ধ গায়িকা মিচ এমা থাৰ্সবি, মিঃ আৰু মিচেচ গুডইয়াৰৰ নাম উল্লেখ যোগ্য। এই সকলো কেগৰাকীয়েই পৰহিতকৰ অনুষ্ঠানৰ পক্ষপাতী আছিল। এতিয়া স্বামীজীয়ে দেখিলে আমেৰিকাত বেদান্ত ধৰ্ম্মৰ ভিত্তি দৃঢ ভাবেই প্ৰতিষ্ঠিত হল আৰু সময়ৰ লগে লগে ই গোটেই আমেৰিকাতে পৰিব্যাপ্ত হব।

আমেৰিকাৰ কাম শেষ কৰি স্বামীজী লণ্ডনলৈ আহিল। এপ্ৰিল মাহৰ ১৫ তাৰিখেই লণ্ডনৰ মিঃ ষ্টাৰ্ডি চাহাব মহোদয়ৰ ঘৰ পালেহি। আহি দেখে তেখেতৰ নিৰ্দ্দেশ অনুযায়ী আগৰে পৰা আলমবাজাৰ মঠৰ পৰা (বৰাহ নগৰৰ পৰা মঠ সেই সময়ত আলমবজাৰলৈ স্থানান্তৰিত হৈছিল) স্বামী সাৰদানন্দ আহি তেখেতৰ কাৰণেই অপেক্ষা কৰি আছে। এখেতক দেখি স্বামীজী অতিশয় সন্তুষ্ট হল। কিমান দিন তেখেতে প্ৰাণতকৈও অধিক প্ৰিয় গুৰু

ভকত সকলক দেখা পোৱা নাই। স্বামীজীয়ে একে একে সকলোৰে খবৰ সুধিলে, মঠৰ কাম কেনে চলিছে জানি ললে। তদুপৰি অন্যান্য ভক্তসকলৰ খবৰ আৰু মঠতে নিজদেশ ভাৰতবৰ্ষৰ বিষয়েও জানিবলগীয়া খবৰ সোধ-পোছ কৰি জানি বৰ আনন্দ পালে।

স্বামীজী ইংলণ্ডলৈ অহা এয়ে প্ৰথম নহয়। ইয়াৰ আগৰ বাৰতে তেখেতে আগতীয়া কাম শেষ কৰি গৈছে। আমেৰিকাৰ দৰে ইয়াৰ লোকসকলেও স্বামীজীৰ প্ৰচাৰিত নতুন ধৰ্মভাবৰ, ধৰ্মজীবন লাভৰ সন্ধান পাইছেই। মানুহ জীৱনৰ চৰম সাৰ্থকতা যে আধ্যাত্মিক উন্নতি সাধনত আৰু সেই অৱস্থা লাভৰ প্ৰকৃত পন্থা যে বেদান্ত প্ৰতিপাদ্য অদ্বৈতবাদ সাধনত আৰু উপলব্ধিত নিহিত আছে এই কথা যুক্তি আৰু বিচাৰ বলেৰে প্ৰতিপন্ন কৰি স্বামীজীয়ে ইতিপূৰ্ব্বেই প্ৰচাৰ কৰি গৈছে। এতিয়া সেই শিক্ষাৰে এটা স্থায়ীৰূপ দিব লাগে আৰু যিমানখিনি সম্ভৱ দেশৰ জ্ঞানী আৰু পণ্ডিত মণ্ডলীৰ সহানুভূতি আকৰ্ষণ কৰিব লাগে। কাৰণ উচ্চ ভাবৰাশি সমাজৰ এই অংশইহে চিৰকাল ৰক্ষা কৰি আহিব পৰিছে আৰু আগলৈকো পাৰিব।

যিহেতুক স্বামীজীয়ে এতিয়া লণ্ডনৰ ভক্ত আৰু অনুৰক্ত সকলৰ সহায়ত দুই এঠাইত ভাড়ৰ সভাৰ আহ্বান কৰি দুই এটা বক্তৃতা দিয়াৰ পিচৰ পৰাই যেই মাহৰ আৰম্ভ পৰা নিয়মিতৰূপে শিক্ষাকেন্দ্ৰ (ক্লাচ) পাতিলে আৰু তাত ধাৰাবাহিক ভাবে "জ্ঞানযোগৰ" বিষয়ে বক্তৃতা দিবলৈ ধৰিলে। এতিয়া লগত বিশ্বস্ত গুডউইন চাহাব থকাত স্বামীজীৰ বক্তৃতাবোৰ টুকি লব পৰা হল আৰু তাৰ দ্বাৰা বহুতো সুবিধা হল। যিহেতুক এই বক্তৃতা শিলাকত জ্ঞানৰ গভীৰতা ভাল দৰেই উপলব্ধি কৰি শ্ৰোতাসকল আৰু

হৈছিল। তদুপৰি তেখেতৰ দেৱ-দুৰ্লভ চৰিত্ৰত সমাজৰ সকলো শ্ৰেণীৰ মানুহ আৰু সকলো ধৰ্ম্মসম্প্ৰদায়ৰ মানুহ, সকলো প্ৰকাৰ বিষয়ৰে জ্ঞানী লোকসকল কি দাৰ্শনিক, কি কবি, কি বৈজ্ঞানিক, কি ঐতিহাসিক সকলোৱেই বিমোহিত হৈ অনুৰাগী হৈ উঠিছিল। তেখেতৰ উদাৰ মতবাদ, ধৰ্ম্মভাবত নতুন পোহৰ দেখি ধৰ্ম্মযাজক সম্প্ৰদায় স্তম্ভিত হৈছিল আৰু এতিয়াৰ পৰা স্বামীজীৰ মতবাদতে প্ৰভাবান্বিত হৈছিল। এসময়ত এজন অতি বুঢ়া বয়সৰ ধৰ্ম্মযাজকে স্বামীজীৰ বক্তৃতা শুনি যাবৰ সময়ত স্বামীজীক কলে "তোমাৰ বক্তৃতা শুনি অতিশয় আনন্দিত হলোঁ। তোমাৰ কথাবিলাক সত্য। কিন্তু তোমাৰ কথাবিলাকত নতুনত্ব একো নাই।" স্বামীজীয়ে অতি বিনয় সহকাৰে এনেভাৱে উত্তৰ দিলে যে সত্য সদায় পুৰণি। হিন্দুমতে সত্যৰ আদি অন্ত নাই। সৃষ্টিৰ আদিতে সত্য। তাত আকৌ নতুনত্ব কি? কিন্তু যদি সেই সত্যৰ বিষয়ে আলোচনা কৰোঁতে আপোনাৰ প্ৰাণত আলোড়ন হয় আৰু তাৰ ফলত আপোনাৰ মনত উচ্চতৰ জীৱন লাভ কৰিবলৈ আকাঙ্ক্ষা জাগি উঠে তেনেহলেই পুৰণি কথা হলেও সত্য সন্ধানৰ বিষয়ে আলচ কৰা সাৰ্থক নহলনে? শ্ৰোতা সকলে এনে যুক্তিপূৰ্ণ কথা আনন্দেৰে সমৰ্থন কৰিলে।

ইয়াৰ উপৰিও স্বামীজীয়ে কোনো কোনো ঠাইত প্ৰতি ৰবিবাৰে বক্তৃতা দিবলৈ দিহা কৰিলে। ইয়তো ৰীতিমতে ৰাজযোগ আৰু ভক্তিযোগৰ বিষয়ে ধাৰাবাহিকৰূপে বক্তৃতা দিছিল। স্বামীজীৰ কথাত আৰু ব্যৱহাৰত সন্তুষ্ট হৈ এতিয়া সকলো শ্ৰেণীৰ মানুহ তেখেতৰ ওচৰলৈ আলাপ আলোচনা কৰিবলৈ কিম্বা কাৰো প্ৰয়োজন অনুযায়ী উপদেশ লবলৈ আহিবলৈ ধৰিলে। ইয়াতো স্বামীজীয়ে যথেষ্ট পৰিশ্ৰম কৰিব লগাত

পৰিছিল। তেখেতে ধাৰাবাহিক ভাবে বক্তৃতা দিয়া, ধাৰাবাহিক ভাবে ক্লাচ কৰাৰ উপৰিও সময়মতে বহুতো সম্ভ্ৰান্ত পুৰুষ কিম্বা মহিলাৰ আহ্বানত কোনো কোনো ঘৰত বক্তৃতা দিব লগাত পৰিছিল।

এইদৰে আমন্ত্ৰিত হৈ স্বামীজীয়ে পোনতে শ্ৰীমতী আনি বেশান্তৰ ঘৰলৈ গৈছিল আৰু 'ভক্তি' সম্বন্ধে বক্তৃতা দিছিল। তাৰ পিচত মিচেচ মাৰ্টিনৰ ঘৰত "আত্মা সম্বন্ধে হিন্দুৰ ধাৰণা" বিষয়ৰ বক্তৃতা দিছিল। 'ছিছেম ক্লাব' নামে মহিলা সকলৰ এক অনুষ্ঠানত "শিক্ষা" বিষয়ে বক্তৃতাত মতামত প্ৰকাশ কৰি কৈছিল— "শিক্ষা মানে কিছুমান কিতাপ কণ্ঠস্থ কৰা নহয়, প্ৰকৃততে শিক্ষাৰ উদ্দেশ্য হৈছে চৰিত্ৰ গঠন কৰা।" চৰিত্ৰই জগতত মানুহৰ শ্ৰেষ্ঠ সম্পদ। ইয়াৰ পিচতে গ্ৰেটবৃটেন আৰু আয়াৰ্লেণ্ডত সেই সময়ত যিবিলাক ভাৰতীয় ছাত্ৰ আছিল সিঁহঁতে স্বামীজীক নিজৰ দেশৰ নেতা বুলি "সামাজিক মিলন সভা" এখন পাতি তালৈ নিমন্ত্ৰণ কৰি আনিলে। আনন্দেৰে স্বামীজী সেই অনুষ্ঠানলৈ আহিল আৰু সেই সভাৰ "হিন্দুসকলৰ প্ৰয়োজন কি?" শীৰ্ষক এটি বক্তৃতা দিলে। ইয়াৰ দ্বাৰায় ভাৰতীয় ছাত্ৰসকলৰ কৰ্তব্য সম্বন্ধে আৰু সিবিলাকৰ জীৱনৰ আদৰ্শ কেনে হোৱা উচিত সেই বিষয়ে নিৰ্দেশ দিছিল। তেতিয়াৰ দিনত অন্ধ অনুকৰণৰ ফলত আমাৰ মানুহবিলাক ক্ৰমে মাৰাত্মক বিজাতীয় ভাবাপন্ন হৈ আহিছিল। স্বামীজীয়ে সেইটো তীব্ৰভাবে আক্ৰমণ কৰি তাৰ অসাৰতা প্ৰতিপন্ন কৰিছিল।

স্বামীজীৰ লগত সাক্ষাৎ কৰি কোনো কোনো বিষয়ে আলাপ কৰিবলৈ বা মতামত গ্ৰহণ কৰিবলৈ বাতৰি কাকতৰ কিম্বা

মাহিলি কাকতৰ সম্পাদকসকল তেখেতৰ ওচৰলৈ আহিছিল। সিবিলাকৰ কাকতত সেই আলাপ-আলোচনাবো বিস্তৃত বিবৰণ কাকতত প্ৰচাৰ কৰি নিজ নিজ মন্তব্য প্ৰকাশ কৰিছিল। কোৱা বাহুল্য এই মন্তব্য বিলাকত স্বামীজীক ভূয়সী প্ৰশংসা কৰিছিল আৰু বহুমুখী প্ৰতিভাৰ বিষয়ে সকলোৰে মুহ্যমান দৃষ্টি আকৰ্ষণ কৰিছিল।

যাৰ ঘৰত স্বামীজী প্ৰায়েই আলহী থাকে হিন্দুদৰ্শনৰ আৰু ধৰ্ম্মৰ পক্ষপাতী আৰু তেখেতৰ অনুৰক্ত ভক্ত মিঃ ষ্টাৰ্ডি মহোদয়ে এই সময়ত "নাৰদীয় ভক্তি" সূত্ৰৰ ইংৰাজী অনুবাদ কৰিছিল। সেই কামত সহায়তা কৰিবলৈ স্বামীজীক অনুৰোধ কৰিছিল। স্বামীজীয়েও আনন্দেৰে সেই কামত সহায়তাই নহয় নিজেও সেই অনূদিত সূত্ৰবিলাকৰ বিশদ ব্যাখ্যা লিখি দিয়ে আৰু সেই ব্যাখ্যাই সৈতে গোটেই কিতাপখন প্ৰচাৰ কৰাত সৰ্ব্বসাধাৰণৰ মাজত সি বিশেষৰূপে সমাদৃত হয়।

লণ্ডন নগৰীত থকা কালত স্বামীজীৰ লগত পণ্ডিত প্ৰবৰ মোক্ষমূলাৰৰ সাক্ষাৎকাৰেই এটা বিশেষ উল্লেখযোগ্য ঘটনা। স্বামীজীৰ খবৰ পাই পণ্ডিত প্ৰবৰেই নিমন্ত্ৰণ কৰি তেখেতক ঘৰলৈ মাতি নিয়ে আৰু যথেষ্ট আদৰ-সাদৰ কৰে। এই মোক্ষমূলাৰ মহোদয় বেদান্তবাদী আছিল। ভাৰতীয় দৰ্শন শাস্ত্ৰৰ প্ৰতিও অনুৰাগী আছিল। তেখেতে স্বামীজীক সুধিছিল—৺কেশবচন্দ্ৰ সেনে জীৱনৰ শেষৰ কালে ধৰ্ম্মমত কিয় পৰিবৰ্ত্তন কৰিছিল? তাৰ উত্তৰত স্বামীজীয়ে শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসদেৱৰ ধৰ্ম্মজীৱনৰ প্ৰভাৱৰ কথা উল্লেখ কৰে আৰু নিজেও যে তেখেতৰ শিষ্য আৰু তেখেতৰ কৃপাতেই যে আজি এনে ভাবে বিদেশত প্ৰচাৰ কৰিবলৈ আহিব পাৰিছে সেই কথাও মুক্তকণ্ঠে স্বীকাৰ কৰিলে। পৰমহংসদেৱৰ কথাত মোক্ষমূলাৰ

আকৃষ্ট হল আৰু তেওঁৰ উপদেশাৱলীৰ সৰলতা অথচ গভীৰ অৰ্থপূৰ্ণ হেতুকে তাৰ প্ৰতিও শ্ৰদ্ধাসম্পন্ন হল। তেওঁৰ জীৱনীৰ বিষয়ে আৰু বেছিকৈ জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। সেই আগ্ৰহ অনুযায়ী স্বামীজীৰ নিৰ্দ্দেশমতে স্বামী সাৰদানন্দই তেওঁক বহুতো সমল যোগান দিলে যাৰ সহায়েৰে তেওঁতে কিছুদিনৰ পিচত 'পৰমহংসদেৱৰ জীৱনী আৰু উপদেশাৱলী নামে' এখন উপাদেয় কিতাপ লিখি প্ৰকাশ কৰিলে। সেই কিতাপখন আজিও ভক্তসকলে অতি আগ্ৰহেৰে পাঠ কৰা দেখা যায়।

স্বামীজীক এই মোক্ষমূলাৰ মহোদয়ে অকল স্নেহ কৰাই নহয় যথেষ্ট সন্মানো কৰিছিল। স্বামীজীক অক্সফোৰ্ডৰ বহুতো কলেজ আৰু বিখ্যাত লাইব্ৰেৰীলৈ লৈ গৈছিল। তাত বিখ্যাত অধ্যাপক সকলৰ লগত পৰিচিত হবৰ আৰু স্বামীজীৰ নিজৰ বক্তব্যৰ বিষয়েও পৰিচিত কৰাবৰ সুবিধা হৈছিল। কেদিনমান তেওঁৰ তাত থকাৰ পিচত স্বামীজী বিদায় হৈ আহিল। আহিবৰ সময়ত স্বামীজীক তেওঁতে ৰেলষ্টেচনলৈকে আগ বঢ়াই থৈছিল। কোনো এজনে প্ৰশ্ন কৰাত বুঢ়া পণ্ডিতে উত্তৰ দিছিল "ৰামকৃষ্ণদেৱৰ শিষ্যৰ লগত সদায় দেখা হবৰ সুযোগ কত আছে?" কেদিনমানৰ কথাতে হাজাৰ হলেও বিদেশীয় পণ্ডিত এজনে পৰমহংসদেৱক এনেকৈ আদৰ কৰি ভক্তি কৰিবৰ ক্ষমতা কি মহান ভাবিলে আচৰিত হব লাগে। "গুণিনী গুণং জ্ঞা ৰমতে" যে সত্য কথা। এই পণ্ডিত প্ৰৱৰৰ বিষয়েও স্বামীজীৰ যথেষ্ট শ্ৰদ্ধা আছিল। তেওঁতে পিচত কথা-প্ৰসঙ্গত শিষ্যসকলক কৈছিল— "পণ্ডিত মোক্ষমূলাৰ আৰু তেওঁৰ পৰিবাৰক দেখি মোৰ ধাৰণা হল সাক্ষাৎ যেন বশিষ্ঠদেৱ আৰু অৰুন্ধতী!"

নতুন ভাৱ গ্ৰহণত ইংলণ্ডৰ লোকসকল যদিও ৰক্ষণশীল-

ভাবাপন্ন তথাপি স্বামীজীৰ নতুন ভাব প্ৰচাৰৰ ফলত তাৰ নিতান্ত গোঁড়াভাবাপন্ন কাকত 'দি লণ্ডন দৈনিক ক্ৰনিকেল'ত মতামত প্ৰকাশ হল :— "স্বামীজী এজন বিখ্যাত বেদান্তবাদী। তেখেতৰ ব্যবহাৰ, তেখেতৰ অনন্য সাধাৰণ আকৃতি, তেখেতৰ গভীৰ দাৰ্শনিক তত্ত্বৰ সৰল ব্যাখ্যা প্ৰণালী আৰু ইংৰাজী ভাষাত ব্যুৎপাত্ত দেখিলেই বুজা যায় কিয় আমেৰিকাৰ লোকসকলে তেখেতক ইমান সাদৰেৰে অভ্যৰ্থনা কৰিছিল। তেখেতে নাম, যশ আৰু পাৰ্থিব সুখ ভোগৰ বাসনা পৰিত্যাগ কৰিছে। তেখেতক কোনো নিৰ্দ্দিষ্ট ধৰ্ম্মসম্প্ৰদায়ভুক্ত বুলিব নোৱাৰি ; কাৰণ তেখেতে নিজ স্বাধীন চিন্তাৰ দ্বাৰা সকলো ধৰ্ম্মৰে পৰা কিছু কিছু সাৰ সংগ্ৰহ কৰি আনিছে।"

আন এখন আলোচনীত লিখিছিল— "লণ্ডন নগৰত কত ৰকমৰ মানুহকেই দেখা যায়। কিন্তু যি দাৰ্শনিক জেকাই চিকাগো ধৰ্ম্ম মহাসভাত হিন্দুধৰ্ম্মৰ প্ৰতিনিধিৰূপে থিয় দিছিল তেখেতৰ দৰে দৰ্শনযোগ্য লোক বৰ্ত্তমানে ইয়াত নাই। বেদান্ত বিষয়ক স্বামীজীৰ বক্তৃতা বিলাকৰ ভাষা প্ৰাঞ্জল সংযত আৰু হৃদয়গ্ৰাহী। তেখেতৰ নিজৰে বিশ্বাস যে তেখেতে জগতক নতুন কথা শুনাবলৈ আহিছে আৰু তেখেতৰ বক্তব্যৰ সাৰমৰ্ম্ম হৈছে "সাৰ্ব্বজনীন ধৰ্ম্ম"।

স্বামীজীৰ প্ৰচাৰৰ ফলত ইংলণ্ডত যে যথেষ্ট প্ৰভাব বিস্তাৰ কৰিব পাৰিছিল সেই বিষয়ে সন্দেহ নাই। তাত ভাব-ৰাজ্যত যথেষ্ট আন্দোলন আৰম্ভ হৈছিল আৰু আন কি বিশিষ্ট ধৰ্ম্ম যাজক সকলেও স্বামীজীৰ সাৰ্ব্বভৌমিক ভাবত অবাক্ হৈছিল। কোনো কোনোৱে এই নবভাবৰ মুখত স্বামীজীয়ে কোনো নতুন সম্প্ৰদায় গঠন কৰিবলৈ সমুৎসুক বুলি মন্তব্য কৰাত স্বামীজীয়ে কৈছিল,—

"মই কোনো নতুন দল গঠন কৰিবলৈ অহা নাই। মই সন্ন্যাসী আৰু প্ৰচাৰক মাথোন। মোৰ চেষ্টা প্ৰত্যেকে নিজ নিজ ধৰ্মত প্ৰকৃত বিশ্বাসী হওক। ধৰ্মৰ বিষয়ে পুথি-পাঁজি পঢ়ি জ্ঞানী হোৱাতকৈ ধৰ্ম জীৱন লাভ কৰি মনুষ্য জীৱন সাৰ্থক কৰিবলৈ আগ্ৰহ জন্মোৱাই মোৰ কাম।" স্বামীজীৰ প্ৰচাৰিত অদ্বৈতবাদৰ ধৰ্ম এতিয়াও ইংলণ্ডত প্ৰচলিত আছে। অকপট চেষ্টা আৰু সত্যৰ মহিমাই চিৰকাল স্থায়ী হয়।

স্বামীজীৰ পুৰণি অনুগামীসকলৰ লগত আৰু এক দম্পতিয়ে যোগ দিয়ে। সিবিলাক হৈছে মিঃ আৰু মিচেচ সেভিয়াৰ। ইবিলাকে প্ৰথম দিনা স্বামীজীৰ বক্তৃতা শুনিয়েই কৈছিল "আমি এনে ধৰ্মকে আৰু এনে প্ৰচাৰককে পাবলৈ ইমান দিনে অপেক্ষা কৰি আছিলোঁ।"। সঁচাকৈয়ে সেই প্ৰথম দিনৰ পৰাই সিবিলাক স্বামীজীৰ অনুগামী হয় আৰু ইবিলাকে স্বামীজীৰ লগত ভাৰতবৰ্ষলৈকো আহিছিল আৰু হিমালয়ত আশ্ৰম স্থাপন কৰি জীৱনপাত কৰিছিল। এই সেভিয়াৰ দম্পতিক দেখা মাত্ৰকে স্বামীজীয়েও যথাক্ৰমে "পিতাজী" আৰু "মা" বুলি সম্বোধন কৰিছিল। ভাৰতত্তো সিবিলাকক সেই দৰেই মঠৰ আন গুৰুভক্তসকলে সম্বোধন কৰিছিল।

এই সময়তে স্বামীজীয়ে ভক্তসকলক দীক্ষা দিয়ে। আগৰ পৰিচিত তিনিজন মিঃ ই ষ্টাৰ্ডি, মিচ মাৰ্গেৰেট নোবল আৰু মিচ এচ মূলাৰ আৰু এই মিঃ আৰু মিচেচ সেভিয়াৰ। মিচ মাৰ্গেৰেট নোবলৰ নামাকৰণ হয় চিষ্টাৰ নিবেদিতা। বাকী-সকলৰ সন্ন্যাস আশ্ৰমৰ নাম উল্লেখ নাই। স্বামীজী এইবাৰ আহিবৰ তিনিমাহৰ ভিতৰতে এইখিনি কাম সম্পন্ন কৰে। আমেৰিকাৰ দৰে ইয়াতো স্থায়ী শিক্ষা কেন্দ্ৰ স্থাপন কৰিবৰ হলে

এদল সেই অৰ্থে শিক্ষা লোৱা লোকৰ প্ৰয়োজন নিতান্ত অপৰিহাৰ্য্য যে সেই বিষয়ে সন্দেহ আছে নে ?

ইংলণ্ডত এই সময়ত গৰমৰ দিন পৰাত কিছুদিন বিশ্ৰাম লাভৰ কাৰণে ইউৰোপৰ বিভিন্ন ঠাইত ফুৰিবলৈ যাবৰ কাৰণে আগ্ৰহ প্ৰকাশ কৰি সেভিয়ৰ দম্পতি আৰু শ্ৰীমতী মূলাৰে স্বামীজীক জনালে। স্বামীজীৰো অত্যধিক পৰিশ্ৰমত ক্লান্তিবোধ হোৱাত ফুৰিবলৈ যাবলৈ সন্মত হল। তেখেতে নিজেই আগ্ৰহ কৰি কলে— পোনতে কিন্তু জেনেভাৰ মাউণ্ট ব্লাঁ আৰু সৌন্দৰ্য্যৰ খনি চামুনিজ গাওঁ চাম আৰু তাতে বৰফেৰে ঢাক খাই থকা এখন নৈ খোজ কাঢ়ি পাৰ হম”। স্বামীজীৰ আগ্ৰহত কোনেও বাধা নিদিলে বৰং শ্ৰীগুৰুৰ ইচ্ছা যথাসম্ভৱ পূৰণ কৰিবৰ মনেৰে সিবিলাকে স্থিৰ কৰিলে আৰু পোনতে চুইজাৰলেণ্ডলৈকে যাবলৈ আয়োজনত লাগিল। চুইজাৰলেণ্ডৰ প্ৰাকৃতিক সৌন্দৰ্য্য পৃথিৱীত অদ্বিতীয়। হিমালয়ৰ পৰা বহুকাল আঁতৰত থাকি আকৌ তেনে হিমগিৰি চাবৰ আৰু পথত বিচৰণ কৰিবৰ আকাঙ্ক্ষা মনে মনে উদিত হৈছিল।

যি হওক জুলাই মাহৰ শেষত লগত তিনিজন শিষ্য আৰু গুডউইনক লৈ স্বামীজী কেলে বন্দৰ হৈ পেৰিচ নগৰী পালে। তাত এৰাতি থাকি তাৰ পৰা একেবাৰে আহি জেনেভা পালে। জেনেভাত এটা হ্ৰদৰ পাৰত হোটেলত থাকিবৰ দিহা কৰিলে। তাত সেই সময়ত গোটেই চুইজাৰলেণ্ডৰ উৎপন্ন বস্তুৰ এখন প্ৰদৰ্শনী হৈছিল। স্বামীজীয়ে তাত থকা প্ৰত্যেক দিনেই একোবাৰ সেই প্ৰদৰ্শনী চাইছিল। তাৰ কাঠৰ ওপৰত কৰা কাৰুকাৰ্য্য দেখি স্বামীজী সুখী হৈছিল। ইয়াতেই তেখেতে সেভিয়াৰ দম্পতিৰে সৈতে সেই সময়ৰ ব্যোমযানত: উঠে। তাৰ পৰা তলৰ জেনেভা

নগৰখনৰ দৃশ্য এখন ফুলনি বাৰীৰ দৰে সুন্দৰ দেখি প্ৰীতি অনুভৱ কৰিলে। ব্যোমযানৰ পৰা যেনি মাৰ যোৱা দৃশ্যও অতি চমৎকাৰ দেখুৱাইছিল। জেনেভাত তিনি দিন থাকি তাৰ পৰা সিহঁতে চামুনীক্সলৈ আহিল। চামুনীক্স তাৰ পৰা ৫০ মাইল দূৰৈ। তালৈ আহোঁতে বাটত আল্‌পচ্ পৰ্ব্বতৰ ওখ শৃঙ্গ মণ্ট ব্লাঁৰ দৃশ্য আঁতৰৰ পৰা দেখিয়েই স্বামীজীয়ে কবলৈ বাধ্য হৈছিল। "হিমালয়তো এনে সৌন্দৰ্য্য দেখিবলৈ পোৱা নাযায়।" তাৰ ওপৰলৈ উঠিবলৈ স্বামীজীৰ বৰ হেপাহ আছিল কিন্তু কোনেও সেই সময়ত তাৰ ওপৰত উঠিবলৈ পৰামৰ্শ নিদিলে। অগত্যা স্বামীজীয়ে দূৰবীক্ষণ যন্ত্ৰেৰে সেই শৃঙ্গৰ দৃশ্য চাই নিজেও বুজিলে যে তালৈ উঠা বিপদজনক। তথাপি বৰ সাহসেৰে সেই পোতা চাবলৈই কৌতূহল নিবৃত্ত কৰিলে। যি ঠাইত স্বামীজী আছিল সেই তাৰ ওচৰতে এখন হিমনদী আছিল। স্বামীজীৰ ইচ্ছা অনুযায়ী তাকো অতিক্ৰম কৰিলে আৰু তেনে কৰি পাৰ হবলৈ যাওঁতে হঠাৎ বিপদৰ পৰা ভাগ্যক্ৰমে ৰক্ষা পৰিল। নদী পাৰ হৈয়ে এটি পৰ্ব্বতত উঠিব লগাত পৰিল। অতি কষ্টে তাত উঠি স্বামীজীয়ে হিমালয়ৰ অতীত স্মৃতিৰ বিষয়ে নানা গল্প কৰিলে আৰু কলে মোৰ ইচ্ছা আছে ইয়াৰ পৰা ঘূৰি গৈ হিমালয়ত এখনি আশ্ৰম স্থাপন কৰিম। এই কথা শুনি সেভিয়াৰে কলে "সঁচাকৈয়ে এনে নিৰ্জ্জনত আশ্ৰম কৰিব পাৰিলে বৰ সুন্দৰ হব, তেনে এখন আশ্ৰম কৰিবই লাগিব।"

চামুনীক্সৰপৰা সিহঁতে সেণ্ট বাৰ্ণাৰ্ড গিৰিসঙ্কট চালে আৰু তাৰ ওপৰতে আগষ্টিন সন্ন্যাসী সকলৰ পান্থশালা। এই পান্থশালাই অতি ওখ ঠাইত অৱস্থিত। ইয়াৰ পৰা অলপ দূৰৰ এডোখৰ নিৰ্জ্জন ঠাইত সিহঁতে প্ৰায় দুসপ্তাহ আছিল। তাতেই স্বামীজীৰ ধ্যানাবস্থা শিষ্যসকলে প্ৰথম দেখি বিস্ময় মানিছিল। ইয়াতেই

স্বামীজীয়ে জাৰ্মানীৰ কিয়েল বিশ্ববিদ্যালয়ৰ দৰ্শনৰ অধ্যাপক বিখ্যাত পণ্ডিত পল ডয়চনৰ পৰা এখন নিমন্ত্ৰণ পত্ৰ পালে। এখেত এজন বেদান্ত দৰ্শনৰ পণ্ডিত আৰু সম্প্ৰতি ভাৰতবৰ্ষৰ পৰা ঘূৰি আহি এজন উপযুক্ত মানুহৰ সহায়ত দৰ্শন শাস্ত্ৰৰ বিষয়ে আলোচনা কৰিবলৈ ইচ্ছা কৰিছিল। ইতিমধ্যে তেখেতে স্বামী বিবেকানন্দৰ বিষয়ে শুনিছে আৰু তেখেতৰ বক্তৃতা পঢ়িছে আৰু তাৰ পৰাই ধাৰণা জন্মিছিল যে স্বামীজী এজন মৌলিক চিন্তাশীল আৰু আধ্যাত্মিক প্ৰতিভাসম্পন্ন লোক। এতিয়া লণ্ডনত স্বামীজী থকাৰ খবৰ পাই তালৈ চিঠি দিলে আৰু তাৰ পৰাই এতিয়া ইয়াত স্বামীজীৰ হাতত পৰিছে। স্বামীজীৰ ইউৰোপত আৰু অলপ ঘূৰিবৰ ইচ্ছা থাকিলেও তেখেতৰ নিমন্ত্ৰণ পাই তালৈহে যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তথাপি লৰালৰি কৰি চুইজাৰলেণ্ডৰ দৰ্শনীয় আন আন ঠাই দৰ্শন কৰি আৰু জাৰ্মানীৰো কেইখনমান ডাঙৰ চহৰ চাই কিয়েললৈ যাবলৈ প্ৰস্তুত হল। সেইমতেই পোনতে লুচাৰ্ণলৈ গল। তাৰ পৰ্ব্বতৰ ওপৰত উঠি অতুলনীয় প্ৰাকৃতিক শোভা দৰ্শন কৰিলে। তাৰ পৰা আৰু কেইখনমান ঠাই চাই যথাসময়ত কিয়েল পালেগৈ আৰু অধ্যাপক পল ডয়চনৰ লগত দেখা কৰিবলৈ গল।

স্বামীজীৰ লগত অধ্যাপক মহোদয়ৰ অকল দৰ্শনেই হোৱা নহয় ভাৰতীয় দৰ্শন আৰু পাশ্চাত্য দৰ্শনৰ মতভেদ, বেদান্ত দৰ্শনৰ শ্ৰেষ্ঠত্ব, পাশ্চাত্য সভ্যতাৰ ওপৰত ইয়াৰ প্ৰভাৱ বিস্তাৰ প্ৰভৃতি বহুতো বিষয়ৰ আলোচনা হল। অধ্যাপকৰ অনুৰোধ মতে স্বামীজীয়ে উপনিষদৰ পৰা কেইটামান মধুৰ শ্লোক সুৰ সহকাৰে পাঠ কৰি শুনালে। ইতিমধ্যে অধ্যাপক মহোদয়ে হিন্দু দৰ্শনৰ কিছুমান কৰিছিল সেইবোৰ স্বামীজীক দেখুৱালে। স্বামীজীয়েও সেইবোৰ চাই দিলে। ভাৰতবৰ্ষৰ আৰু তাৰ প্ৰাচীন সভ্যতা সম্বন্ধে আলোচনা

হল। অধ্যাপক আৰু তেখেতৰ পৰিয়ালৰো ভাৰতবৰ্ষৰ প্ৰতি যথেষ্ট অনুৰাগ আছিল। সিবিলাকে কলে যে যেই কোনো জাৰ্মান পণ্ডিত ভাৰতবৰ্ষত ফুৰিবলৈ গলে তাৰ অধিবাসীসকলে যথেষ্ট সমাদৰ কৰে। যিহেতুক স্বামীজী আৰু তেখেতৰ লগৰীয়াসকলক যথেষ্ট সমাদৰ আৰু অতিথি সৎকাৰ কৰি অধ্যাপক সন্তুষ্ট হল। অধ্যাপকে পিচদিনা স্বামীজীক লগত লৈ তাত চলি থকা এখন প্ৰদৰ্শনী দেখুৱালে আৰু তাৰ পাছত চাৰ লগা বহু বিখ্যাত 'কিয়েল বন্দৰ' দেখুৱালে।

অধ্যাপকৰ ব্যৱহাৰত স্বামীজী অতিশয় আনন্দিত হল। অধ্যাপকে আশা কৰিছিল যে স্বামীজী তাত কিছুদিন থাকিব আৰু উভয়ে লাইব্ৰেৰীত বহি নানা শিক্ষণীয় বিষয়ৰ আলোচনা কৰিব। কিন্তু স্বামীজী এই কথাত সন্মত হব নোৱাৰিলে; কাৰণ লণ্ডনত তেখেতৰ কাম অসমাপ্ত কৰি পেলাই অহা আজি প্ৰায় দুমাহ হল, আৰু সৰহ দিন পলম হলে আৰব্ধ কাৰ্য্যৰ বহুতো ক্ষতিৰ সম্ভাৱনা। দুঃখিত অন্তৰে স্বামীজীক বিদায় দিলে আৰু কলে—"আপোনালোকক মই হামবাৰ্গত লগ ধৰিম আৰু তাৰ পৰা একেলগেই লণ্ডনলৈ যাম। মযো কিছুদিন লণ্ডনত থাকিব লাগিব।"

সেইমতেই সকলো দিহা হল। হামবাৰ্গত স্বামীজী তিন দিন আছিল। তাতে অধ্যাপকে পৈ লগ ধৰিলে। সকলো লগ লাগি ইতিহাস প্ৰসিদ্ধ আমষ্টাৰডাম ৰাজধানী হৈ তাৰ চিত্ৰশালা, মিউজিয়ম প্ৰভৃতি চাই লণ্ডন অভিমুখে ৰাওনা হল। ইয়ানতে ইউৰোপ ভ্ৰমণ এইবাৰলৈ শেষ হল।

প্ৰায় দুমাহ ইউৰোপৰ বিভিন্ন ঠাইত ফুৰি আকৌ লণ্ডন নগৰী পাই স্বামীজী এইবাৰ সেভিয়াৰ দম্পতিৰ ঘৰত আলহী

বলছি আৰু কেইদিনমান বিশ্ৰাম ললে। তেখেত ইউৰোপ ভ্ৰমণলৈ যোৱাৰ আগতে আমেৰিকাত কাৰ্য্যগতি অলপ শিথিল হোৱা যেন গম পাই নিজৰ স্ফূৰ্ত্তত গাচ হোৱা স্বামী সাৰদানন্দক নিউইয়ৰ্কলৈ পঠাই দিছিল। এতিয়া তাৰ পৰা জানিলে যে স্বামী সাৰদানন্দই বেদান্তৰ শিক্ষকৰূপে গ্ৰীণ একাৰৰ তুলনামূলক ধৰ্ম্মসভাত বক্তৃতা দিছিল আৰু তাৰ কাম শেষ কৰি বোষ্টন, ব্ৰুকলিন আৰু নিউইয়ৰ্কটো বক্তৃতা দি কামত আকৌ জোৰ দিয়াত তাৰ কাম ঠিকমতে চলিছে। স্বামীজীয়ে এই খবৰ পাই প্ৰীতি অনুভব কৰিলে আৰু ধাৰণা হল যে তেখেতৰ অনুপস্থিতিতো প্ৰচাৰ কাৰ্য্য ঠিক মতেই চলি থাকিব।

শ্ৰীযুতা মুলাৰৰ ব্যৱস্থামতেই স্বামীজীয়ে পোনতে ছুটা বক্তৃতা দিছিল আৰু বিষয় আছিল Vedanta as a factor in civilization সভ্যতাত বেদান্তৰ প্ৰভাৱ। তাৰ পিচত তাতেই নিয়মমতে শ্ৰেণী খুলি শিক্ষা আৰম্ভ কৰিলে। ইয়াত ৰাজযোগ আৰু ধ্যান যোগ সম্বন্ধেই উপদেশ দিছিল। ইংলণ্ডত এইবাৰ স্বামীজীয়ে সাধাৰণতঃ জ্ঞানযোগৰ বিষয়েই বক্তৃতা দিছিল। এই ভাবতে স্বামীজী এতিয়া বিভোৰ হৈ থকা দেখা গৈছিল। কাম চলাবলৈ সুবিধাৰ কাৰণে ষ্টাৰ্ডি চাহাবে ভিক্টোৰিয়া ষ্ট্ৰীটত হল ঘৰ এটা ভাৰা কৰি ললে আৰু তাতে নিয়মিত বক্তৃতা দিবলৈ ধৰিলে। কোৱা বাহুল্য এই বক্তৃতা শুনিবলৈ যথেষ্ট মানুহৰ সমাগম হৈছিল, আন কি কেতিয়াবা ঘৰে নধৰা হৈছিল। এবাৰ স্বামীজীৰ বক্তৃতা শুনিলে লোক আৰু শুনোতাকৈ থকা টান। এই বক্তৃতাবিলাকৰ পৰা কত মানুহৰ জীৱনৰ গতি যে পৰিবৰ্ত্তিত হৈছে? ধৰ্ম্মযাজক সম্প্ৰদায়ে স্বামীজীৰ মহৎ উদাৰ ভাব বিলাক

গ্ৰহণ কৰি সাধাৰণ উপাসনাৰ সময়ত তাৰ প্ৰয়োগ কৰিছিল।

লণ্ডন নগৰীত স্বামীজীয়ে আৰম্ভ কৰা কাম যাতে স্বায়ী ভাৱে চলি থাকে তাৰ বাবে মঠৰ পৰা স্বামী অভেদানন্দক পঠাবৰ কাৰণে ইতিপূৰ্ব্বে আলমবাজাৰ মঠলৈ চিঠি দিছিল। সেই চিঠিমতে স্বামী অভেদানন্দ এতিয়া আহি তেখেতৰ লগ পালে। গুৰু-ভকতক বহুদিনৰ পিচত পাই স্বামীজী অতিশয় আনন্দিত হল। তেখেতৰ ওপৰতে কাৰ্য্যভাৰ অৰ্পণ কৰি স্বামীজী এতিয়া ভাৰতলৈ ঘূৰি যাবলৈ উদ্যোগ কৰিলে আৰু সেই বিষয়ে লগৰীয়া দুই একজনক জানিবলৈ দিলে।

আমেৰিকাৰ দৰে ইয়াতো প্ৰচাৰকৰ দল এটা গঠন কৰিবলৈ আৰু সেই দলৰ উপযুক্ত শিক্ষাৰ দিহা কৰিবলৈ স্বামীজীয়ে এতিয়া মন কৰিলে। স্বামীজীয়ে কৈছিল "মই যি ভাবৰ বীজ ইয়াত ৰোপন কৰিলোঁ তাক আয়ত্ব কৰিবলৈ যথেষ্ট সময় লাগিব। এতিয়া তাক জীৱন্ত ভাবে ৰাখিবলৈ দিহা কৰিব লাগিব। তেখেতৰ ইমান দিনৰ অভিজ্ঞতাৰ পৰা বুজিছিল বেদান্ত ধৰ্ম্ম প্ৰচাৰৰ উপযুক্ত ঠাই এয়েহে। সম্প্ৰতি ভাৰতত ই সিমান ফলপ্ৰসূ নহব। শক্তিশালী পাশ্চাত্য জাতিয়েই এই জ্ঞান গ্ৰহণৰ উপযুক্ত ক্ষেত্ৰ। ইয়াত প্ৰচাৰৰ ফল ভাৰততো বিয়পি পৰিব। অকল ভাৰততে আবদ্ধ ৰাখিলে ইয়াৰ পৰা কোনো উপকাৰৰ আহাৰ আশা নাই। ভোগ-বিলাসত মত্ত পাশ্চাত্য দেশত ত্যাগৰ মহিমা প্ৰকাশৰ বা গ্ৰহণৰ সুযোগ আছে; বৰ্ত্তমানে দৰিদ্ৰ নিষ্পেষিত ভাৰতত এই সুযোগ কত? এতিয়া পাশ্চাত্য সমাজতেই প্ৰতিক্ৰিয়া হোৱা সম্ভব। এইদৰে স্বামীজীয়ে স্বামী অভেদানন্দ প্ৰভৃতি আন বচা বচা কেইজনমানক প্ৰচাৰকৰ বাবে যোগ্যতা হোৱাৰ জোখাই আৰু নিয়মে শিক্ষা দিবলৈ ধৰিলে।

স্বামীজী লণ্ডনলৈ ঘূৰি অহা বাতৰি পাই তেখেতৰ গুণমুগ্ধ পুৰণি ছাত্ৰসকল দলে দলে তেখেতৰ ওচৰলৈ আহিবলৈ ধৰিলে। তেওঁবিলাকৰ অনুৰোধত স্বামীজীয়ে আকৌ অন্যত্ৰ নিয়মিত শ্ৰেণী খুলিবলৈ বাধ্য হ'ল। এই সময়'ত দাৰ্শনিক পণ্ডিত অধ্যাপক ডয়ছ্‌নেও মাজে মাজে স্বামীজীৰ ওচৰলৈ আহিবলৈ ধৰিলে আৰু নানা বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। বৃদ্ধ পণ্ডিত মোক্ষমূলাৰৰ লগতে স্বামীজীয়ে এই সময়ত নিয়মিত পত্ৰ বিনিময় কৰিছিল আৰু এই দেশত স্বামীজীৰ কৃতকাৰ্য্যতাত সন্তোষ প্ৰকাশ কৰিছিল। নিৰূপিত শ্ৰেণীত স্বামীজীয়ে "মায়া আৰু ভ্ৰান্তি", "মায়া আৰু স্বাধীনতা" "একেশ্বৰ আৰু অভিব্যক্তি বা সৃষ্টি" প্ৰভৃতি বক্তৃতাৰ যোগে বেদান্তৰ মতবাদ আৰু কৰ্ম্ম-জীৱনত তাৰ উপযোগীতা সম্বন্ধে বুজাইছিল আৰু তেওঁবিলাকৰ মনত সেই ভাৱ যাতে দৃঢ়ভাবে অঙ্কিত হৈ যায় তাৰ বাবে চেষ্টা কৰিছিল।

ইয়াৰ পিচত স্বামীজীয়ে লণ্ডন আৰু অক্সফোৰ্ডৰ বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ সময়ত পাঁচোটা বক্তৃতা দিছিল। বিষয় বিলাক আছিল— সৰ্ব্বব্যাপক ঈশ্বৰ ( God in everything) পৰোক্ষানুভূতি ( Realisation ) বহুত্বৰ ভিতৰত একত্ব ( Unity in diversity ) আত্মাৰ স্বাধীনতা ( Freedom of the Soul ) আৰু বেদান্তৰ কাৰ্য্যকাৰিতা শক্তি ( Practical Vedanta ) এই বক্তৃতা বিলাকৰ জৰিয়তে স্বামীজীয়ে অদ্বৈততত্ত্ব ভালদৰে বুজাই দিলে। এই বক্তৃতা বিলাকৰ প্ৰভাৱতে ইউৰোপীয় চিন্তাস্ৰোত সম্পূৰ্ণ নতুন ধাৰাত বোৱাই দিবলৈ তেখেত সমৰ্থ হৈছিল। এনে কি মায়াবাদ সম্পৰ্কে বক্তৃতা দিওঁতে শ্ৰোতাসকলে যেন দেহজ্ঞান পাহৰি গৈ এক মহা আনন্দলোকত বিচৰণ কৰিছিল। সেইদিনাই সকলোৱেই স্বামীজীৰ অপৰিসীম শক্তিৰ কথা স্বীকাৰ কৰিলে আৰু তেখেতেই

বৰ্ত্তমান কালৰ ‘প্ৰকৃত শিক্ষক’ হ'বৰ যোগ্য পুৰুষ বুলি ধাৰণা কৰিলে ।

স্বামীজীয়ে ইয়াতেই পৃথিৱীৰ যাবতীয় দৰ্শনশাস্ত্ৰৰ সাৰ সঙ্কলন কৰি তাৰ পৰাই তেখেতৰ নিজ দাৰ্শনিক মত সম্বন্ধে এখন সুবৃহৎ কিতাপ প্ৰণয়ন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল । কিন্তু কাৰ্য্যতঃ তাক কৰি উঠিব নোৱাৰিলে , কাৰণ ইয়াত স্বামীজীৰ ওপৰত যথেষ্ট হেঁচা পৰিছিল । দিনে ৰাতিয়ে কত মানুহে তেখেতৰ লগত দেখা কৰিবলৈ আহে । সিবিলাকৰ লগত কথা পতা, ক্লাচত শিক্ষা দিয়া সাধাৰণতঃ ঠায়ে ঠায়ে বক্তৃতা দিয়া, কোনো সম্ভ্ৰান্তলোকৰ নিমন্ত্ৰণত কিম্বা ক্লাবৰ নিমন্ত্ৰণত যোৱা আৰু তাত লাগতিয়াল উপদেশ দিয়া, চিঠি-পত্ৰ লিখা, ভাৰতীয় আৰু আমেৰিকাৰ কাম-কাজৰ ব্যৱস্থা কৰা, গুৰু-ভকতসকলক উপদেশ দিয়া প্ৰভৃতি কামাত দিনে ৰাতিয়ে স্বামীজী ব্যস্ত থাকিব লগাত পৰাত সেই কাম হৈ নুঠিল !

অক্টোবৰ মাহৰ শেষ ভাগত ব্ৰুমচ্‌বেৰী স্কোয়াৰত স্বামী অভেদানন্দক বক্তৃতা দিবলৈ স্বামীজীয়ে দিহা কৰিলে । নিজেও তাত উপস্থিত থাকিল । এয়ে স্বামী অভেদানন্দৰ প্ৰথম বক্তৃতা লণ্ডন মহানগৰীত । বক্তৃতা শুনি স্বামীজীৰ ভৰসা হ'ল যে তেখেতৰ অবৰ্ত্তমানেও এই গুৰুভকতৰ দ্বাৰা তেওঁলোকৰ কাম ভাল মতে চলিব । তেখেত উৎসাহিত হ'ল , তদুপৰি এনে সময়তে আমেৰিকাৰ পৰাও খবৰ আহিল যে তাত কাম ক্ৰমে আগ বাঢ়িছে আৰু মানুহে এতিয়াহে যেন প্ৰকৃত কাৰ্য্য গ্ৰহণ কৰিব পাৰিছে— নতুন ভাবৰাশীৰ । যিহওক ইংলণ্ডৰ স্বামীজীৰ অনুগামী, গুণগ্ৰাহী লোকসকলৰ সহায়ত তেখেতৰ আৰব্ধ কাৰ্য্য যথোচিতৰূপে পৰিচালনা কৰিবলৈ আৰু যাতে শিক্ষাকেন্দ্ৰ স্বৰূপ শ্ৰেণীবিলাকৰ কাৰ্য্য-

সুচাৰুৰূপে চলি থাকিব পাৰে তাৰ সুশৃঙ্খল পদ্ধতি স্থিৰ কৰি তেখেতৰ ঠাইত স্বামী অভেদানন্দক ৰাখি এতিয়া ভাৰতলৈ ঘূৰি যাবলৈ স্বামীজী উত্‌ৰাৱাল হৈ উঠিল। ইংলণ্ডত এই দৰেই স্থায়ী ভাৱে শিক্ষা কেন্দ্ৰৰ ভেটী বান্ধিলে।

নবেম্বৰ মাহৰ মাজ ভাগতে স্বামীজীয়ে সেভিয়াৰ পত্নীক পঠিক ভাবে জনালে যে তেখেতে ভাৰতলৈ ডিচেম্বৰ মাহতে ঘূৰি যাব। সেই কথা শুনি সেভিয়াৰ দম্পতিয়েও তেখেতৰ লগতে ভাৰতলৈ যাবৰ আৰু বাণপ্ৰস্থ জীৱন যাপন কৰিবৰ ইচ্ছা প্ৰকাশ কৰিলে। স্বামীজীয়ে এই কথাত বাধা নিদিলে। পতিকে সিবিলাকে ঘৰ-মাটি আসবাব পত্ৰ, ছবি প্ৰভৃতি সিবিলাকৰ যত যি আছিল সকলো বেচি গোটেই টকা খিনি নিজ গুৰুৰ হাতত দি নিশ্চিন্ত হল, আৰু যি কেইটা দিন তাত থাকিব সেই কেদিন ঘৰ ভাৰা লৈ থাকিবলৈ বন্দোবস্ত কৰিলে।

স্বামীজীয়েও এতিয়াই মাদ্ৰাজ আৰু কলিকতাৰ ভক্তসকললৈ এই সম্বাদ লিখি জনালে। তাতৈ গৈ তেখেতৰ পোন প্ৰথম কৰ্ম্মপন্থা কি হব তাকো জনাবলৈ ক্ৰুটী নকৰিলে। তেখেতে আৰু জনালে মই যোৱাৰ লগে লগে মাদ্ৰাজ, কলিকতা আৰু হিমালয়ত তিনটা থাই শিক্ষা আৰু সেৱাকেন্দ্ৰ স্থাপন কৰিম। তাৰ পিচত বোম্বাই আৰু এলাহাবাদত স্থাপন কৰা যাব। ঈশ্বৰৰ ইচ্ছা হলে ভাৰতৰ আন আন ঠাই আৰু শেষত গোটেই জগতযুৰি কেন্দ্ৰ স্থাপন কৰিব লাগিব। ইয়াৰ পৰা এহাতে জ্ঞান বিতৰণ আৰু আন হাতে আতুৰ-অনাথক সেৱাকাৰ্য্য চলাব লাগিব। যি হওক ভাৰতলৈ যাবলৈ স্বামীজীৰ লগত গুডউইন, সেভিয়াৰ দম্পতি, মিচ মূলাৰ আৰু চিটাৰ নিবেদিতা জনাল। মিচ মূলাৰ আৰু চিটাৰ নিবেদিতাই ভাৰতত

স্ত্রীশিক্ষাৰ প্ৰচলন কৰিব আৰু সেভিয়াৰ দম্পতিয়ে হিমালয়ত স্থাপন কৰিব লগা কেন্দ্ৰৰ ভাৰ গ্ৰহণ কৰিব। গুডউইনটো স্বামীজীৰ চিৰলগৰীয়া হিচাবে আছেই।

লণ্ডনত এতিয়া সকলোৱেই সঠিক ভাবে জানিলে যে স্বামীজী ডিচেম্বৰ মাহৰ শেষ ভাগত ভাৰতলৈ ঘূৰি যাব। এই কথাত বহুতো অন্তৰঙ্গ ভক্ত আৰু বন্ধু দুঃখিত হলেও তেখেতক যথা সম্ভৱ শ্ৰদ্ধাৰে বিদায় দিবলৈ স্থিৰ কৰি সেইমতে আয়োজন কৰিলে। ১৩ ডিচেম্বৰ তাৰিখে পিকাডিলীৰ ৰয়েল চোচাইটি ভৱনত এখন বিৰাট সভাৰ অধিবেশন পাতিলে। ফুল পাতেৰে গোটেই ঘৰ সজোৱা হল। যি ঠাইত স্বামীজী বহিব সেই ঠাই আচুতিয়াকৈ সজোৱা হল। চাৰিওফালৰ পৰা মানুহ আহি সেই প্ৰকাণ্ড হল ঘৰ ভৰি পৰিল। সকলোৰে মুখত যেন বিষাদৰ ছাঁয়া! অতি সন্মানৰ এজন পুৰুষ আজি সিহঁতলোকৰ মাজৰ পৰা বিদায় হব। এইজনেই কত তাপিতৰ প্ৰাণত আশাৰ শান্তি-পানী ঢালিছে, কত অজ্ঞানৰ জ্ঞান চকু মুকলি কৰি দিছে। যথাসময়ত স্বামীজী সভাঘৰত প্ৰৱেশ কৰিলে। তেখেতৰ গেৰুৱাবস্ত্ৰ পাগুৰিয়ে সৈতে সেই সৌম্য মূৰ্ত্তি দেখি অযাচিতে থিয় হৈ সম্বৰ্দ্ধনা জনালে। বিদায় সঙ্গীতৰ করুণ সুৰ বাজি উঠিল। স্তব্ধ হৈ যেন সকলোৱে নিজ নিজ অন্তৰৰ অৰ্ঘ্য নিবেদন কৰিবলৈ সমুৎসুক হৈ উঠিল। জনমণ্ডলীৰ মাজৰ পৰা দুই তিনিজনে সভাৰ উদ্দেশ্যৰ লগতে স্বামীজীৰ অশেষ গুণাৱলী কীৰ্ত্তন আৰু তেখেতৰ কাৰ্য্য-কলাপৰ দ্বাৰা প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত যি প্ৰীতিবন্ধন স্থাপন কৰিলে তাৰ আলোচনা কৰিলে। শেষত বিদায় অভিনন্দন পাঠ কৰা হল আৰু স্বামীজীয়েও নিজৰ স্বভাৱ সুলভ ভাবাৱে তাৰ যথাযথ উত্তৰ প্ৰদান কৰিলে। শেষত সকলোকে আশ্বাস দিলে আকৌ সিহঁতলোকৰ

লগত পিচত দেখা হব। সভাৰ কাৰ্য্য শেষ হল—সকলোৰেই ভৰাক্ৰান্ত হৃদয়েৰে ঘৰমুৱা হল।

ইংলণ্ডত স্বামীজীৰ প্ৰচাৰে কেনে কৃতকাৰ্য্যতা লাভ কৰিছিল সেই বিষয়ে বাহুল্যলৈ নগৈ "ইণ্ডিয়ান মিৰৰ" কাকতত ইংলণ্ডৰ পৰা স্বৰ্গীয় বিপিন চন্দ্ৰ পালে লিখা এটি প্ৰবন্ধৰ একাংশ ইয়াত তুলি দিয়া হল। ইয়াৰ পৰাই সকলোৰেই সহজে বুজিব পাৰিব স্বামীজীৰ উদ্দেশ্য তাত যথেষ্টৰূপে কৃতকাৰ্য্য হৈছিল। × × × ইংলণ্ডৰ বহুত ঠাইত এনে বহুত মানুহৰ লগত মোৰ দেখা হৈছে যিসকলে স্বামী বিবেকানন্দৰ প্ৰতি গভীৰ ভক্তি আৰু শ্ৰদ্ধা পোষণ কৰে। মই নিজে তেখেতৰ সম্প্ৰদায়ভুক্ত নহওঁ, কোনো কোনো কথাত হয়তো মই তেখেতৰ লগত এক মত নহওঁ কিন্তু তথাপি মই এই কথা স্বীকাৰ কৰিবলৈ বাধ্য যে তেখেতে ইয়াৰ বহুতৰে চকু গজাইছিল আৰু হৃদয়ৰ উদাৰতা আনয়ন কৰিছিল আৰু তেখেতৰ শিক্ষা-প্ৰভাৱতেই ইয়াৰ বহুত মানুহে আজিকালি হিন্দুধৰ্ম-শাস্ত্ৰ নিহিত অদ্ভুত অধ্যাত্মতত্ত্বসমূহত বিশ্বাসী হৈছে। তেখেতে যে অকল ইয়াকে কৰিছে এনে নহয় লগে লগে ভাৰতবৰ্ষ আৰু ইংলণ্ডৰ ভিতৰত এক অমূল্য প্ৰীতিৰ সম্বন্ধ স্থাপন কৰি গৈছে। "বিবেকানন্দৰ মতবাদ" শীৰ্ষক পুস্তিকা প্ৰচাৰৰ পৰা বুজিব পাৰি তেখেতৰ কাৰ্য্য কেনে গভীৰ ভাবে এই দেশত ব্যাপ্ত হৈছে। এই পুস্তিকাও "খৃষ্টধৰ্ম প্ৰচাৰৰ অৱসান" নামক কিতাপৰ একাংশ। এতিয়া বহুতেই খৃষ্টধৰ্মৰ লগত সম্বন্ধ বিচ্ছিন্ন কৰি স্বামীজী প্ৰচাৰিত যুক্তিমূলক ধৰ্ম্ম গ্ৰহণ কৰিবলৈ সমুৎসুক হৈছে। × × × ইয়াত মই এনে বহুতো শিক্ষিত ভদ্ৰলোক দেখিছোঁ যি সকলে ভাৰতবৰ্ষক অতি শ্ৰদ্ধা আৰু সন্মান কৰিবলৈ আৰম্ভ কৰিছে আৰু ভাৰতবৰ্ষ সম্বন্ধীয় কোনো ধৰ্ম্ম

বা আধ্যাত্মিক তত্ত্বৰ কথা পালেই অতি আগ্ৰহেৰে আৰু মনোযোগেৰে শুনে।" কোৱা বাহুল্য স্বামীজীৰ প্ৰচাৰৰ ফলতে বৰ্ত্তমান বিপৰীত অৱস্থা পাইছে। স্বামীজী আৰু তেখেতৰ প্ৰৱৰ্ত্তিত কেন্দ্ৰৰ যোগে গুৰুভকত সকলৰ ধাৰাবাহিক প্ৰচাৰৰ দ্বাৰা যে উভয় দেশৰ মাজত একতা সাধনৰ বাটত আগ বাঢ়িব পাৰিছে সেই বিষয় সন্দেহ নাই।

যিহওক ডিচেম্বৰ মাহৰ ১৬ তাৰিখে স্বামীজীয়ে লগত উক্ত শিষ্যসকলক লৈ ইংলণ্ড ত্যাগ কৰিলে আৰু তেখেতৰ কাৰ্য্য যাতে অব্যাহত ভাবে চলি থাকে সেই বিষয়ে কাৰ্য্যকাৰক সকলক সদায় অবহিত থাকিবলৈ বাৰে বাৰে উপদেশ দি আহিল। ভক্তসকলেও যথাশক্তি কাৰ্য্য পৰিচালনা কৰিবলৈ সন্মতি জনাই ভক্তি আৰু শ্ৰদ্ধা জ্ঞাপন কৰি বিদায় দিলে।

—(•)—

# ভাৰতলৈ প্ৰত্যাগমন ।

লণ্ডন মহানগৰীৰ পৰা সশিষ্যে স্বামীজী স্বদেশৰ প্ৰতি তেখেতৰ মানত প্ৰতি ধূলিকণাটি পৰ্য্যন্ত পবিত্ৰ তীৰ্থস্থান স্বৰূপ ভাৰতলৈ প্ৰত্যাগমন কৰোঁতে পোনে পোনেই নাহি ইটালি দেশৰ কেখনমান চাবলগীয়া চহৰ আৰু ঠাই চাই এমাহ সময়তহে কলম্বো বন্দৰ পাইছিলহি। কেলে বন্দৰৰ পৰা ফ্ৰান্সৰ মাৰ্চেলি আহি সিবিলাক মিলান চহৰ পালে। ইটালিৰ এইখনেই প্ৰথম চহৰ প্ৰথমবাৰৰ কাৰণে স্বামীজীয়ে চাবলৈ সুবিধা পাইছে। ভাঠ আৰু বগা বৰফেৰে ঢাক খাই থকা পৰ্ব্বতৰ দৃশ্য ইয়াৰ পৰা বৰ সুন্দৰ দেখি। তাৰ পিছত সিবিলাক ওচৰৰে পাইছা চহৰলৈ আহিল। ইয়াৰ বিখ্যাত "লিনিং টাৱাৰ" চালে। সেই স্তম্ভটিৰ গঠন কৌশল অতি অদ্ভুত ৰকমৰ। ওখই ১৮৩ ফুট হব। সাধাৰণ ভাবে সজা ঘৰৰ দৰে নহৈ তাক তলৰ পৰা এনে আওচলিয়াকৈ সজা হৈছে যে আন কি গৰু-ঘোঁৰাও তাৰ একেবাৰে ওপৰলৈকে সহজে উঠি যাব পাৰে। তাৰ পৰা সিবিলাক চিত্ৰ শিল্পাদিৰ কাৰণে বিখ্যাত ফ্লৰেন্স নগৰলৈ আহিল।

তাৰ পিচত পালেহি ৰোম মহানগৰী। ইতিহাস প্ৰসিদ্ধ অতি পুৰণি কালৰে পৰা ৰাজধানী এই মহানগৰীখন চাবলৈ স্বামীজীৰ ছাত্ৰাবস্থাৰ পৰাই বৰ আগ্ৰহ আছিল। এতিয়া তালৈ আহি স্বামীজীৰ কৌতুহল নিবৃত্তি হল। স্বামীজীয়ে অনৰ্গল ভাবে ইয়াৰ অতীত কীৰ্ত্তি-কলাপ আৰু গৌৰৱৰ কথা, বৃহৎ সাম্ৰাজ্য স্থাপনৰ কথা কবলৈ ধৰিলে। ৰোম সম্ৰাটসকলৰ ইতিহাস

আৰু উত্থান-পতনৰ বিবৰণ এনে ভাবে বৰ্ণনা কৰিবলৈ ধৰিলে যে সেতিয়াৰ চাহাবে কবলৈ বাধ্য হল "স্বামীজী আপুনি দেখিছোঁ ৰোম নগৰীৰ প্ৰত্যেক শিলাখণ্ডৰে ইতিহাস কব পাৰে।" সকলোৱে কিন্তু স্বামীজীৰ স্মৃতিশক্তি দেখি আচৰিত হল—সেই ছাত্ৰাবস্থাতে পঢ়া ইতিহাসৰ প্ৰতি কথাটি এতিয়াও কেনেকৈ মনত আছে। বিহুতক তাৰ দৰ্শনীয় অসংখ্য পুৰণি নতুন ঐতিহাসিক প্ৰসিদ্ধ ঠাই, পুৰণি স্মৃতি চিন, পোপৰ প্ৰাসাদ, ভেটিকান, ট্ৰজান স্তম্ভ প্ৰভৃতি চালে। ৰোমান কেথলিক গিৰ্জ্জাত উপাসনা পদ্ধতিৰ লগত ভাৰতীয় পদ্ধতিৰ সাদৃশ্য দেখা পালে।

স্বামীজীয়ে সেণ্ট পিটাৰ্চ কেথেড্ৰেলৰ ভিতৰৰ কাৰুকাৰ্য্য দেখি আনন্দিত হৈছিল। কি চমৎকাৰ সি আৰু কিমান খৰচ তাত। সেতিয়াৰ পত্নীয়ে সুধিলে 'স্বামীজী উপাসনা ঘৰত ইমান খৰচৰ প্ৰাচুৰ্য্য উচিত নে?" স্বামীজীয়ে কলে "ভগবানৰ নামত তেওঁৰ মহিমা আৰু ঐশ্বৰ্য্য প্ৰকাশৰ চেষ্টাত দোষ একো নাই। কিন্তু যদি কেবল এই বাহিৰা আড়ম্বৰতে দৃষ্টি আৰু মন নিবদ্ধ থাকে তেতিয়াহে দোষ হব।"

সেইটো বৰদিনৰ সময়। গোটেই ৰোমনগৰীয়েই এতিয়া উৎসৱ আনন্দত মতলীয়া। সেণ্ট পিটাৰ্চ কেথেড্ৰেলৰ হাইমাচৰ কি বিপুল আয়োজন! স্বামীজী পৰ্য্যন্ত এনে আয়োজন দেখি স্তম্ভিত হৈ গল। স্বামীজীয়ে ইয়াত দেখিলে ক্যাথলিকসকলৰ বাহ্যাড়ম্বৰ-প্ৰিয়তাৰ লগত বেদান্তবাদীসকলৰ সাত্বিক অনুষ্ঠানৰ পাৰ্থক্য কিমান! স্বামীজীৰ এই প্ৰাচুৰ্য্য আৰু বাহ্যাড়ম্বৰ দেখি ভাল নালাগিল —এয়ে ত্যাগী যিশুৰ—যাৰ শুবলৈ ঠাই এডোখৰ নাছিল-আদৰ্শ নে? মুঠৰ ওপৰত সেই সময়ত গোটেই ৰোম নগৰীত যিশুৰ জন্মোৎসৱ

উপলক্ষে চমৎকাৰ ৰূপ ধাৰণ কৰে আৰু মানুহৰ মনত মুঠে আনন্দ আৰু আনন্দ।

ৰোমৰ পৰা সিবিলাক নেপলচলৈ আহিল। জাহাজ এৰিবলৈ পলম থকাত ভিচুবিয়াচ আগ্নেয়গিৰি আৰু তাৰ ওচৰৰ খানি উলিয়া নগৰৰ ভগ্নাবশেষ চাই আহিল। ইয়াৰ পৰাই জাহাজ একেবাৰে কলম্বো বন্দৰলৈ ৰাওনা হল। সময়ৰ হিচাবত ১৫ জানুৱাৰী তাৰিখেই সেই বন্দৰ পাবৰ কথা।

জাহাজত স্বামীজী ভালেৰেই আহিছিল আৰু মন ভালেই আছিল। মাজে মাজে 'সতৰঞ্চ' খেলি সময় কটাইছিল। কিন্তু মাজতে সামান্য এটা অপ্ৰিয় ঘটনা ঘটিছিল। স্বামীজীয়ে কেতিয়াও স্বজাত আৰু স্বধৰ্মৰ নিন্দা শুনিব নোৱাৰে। জাহাজত অহা ছদ্মবেশী ডেকা মিছনৰি দুজনে স্বামীজীৰ আপত্তি স্বত্বেও হিন্দুধৰ্মক মিছা আক্ৰমণ কৰি কথা কোৱাত স্বামীজীয়ে এজনক টেটুঁ টিপা মাৰি ধৰি এনে সেকা দিলে যে তেওঁ ক্ষমা প্ৰাৰ্থনা কৰি আৰু তেনে কথা নকবলৈ প্ৰতিশ্ৰুতি দিলে।

এই সময়ত স্বামীজীয়েও কলিকতাৰ এজন সম্ভ্ৰান্ত বন্ধুলৈ লিখিছিল, "তোমালোকে নিজ মাতৃক অপমান কৰিলে যেনেকৈ সহ্য কৰিব নোৱাৰা সেইদৰে তোমাৰ ধৰ্মক নিন্দা কৰিলেও তাৰ প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰিব লাগে। কিন্তু বাপু, তোমালোকৰ সেই বিশ্বাস কত? দেশৰ প্ৰতি মমতা তোমালোকৰ আছে নে? তোমালোকৰ মুখৰ ওপৰত নিতৌ পাদুৰি চাহাবসকলে কিমানবোৰ গালি পাৰিছে। কিন্তু সোধো, কেইজন মানুহৰ এই অন্যায়ৰ প্ৰতিকাৰৰ বিৰুদ্ধে তেজ তপত হৈ উঠিছে?" ইয়াৰ পৰাই বুজিব পাৰি স্বামীজীৰ স্বদেশৰ প্ৰতি কিমান ভক্তি।

জাহাজত আছোতে আন এটা ঘটনাই এই কথাৰ সাক্ষী

দিব। এডেন বন্দৰত জাহাজ লাগিল। তাত জাহাজ কেইটা-ঘণ্টাও ৰব কাৰণে সদলবলে স্বামীজী ঘাটত নামিল। অলপ আগ বাঢ়ি গৈ দেখে এজন ভাৰতীয় মানুহ বহি ধঁপাত খাই আছে। স্বামীজীয়ে তত্কালিকে লগৰীয়াসকলক পিচ পেলায়ো সেই মানুহটিৰ ওচৰ পাই চিলিমটো খুজি লৈ ধঁপাত হুপিবলৈ ধৰিলে। লগৰীয়াসকল আহি তাত ধেমেলীয়া কথাৰে যোগ দিয়াত মানুহজনে যেতিয়া জানিলে তেওঁৱেই জগৎবিখ্যাত স্বামী বিবেকানন্দ তেওঁ তৎক্ষণাৎ স্বামীজীক আঁঠুকাঢ়ি প্ৰণাম জনালে। এনে নিৰভিমান স্বামীজীৰ পক্ষে নতুন একো নহলেও লগৰীয়া শিষ্যসকল অবাক্ হৈছিল। সিবিলাকে বুজিলে স্বজাতিৰ প্ৰতি স্বামীজীৰ কি প্ৰীতি।

ঠিক দিনতে জাহাজ আহি কলম্বো বন্দৰ পালে। ভাৰত ভূমিৰ প্ৰথম সৌন্দৰ্য্য তেওঁৰ চকুত পৰাত স্বামীজীৰ মনত কি আনন্দ! কত দিন এই জন্মভূমিৰ মধুৰ কোলাৰ পৰা আঁতৰত আছিল! আজি স্বামীজীয়েও বুজা নাই ভাৰতীয় সকলেও কেনে ব্যগ্ৰভাবে তেওঁৰ প্ৰত্যাগমন কামনা কৰি আছে। ইতিমধ্যেই মঠৰ পৰা এজন গুৰুভকত আহি কলম্বোত বৈ আছেহি। সকলো ঠাইতে তেওঁক অভিনন্দন জনাবলৈ লোকসকল উৎসুক হৈ অপেক্ষা কৰি আছে। স্বামীজীয়ে ভাৰতত যি অভ্যৰ্থনা পাইছিল আজিলৈকে তেনে সন্মান আন কাৰো ভাগ্যত ঘটা কথা অতীতৰ বুৰঞ্জীয়ে চুকি পোৱা দিনলৈকে পোৱা নাযায়।

স্বামীজী আহিবৰ বাতৰি পাই কলম্বোবাসী হিন্দুসকলে তেওঁক অভ্যৰ্থনা জনাবলৈ এখন কমিটি ইতিমধ্যেই পাতি সকলো আয়োজন কৰিছিল। জাহাজ বন্দৰত লগা মাত্ৰকে সেই সমিতিৰ পক্ষৰ পৰা স্বামী নিৰঞ্জনানন্দ আৰু বৌদ্ধধৰ্মাৱলম্বী মিঃ হেৰিছন নামে এজন চাহাবে জাহাজতে স্বামীজীক অভিনন্দন জনালে। গুৰুভকতৰ

দেখি স্বামীজী আনন্দিত হল আৰু তেখেতৰ পৰাই সংক্ষেপে মঠৰ সকলো বাতৰি পালে। আগৰ বন্দোবস্ত অনুযায়ী ষ্টীমলঞ্চত সশিষ্যে স্বামীজীক তুলি লৈ ঘাট পালে। ঘাটত হাজাৰ হাজাৰ মানুহ অভিনন্দন জনাবলৈ অপেক্ষা কৰি আছিল। স্বামীজী সেইখিনি পোৱা মাত্ৰকে আনন্দ কোলাহল আৰু জয়ধ্বনি হবলৈ ধৰিলে। আনন্দত বহুতে ৰুমাল, ছাতি, হাতত থকা লাঠী লদিয়ালদি কৰিবলৈ ধৰিলে। পি, কুমাৰ স্বামী নামে সিংহল ব্যবস্থাপক সভাৰ সভ্য এজনে সমবেত জনমণ্ডলীৰ পক্ষৰ পৰা পুষ্পমালাৰে স্বামীজীক সাদৰ অভ্যৰ্থনা জনালে।

ইয়াৰ পৰা শোভাযাত্ৰা কৰি স্বামীজীক বিধিমতে অভিনন্দন জনাবৰ কাৰণে তৈয়াৰ কৰা বিৰাট সভা মণ্ডপলৈ নিয়া হল। বাটৰ দুই কাষে তাল পাতত লতাফুল দি মাজে মাজে তোৰণ নিৰ্ম্মাণ কৰোৱা হৈছে। সভামণ্ডপৰ মুখত গাড়ীৰ পৰা স্বামীজীক নমাই ধ্বজ, ছত্ৰ, চামৰ আদি ধৰি মঙ্গলবাদ্য সহকাৰে আগবঢ়াই নিয়া হল। সভাঘৰটিও নানা ভাবে সজোৱা হৈছিল। স্বামীজী যেই আসন গ্ৰহণ কৰিবৰ কাৰণে মঞ্চত ভৰি দিলে, ততালিকে শিল্পকৌশল ঘটাই দিহা কৰি থোৱা মতে পদুমফুলৰ দল যেন ফুলি উঠিল আৰু তাৰ মাজৰ পৰা এটি সুন্দৰ সৰু চৰাই উৰা মাৰি গল। বিহুওক ফুলৰ মালা দান কৰি যথাবিধি অভ্যৰ্থনা কৰাৰ পিচত এখনি অভিনন্দন পত্ৰ পাঠ কৰা হল। তাৰ সাৰ মৰ্ম্ম এয়ে আছিল যে আজি তিনি বছৰতো অধিক কাল আপুনি বিদেশত হিন্দুধৰ্ম্মৰ হকে প্ৰচাৰৰ দ্বাৰা লোককল্যাণ ব্ৰত পালনৰ পিচত স্বদেশলৈ ঘূৰি আহোঁতে আমি আপোনাক প্ৰথমতে দৰ্শন আৰু অভ্যৰ্থনা কৰিবৰ সুযোগ পাই ধন্য জ্ঞান কৰিছোঁ আৰু আপোনাৰ কৃত-কৰ্ম্মৰ বাবে আমাৰ

অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।" তেতিয়া সন্ধ্যা হোৱাত স্বামীজীয়ে সময়ৰ অভাৱত অতি চমুকৈ তাৰ উত্তৰ দান কৰিছিল। তেখেতে কৈছিল আপোনালোকৰ অভিনন্দনত মই পৰম আনন্দিত। এজন ভিক্ষুক সন্ন্যাসীক যি ভাবে আজি সম্বৰ্দ্ধনা কৰা হল ইয়াৰ দ্বাৰা ভাৰতৰ মানুহ কিমান ধৰ্ম্মপ্ৰিয় তাকেই স্পষ্ট বুজা গৈ'ছে। মই ৰজা নহওঁ, ধনী নহওঁ বা যুদ্ধজয়ী সেনাপতিও নহওঁ, তথাপি আজি আপোনালোকৰ ভিতৰৰ বহুতো সম্পদশালী লোকেও মোক সমাদৰ কৰিলে। ধৰ্ম্মপ্ৰাণতাৰ ইয়েই শ্ৰেষ্ঠ নিদৰ্শন। কাৰণ এই সন্মান মোৰ নহয়, ই প্ৰকৃতপক্ষে এটা নীতিৰ প্ৰতি সন্মান। নীতিটি হৈছে এই ধৰ্ম্মৰ কাৰণে যি পৰিশ্ৰম কৰে তেওঁ পূজাৰ্হ। আৰু বাস্তৱিকতে যদি হিন্দু জাতি জীয়াই থাকিব লাগে তেন্তে এই ধৰ্ম্মকেই আশ্ৰয় কৰিব লাগিব। ধৰ্ম্মই তাৰ (ভাৰতীয় সকলৰ) জাতীয় জীৱনৰ মেৰুদণ্ড স্বৰূপ।"

ইয়াৰ পিচত স্বামীজী থাকিবৰ কাৰণে বিখ্যাত দালচেনি বাগিচাৰ মাজৰ বঙলাঘৰলৈ নিয়া হল। ইয়াত স্বামীজী তিনদিন আছিল। দ্বিতীয় দিনা স্বামীজীয়ে "ফ্লৰেল হলত" হাজাৰ দৰ্শকৰ আগত "পুণ্যভূমি ভাৰত" শীৰ্ষক বক্তৃতা দিয়ে। তেখেতে পোনতে বিনয় কৰি কৈছিল "পাশ্চাত্য দেশত যদি আৰ্য্যধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সমৰ্থ হৈছিলোঁ তেন্তে সেইটো মোৰ শক্তি নহয়— সেইটো হৈছে মোৰ পৱিত্ৰ মাতৃভূমিৰ পৰা পোৱা উৎসাহ, শুভেচ্ছা আৰু আশীৰ্ব্বাদৰ ফলত। বিশেষতঃ পাশ্চাত্য দেশ ভ্ৰমণৰ ফলত উপকাৰ হৈছে মোৰ বেছি। মোৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ ফলত আগেয়ে যিটো কথা হয়তো মনৰ আবেগত বিশ্বাস কৰিছিলোঁ এতিয়া সেই বিষয়ে মোৰ দৃঢ় ধাৰণা জন্মিছে। মই এতিয়া অনুভৱ কৰিব পৰা হৈছোঁ ভাৰত ভূমি পুণ্যভূমি আৰু ভাৰতবৰ্ষ কৰ্ম্মভূমি।

ইয়াৰ দ্বাৰাই উচ্চ ভাবভূমিৰ পৰা দাৰ্শনিক তত্ত্ববিলাক জগতৰ চাৰিওফালে বিয়পি পৰিছিল, পৰিছে আৰু পৰিব।"

পিচ দিনা তাৰ শিৱমন্দিৰ দৰ্শন কৰিলে আৰু 'পাবলিক হলত' 'অদ্বৈতবাদ' সম্বন্ধে এটা বক্তৃতা দিলে। কলম্বোবাসীয়ে এনে উপদেশ আৰু তত্ত্বপূৰ্ণ বক্তৃতা আগেয়ে শুনা নাছিল। সিংহলতো স্বামীজীয়ে এই প্ৰথমবাৰ পদাৰ্পন কৰিছে। যি কেইদিন তাত আছিল তাৰ গণ্য মান্য লোক সকলে দেখা সাক্ষাৎ কৰি আৰু নানা বিষয়ে আলচ কৰি উপকৃত হৈছিল। সচাঁকৈয়ে স্বামীজী যোৱাত তাত যেনে উদ্দীপনা দেখা গৈছিল আগেয়ে কেতিয়াও তাত তেনে হোৱা নাছিল।

ইয়াৰ পৰাই স্বামীজী জাহাজত ভাৰতবৰ্ষলৈ যাবৰ কথা আছিল। কিন্তু সিংহলৰ বিভিন্ন ঠাইৰ পৰা আৰু বিশেষতঃ দাক্ষিণাত্যৰ পৰা ক্ৰমাগত নিমন্ত্ৰণ অহাত কোমল প্ৰাণ স্বামীজীয়ে সকলোবোৰ প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। সেই কাৰণে কলম্বোৰ পৰা কাণ্ডিলৈ ৰেলেৰে যাত্ৰা কৰাই স্থিৰ হল। কাণ্ডি চহৰ এখন পাৰ্ব্বত্য স্বাস্থ্যনিবাস—অতি মনোৰম প্ৰাকৃতিক দৃশ্য গোটেই পথ জুৰি আৰু সেই চহৰলৈকে সি বিস্তৃত। ষ্টেচনত হাজাৰ হাজাৰ মানুহ অভ্যৰ্থনা কৰিবলৈ অপেক্ষা কৰি আছিল। মহা সমাৰোহ আৰু আদৰেৰে স্বামীজীক অভাৰ্থনা জনালে। এখন অভিনন্দন পাঠ কৰা হল আৰু স্বামীজীয়েও তাৰ এটি সংক্ষিপ্ত উত্তৰ দিলে। চহৰৰ চাবলগীয়া প্ৰধান ঠাইবিলাক চাই সন্ধ্যা সময়ত 'মাতালে' নামক এখন ঠাই পাই তাতে ৰাতিটো যাপন কৰিলে।

ইয়াৰ পৰা স্বামীজী 'জাফ্না' চহৰলৈ যাবলৈ স্থিৰ কৰিলে ' সি ২০০ (দুশ মাইল) দূৰত। এই দীঘলীয়া বাট যাবলৈ

গাড়ীৰ বাহিৰে আন কোনো বাহনৰ সুবিধা নাই। লোক সকলৰ আগ্ৰহ দেখি স্বামীজীয়ে এই কষ্টসাধ্য যাত্ৰা কৰিবলৈ পিচ নপৰিল। গাড়ী যোগাৰ হল। লগত সেই সেভিয়ৰ দম্পতী আৰু মিঃ গুড উইন আৰু গুৰুভক্ত স্বামী নিৰঞ্জনানন্দ। যাত্ৰা আৰম্ভ হল। বাটত যাওঁতে সেই ঠাইৰ বিচিত্ৰ প্ৰাকৃতিক দৃশ্যই সকলোৰে মন আকৰ্ষণ কৰিছিল আৰু কষ্টজনক পথভ্ৰমৰ মাত্ৰা ইয়াৰ দ্বাৰাই বহু পৰিমাণে হ্ৰাস পাইছিল।

কাণ্ডি চহৰৰ পৰা ৮০ মাইল বাট আহি পালে 'অনুৰাধাপুৰ'। এই অনুৰাধাপুৰ এখন বহুকলীয়া পুৰণি মাটিত পোত খাই থকা ডাঙৰ নগৰ। প্ৰায় দুহেজাৰ বছৰ আগেয়ে এই সমৃদ্ধিশালী নগৰখন আৰম্ভ হৈছিল বুলি পণ্ডিত সকলে অনুমান কৰে। ই বৌদ্ধ যুগৰ এটি প্ৰাচীন কীৰ্ত্তি। খৃষ্টপূৰ্ব্ব ২৪৫ অব্দত ই স্থাপিত। ইয়াত বোধিদ্ৰুমৰ ডাল কাটি আনি স্থাপন কৰা গছ বৰ্ত্তমান। ইয়াত বহুতো দাগোবা নামে স্তূপ দেখা যায়। এই স্তূপবিলাকৰ ভিতৰত বৌদ্ধমন্দিৰবিলাকৰ দৰে হীৰা মুকুতা আদি বহুতো ধন-বস্তু পুতি থোৱা আছে বুলি বহুতে অনুমান কৰে।

ইয়াৰ পিচত দেখা পালে নমহলীয়া শিলৰ নিৰ্ম্মিত প্ৰাসাদ। পুৰণিকলীয়া স্থাপত্য বিদ্যাৰ ই এটা প্ৰধান নিদৰ্শন। ইয়াৰ বিশালতা প্ৰচুৰ। ইয়াৰ লগত প্ৰায় ১০০০ গ্ৰানাইট পাথৰৰ স্তম্ভ। এই প্ৰাসাদৰ ভিতৰত এহেজাৰ জন পুৰোহিতৰ কোঠা আছিল; তদুপৰি আন আন কৰ্ম্মচাৰী আৰু বন্ধুৰা থাকিবলৈকো যথেষ্ট ব্যৱস্থা আছিল। ইয়াত এটি সভাঘৰ আছিল কাৰুকাৰ্য্য অপৰূপ, বহুতো সুবৰ্ণ স্তম্ভই শোভা বঢ়াইছিল। মাজত আছিল হাতীদাঁতৰ সিংহাসন। ঘৰটিৰ একাষে সুৰে শোভা

পাইছিল কনকখচিত সূর্য্য আৰু আনমূৰে শোভা পাইছিল ৰূপৰ নির্ম্মিত চন্দ্ৰমা।

এই ঠাইত স্বামীজীক অভিনন্দন জনোৱা হল। প্ৰায় হাজাৰ মানুহৰ সন্মুখত "উপাসনা" সম্বন্ধে স্বামীজীয়ে এটি বক্তৃতা দিলে। ইয়াৰ পৰা জাফ্‌না চহৰলৈ এতিয়াও ১২০ মাইল বাকী। দিন-ৰাতি সমকাৰে টোপনি নোহোৱাকৈ কেইবাদিনো গৈ জাফ্‌নাৰ পৰা ১২ মাইল আগতে বিখ্যাত 'হাতীগিৰিবত্ম' পালে। জাফনাৰ পৰাও বহুতো সম্ৰান্ত লোক স্বামীজীক আদৰি নিবলৈ তালৈকে আহিছিল। সকলোৰেই লগ হৈ লাহে লাহে গৈ জাফনা দ্বীপ পালে আৰু তাৰ কলেজ প্ৰাঙ্গণত বিশাল সভামণ্ডপত স্বামীজীক অভ্যৰ্থনা জনালে। সভামণ্ডপ অতি সুচাৰুৰূপে ফুল পাতেৰে সজোৱা হৈছিল। নানান মাঙ্গলিক অনুষ্ঠান কৰি মহিলা বৃন্দয়ো স্বামীজীক অভ্যৰ্থনা জনালে। শঙ্খ ঘণ্টা প্ৰভৃতি বাদ্য বাজি উঠিল, চাৰিওফালৰ পৰা জয়ধ্বনি উঠিবলৈ ধৰিলে। শেষত অভিনন্দন পাঠ কৰা হল। স্বামীজীয়ে অতি বিনয় সহকাৰে তাৰ উত্তৰ দিলে। স্বামীজীৰ দৰ্শন আৰু তেখেতৰ জ্ঞানগভীৰ কথা শুনি সকলো ধন্য হল। সভাত কমেও পোন্ধৰ হাজাৰ মানুহ উপস্থিত আছিল। ইমানতে স্বামীজীৰ সিংহল ভ্ৰমণ শেষ হল। আগেয়ে যি মানুহে হিন্দুধৰ্ম্ম কিম্বা স্বামীজীৰ বিষয় একো নাজানিছিল এতিয়া স্বামীজীক দেখি, তেখেতৰ বক্তৃতা শুনি সেই সম্বন্ধে এটা স্পষ্ট ধাৰণা কৰিব পাৰিছিল। মুঠতে সিংহলবাসীয়ে স্বামীজীক যোগ্য ভাবেই অভ্যৰ্থনা জনাই কৃতকৃতাৰ্থ বোধ কৰিছিল।

জাফ্‌নাৰ পৰা ভাৰতবৰ্ষৰ তীৰভূমি পাবলৈ মাজতে সাগৰৰ ব্যৱধান মাথোন ৫০ মাইল। জাহাজেৰে স্বামীজী সদলবলে বাওনা

হল ৰামনাদলৈ বুলি। বতৰ ক্ষৰকাল থকাত কোনো কষ্ট বা অসুবিধা নোহোৱাকৈ জাহাজ পাম্বানো দ্বীপ পালে। ইয়ালৈকে নিজ জাহাজ লৈ ( ৰাজ তৰণী ) ৰামনাদাধিপতি স্বয়ং পাত্ৰ-মন্ত্ৰ সহ আগ বাঢ়ি আহিছিল। কত দিনৰ পিচত গুৰু শিষ্যৰ দেখাদেখি হল। পাশ্চাত্য দেশলৈ যাবলৈ যি সকলে স্বামীজীক সহায়তা কৰিছিল তাৰ ভিতৰত এইজন ৰজাও এজন প্ৰধান। গতিকে ভাৰতবৰ্ষত পদাৰ্পণ কৰাৰ লগে লগে ৰজাক লগ পাই স্বামীজী অতিশয় আনন্দিত হৈছিল। যিহওক, ৰজাৰ অনুৰোধক্ৰমে জাহাজৰ পৰা নামি সদলবলে স্বামীজী ৰাজতৰণীত উঠিল আৰু যথাসময়ত ভাৰত-ভূমিত পদাৰ্পণ কৰিলে। ঘাটতে অভ্যৰ্থনাৰ সকলো আয়োজন কৰা হৈছিল। ডাঙৰ চন্দ্ৰাতপৰ তলত সভা পাতিবৰ দিহা হৈছিল। আৰু হাজাৰ-বিজাৰ মানুহে স্বামীজীৰ দৰ্শনৰ কাৰণে উৎসুক হৈ অপেক্ষা কৰিছিল। স্বামীজী নমা মাত্ৰকে গোটেই ঠাই জয়ধ্বনিৰে মুখৰিত হৈ উঠিল আৰু ৰামনাদাধিপতিৰ ভায়েকেই ৰামনাদ ৰাজ্যৰ পক্ষৰ পৰা এখনি সুন্দৰ অভিনন্দন পাঠ কৰিলে। স্বামীজীয়েও তাৰ যথাযোগ্য উত্তৰ দিয়াৰ পিচত ৰাজ অতিথিৰূপে স্বামীজী ৰামনাদাধিপতিৰ তাতে বিশ্ৰাম লবলৈ গল। ইয়াত স্বামীজী ন দিন আছিল। ইতিমধ্যে সদলবলে স্বামীজী ৰামেশ্বৰ শিৱ মন্দিৰ দৰ্শন কৰিবলৈ গৈছিল। এতিয়া মন্দিৰৰ পক্ষৰ পৰা স্বামীজীক ৰাজোচিত অভ্যৰ্থনা জনালে। মন্দিৰৰ কাৰুকাৰ্য আৰু স্থাপত্য-বিদ্যাৰ পৰিচয় আৰু মণি-মাণিক্যাদি ধন-ৰত্ন স্বামীজীক দেখুৱা হল। সহস্ৰ স্তম্ভৰ নাটঘৰ দেখি সোঁভয়ৰ দম্পতী আচৰিত হৈছিল। ৰজাৰ অতিথিৰূপে থকা কালত বহুতো গণ্য-মান্য সম্ভ্ৰান্তলোক স্বামীজীক দৰ্শন কৰিবলৈ গৈছিল। নানা ঠাইৰ পৰা নিমন্ত্ৰণ আহিবলৈ ধৰিলে; স্বামীজীয়ে এতিয়া বেলেগে একেবাৰে মাদ্ৰাজলৈ

যাবলৈহে সিদ্ধান্ত কৰিলে। মাদ্ৰাজবাসীলৈ ইতিমধ্যে খবৰ পঠোৱা হল। তাত যোগ্যভাবে অভ্যৰ্থনা জনাবলৈ আয়োজন পূৰ্বামাত্ৰাই চলিবলৈ ধৰিলে।

সকলোৰে অনুৰোধত স্বামীজীয়ে ৰামেশ্বৰ শিৱ মন্দিৰৰ প্ৰাঙ্গণত 'তীৰ্থ মাহাত্ম্য আৰু উপাসনা' সম্বন্ধে এটি বক্তৃতা দিয়ে। পৰিব্ৰাজকৰূপে ঠিক এই মন্দিৰলৈ পাঁচ বছৰ আগতে তেওঁ ভিক্ষুকৰ বেশেৰে আহিছিল। তেতিয়া কেইজনে স্বামীজীক জানিছিল? আৰু আজি?

ইয়াৰ পিছত স্বামীজী মনমদুৰালৈ গৈছিল। তাতো জমিদাৰবৰ্গ আৰু আন লোকসকলে স্বামীজীক যোগ্যভাবে অভিনন্দন জনাইছিল। তাৰ পৰা গল মদুৰালৈ। মদুৰা পুৰণি ধৰ্ম চৰ্চাৰ কেন্দ্ৰস্থল। ইয়াত বিখ্যাত বহুতো মন্দিৰ আছে। স্বামীজীক ইয়াত অভিনন্দন দিয়া হল। উত্তৰত স্বামীজীয়ে এটি দীঘলীয়া বক্তৃতা দিলে যদিও এই দাক্ষিণাত্যত প্ৰায় তিনি সপ্তাহ ক্ৰমাগত ঘূৰি অতিশয় ক্লান্ত হৈ পৰিছিল। ইয়াত তিন দিন আছিল। এদিন ইয়াৰ বিখ্যাত মন্দিৰ দৰ্শন কৰিলে আৰু তাৰ ঐশ্বৰ্য্য-বিভূতিৰ জগতে বিশেষকৈ দুষ্প্ৰাপ্য গজমতি দেখা পালে।

ইয়াৰ পৰা গল কুম্ভকোণমলৈ। বাটত প্ৰত্যেক ৰেল ষ্টেচনতে অসংখ্য মানুহ। হাতত ফুলৰ মালাৰে অভ্যৰ্থনা কৰিবলৈ অপেক্ষা কৰি আছে। মানুহৰ অভ্যৰ্থনা কৰিবৰ আগ্ৰহ বৰ্ণনাতীত। কুম্ভকোণমত অভ্যৰ্থনাৰ বিশেষ আয়োজন কৰা হৈছিল। তাত অভিনন্দন দিয়া হয় আৰু স্বামীজীয়েও উত্তৰত "বেদান্তৰ উদ্দেশ্য" সম্বন্ধে এটি বক্তৃতা দিয়ে। ইয়াৰ পৰাই স্বামীজী মায়াবৰম পালেগৈ। তাতো স্বামীজী এদিন থাকিল আৰু তাৰ লোকসকলেও স্বামীজীক যথেষ্ট অভ্যৰ্থনা জনালে। মুঠতে গোটেই দাক্ষিণাত্যত স্বামীজীক অভ্যৰ্থনাৰ কাৰণে বিপুল আগ্ৰহ আৰু বিপুল উদ্যম দেখা

গৈছিল। ইয়াতেই তেখেতৰ তিনি সপ্তাহ কাল পাৰ হৈ গল।

ইয়াৰ পৰাই স্বামীজী মাদ্ৰাজলৈ বুলি ৰাওনা হল। বাটত প্ৰতি ৰেল ষ্টেচনতে বিপুল জনসমাগম। সকলোৱেই আন্তৰিক অভিনন্দন জনাবলৈ আৰু এবাৰ দৰ্শন পাবলৈ ব্যগ্ৰ। মানুহৰ ভিৰত ৰেল যথাসময়ত ষ্টেচন এৰিব নোৱাৰাত ঠিক সময় ৰাখি চলিব পৰাই নাছিল।

যোগ্য ভাবে স্বামীজীক অভ্যৰ্থনা জনাবলৈ ইতিমধ্যে তাত অভ্যৰ্থনা সমিতি গঠিত হৈছিল। সেই সমিতিৰ সভাপতি নিৰ্ব্বাচিত হৈছিল মাদ্ৰাজ হাইকোৰ্টৰ বিচাৰপতি সুব্ৰহ্মণ্য আয়াৰ। স্বামীজীক অভ্যৰ্থনা জনাবলৈ ওচৰ ঠাইৰ গণ্যমান্য লোকসকল আৰু চহৰৰ বিশিষ্ট লোকসকল সমবেত হৈছিল। অভ্যৰ্থনাৰ কাৰণে চহৰৰ ভিতৰত ১৭ টি তোৰণ নিৰ্ম্মিত হৈছিল। তদুপৰি আন আন লোকেও ইচ্ছামতে নানা ঠাইত কাগজ পতি ফুলপাতেৰে কিম্বা নাৰিকল গছৰ পাতেৰে সজাইছিল। সেইদিনা মাদ্ৰাজ চহৰ বিচিত্ৰ শোভাৰে ৰূপান্তৰিত হৈছিল। ৰেল ষ্টেচনত লক্ষ লক্ষ মানুহ সমবেত হৈ স্বামীজীৰ আগমন প্ৰতীক্ষা কৰিছিল। ৰেল পোৱাৰ লগে লগে লক্ষ লক্ষ মানুহে জয়ধ্বনি দিবলৈ ধৰিলে। বাজনা বাজি উঠিল। পোনতে সভাপতি আয়াৰ মহোদয়ে স্বামীজীক জয়মালোৰে বিভূষিত কৰিলে। সমিতিৰ আন আন সদস্য সভ্যসকলৰ সহায়ত জনতা ভেদ কৰি স্বামীজীক গাড়ীত তোলা হল। অলপ দূৰ যাওঁতে নাযাওঁতেই ছাত্ৰসকলে ঘোৰা মুকলি কৰি দি নিজে গাড়ী টানিবলৈ ধৰিলে। বাটত পুৰনাৰী সকলে ফুল-চন্দন আৰু ধূপ-দীপেৰে আৰতি কৰিলে। যাওঁতে যাওঁতে স্বামীজীক নানা ঠাইত নানা জনে নানা উপহাৰ দিলে। তাৰ সৰহ ভাগেই আছিল নাৰিকল ফল। এনে সমাৰোহ আৰু জনতাৰ মাজত যাওঁতে আৰু গন্তব্য ঠাই পাওঁতে বহু

পলম হল—ৰাতি ৯টা বাজিল। তেতিয়া পোনতে 'মাদ্রাজ বিদ্বান মনোৰঞ্জিণী' সভাৰ পক্ষৰ পৰা সংস্কৃত ভাষাত এখনি আৰু কানাড়ী ভাষাত এখনি এই দুখনি অভিনন্দন পাঠ কৰিয়েই সেই দিনালৈ সকলোকে বিদায় হবলৈ আৰু স্বামীজীক বিশ্রাম লবলৈ অভ্যৰ্থনা সভাৰ সভাপতিয়ে নিবেদন জনালে।

স্বামীজী মাদ্রাজ পাবৰ পিচৰটো ৰবিবাৰতহে ৰাজহুৱা ভাৱে অভিনন্দনৰ ব্যৱস্থা কৰা হৈছিল। সেই সভাত অকল ৰাজহুৱা সভাৰ উপৰিও অন্যান্য নানা প্রতিষ্ঠান আৰু খেতৰিৰ মহাৰাজৰ পৰা এখন এয়ে মিলি কুৰি খনৰো অধিক অভিনন্দন দিয়া হৈছিল। অভিনন্দন বিলাক পাঠ কৰাৰ পিচত যদিও স্বামীজীয়ে উত্তৰ দিবলৈ থিয় দিছিল তথাপি তেখেত থিয় হৈ থাকি কথা কবৰ সুযোগ নাপালে বুলিলেও অত্যুক্তি নহয়। সভাস্থলত ইমান জন সমাগম হৈছিল যে তাৰ বেগ দমন কৰা কাৰো পক্ষে সাধ্য নহল। স্বামীজী সভাৰ ঠাইৰ পৰা উঠি গৈ গাড়ীৰ ওপৰত কোচমেনৰ বাক্সৰ পৰাও বক্তৃতা দিবলৈ চেষ্টা কৰি বিফল মনোৰথ হৈছিল। মানুহে তাতো ঠেলা-হেচা কৰাত কোনোমতে বক্তৃতা দিয়া সম্ভৱ নহল। দুই চাৰি আষাৰ কথা অতি কষ্টে কৈয়েই স্বামীজীয়ে বক্তৃতা সামৰিব লগাত পৰিল আৰু সভাপতিয়েও সভা ভঙ্গ কৰি দিবলৈ বাধ্য হল। ই বিৰাট জনসমাগমৰ অনিচ্ছাকৃত উৎপাত নহয় নে?

মাদ্রাজত স্বামীজী ন দিন থাকিল আৰু তাত বেলেগ বেলেগ অঞ্চলত আৰু অনুষ্ঠানত ছটা বক্তৃতা দিছিল। শ্রোতা বা দর্শকৰ বিপুলভাবে সমাগমত স্বামীজীয়ে অভিনন্দনৰ প্রত্যুত্তৰ দিয়া অসম্ভৱ হৈ উঠিছিল যদিও মানুহৰ আগ্রহ আৰু উৎসাহলৈ লক্ষ্য কৰি তেখেতে মাধোন মন্তব্য কৰিছিল "চোৱা যেন এই জুই কুৰা জুমাই নেযায়।"

স্বামীজীয়ে মাদ্ৰাজত এই যাত্ৰাত প্ৰথম বক্তৃতাটি দিলে ভিক্তোৰিয়া হলত। ইয়াতেই তেখেতৰ আমেৰিকা যাত্ৰাৰ আৰু তাত কৰা কাৰ্য্যৰ বিস্তৃত বিৱৰণ দিছিল। তাৰ পৰা দেখা গৈছিল যে থিওছফিকাল চোচাইটি, ব্ৰাহ্মসমাজ আৰু খৃষ্টীয় মিছনৰী কাৰো পৰা কোনো সাহায্য পোৱা নাছিল আমেৰিকাত। ইয়াৰ পৰাই তেখেতে আমেৰিকালৈ যাবলৈ উদ্দীপনা আৰু সহায় পাইছিল আৰু পোন প্ৰথম আগ-বঢ়ুৱা হৈ প্ৰস্তাব কৰিছিল--"ট্ৰিপ্লিকেন সাহিত্য সভাৰ" পক্ষৰ পৰাই। ইয়াতেই স্বামীজীয়ে ৪র্থ বক্তৃতা দিছিল আৰু সেই বক্তৃতাটি অতিশয় মনোজ্ঞ হৈছিল। দ্বিতীয় বক্তৃতাত হিন্দু শব্দৰ উৎপত্তি আৰু প্ৰয়োগ সম্বন্ধে আলচ কৰিছিল আৰু উপনিষদৰ মূল কথা 'তেজস্বী হোৱা"—'ভয় নকৰিবা" এই দুটি বাক্যৰ অৰ্থ আৰু সাৰ্থকতা আলচ কৰিছিল। তৃতীয় বক্তৃতাত আলচ কৰিছিল যাইকৈ ভাৰতত প্ৰচলিত "অবিচাৰিত দুখীয়াক দান' আৰু পাশ্চাত্য সভ্যতাৰ বিধিবদ্ধ আইন অনুসাৰে দান দিয়া প্ৰথা যেনে Poor House দুঃস্থকেন্দ্ৰ স্থাপন কৰি তালৈ যাবলৈ বাধ্য কৰা। আমাৰ দেশত সামান্য মুষ্টি ভিক্ষা গ্ৰহণ কৰি দুখীয়াই সহজে জীৱন যাপন কৰে কিন্তু পাশ্চাত্য দেশত দুখীয়া হলে আলহী ঘৰত থাকি চৰকাৰৰ পৰা আহাৰ গ্ৰহণ কৰে। ফলতঃ মানুহ স্বাধীনতা প্ৰিয় হিচাবে তেনে বিধিবদ্ধ আইনৰ ভিতৰেদি আহাৰ সংগ্ৰহ নকৰি তাৰ মানুহ চোৰ-ডকাইত হয় আৰু চৰকাৰৰ পক্ষৰ পৰা অতিৰিক্ত পুলিচ আৰু জেইলৰ ব্যৱস্থা কৰাত খৰচ কৰিব লগাত পৰে। শেষৰ বক্তৃতাটিতে প্ৰায় পাঁচ হাজাৰ মানুহ উপস্থিত আছিল সেই সভাত তেখেতৰ প্ৰতিপাদ্য বিষয় লৈছিল— 'ধৰ্মজীৱন লাভ কৰিবৰ হলে কৰি হব লাগিব।

তেখেতৰ ঋষি শব্দৰ অৰ্থ 'যিজনে ধৰ্ম্মক সাক্ষাৎভাবে উপলব্ধি কৰিব পাৰিছে, এনে ভাবত ব্যৱহাৰ কৰিছিল।

মাদ্ৰাজত থাকোতে স্বামীজী এদিন "মাদ্ৰাজ সমাজ সংস্কাৰ সমিতি"ৰ অফিচ ঘৰলৈ গৈছিল। মাদ্ৰাজবাসী সকলে স্বামীজীক মাদ্ৰাজতো এটা 'সেৱাকেন্দ্ৰ' খুলিবলৈ অনুৰোধ কৰিছিল। উত্তৰত স্বামীজীয়ে কলে 'এতিয়া উপযুক্ত সময় হোৱা নাই। ইয়াৰ পিচত বাৰু মই এজন কৰ্ম্মীক ইয়ালৈ পঠাই দিম।"

মাদ্ৰাজত থাকোতেই স্বামীজীয়ে আমেৰিকাৰ শিষ্য আৰু ভক্ত বৃন্দৰ পৰা চিঠি-পত্ৰ পাবলৈ ধৰিলে। তাত স্বামীজীৰ আৰব্ধ কৰ্ম্মৰ ক্ৰমোন্নতি আৰু বিস্তাৰৰ কথা উল্লেখ কৰি স্বামীজীৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰা হৈছিল। সেই বিলাক চিঠি পাশ্চাত্য দেশৰ বিখ্যাত মনিষী সকলৰ পৰাই আহিছিল। বিশেষতঃ স্বামী সাৰদানন্দ—যাক স্বামীজীয়ে আমেৰিকাৰ যাবতীয় প্ৰচাৰ কাৰ্য্যৰ ভাৰ দি আহিছিল তেখেতৰ কাৰ্য্যৰ ভূয়সী প্ৰশংসা আৰু ক্ৰম-বৰ্দ্ধমান কাৰ্য্যৰ সংবাদ পাই বিশেষ সুখী হৈছিল। এই সময়তে 'ব্ৰুকলীন নৈতিক সভাৰ' পক্ষৰ পৰাও স্বামীজীয়ে বিজয়বাৰ্ত্তাপূৰ্ণ এখন চিঠি পাইছিল। ডেট্ৰয়েটৰ পৰাও ৪২ জন সভ্যই চহী কৰি দিয়া এখন অভিনন্দন পত্ৰ পাইছিল।

মাদ্ৰাজৰ পৰা স্বামীজী জাহাজেৰে কলিকতা অভিমুখে ৰাওনা হল। লগত দুজন গুৰুভকত সেভিয়েৰ দম্পতী আৰু মিঃ গুডউইন। কলিকতাৰ লোকসকলে স্বামীজীৰ আগমন প্ৰতীক্ষা আৰু তেখেতৰ গতিবিধি বৰ আগ্ৰহেৰে লক্ষ্য কৰি আছিল। যথা সময়ত জাহাজ আহি খিদিৰপুৰ ডকত লাগিলহি। কলিকতা বাসীৰ পক্ষৰ পৰা অভিনন্দন জনাবলৈ ইতিমধ্যে গঠিত হোৱা অভ্যৰ্থনা সভাৰ দিহামতে স্পেচিয়েল ট্ৰেইন যোগে স্বামীজী পুৱা

৭॥ বজাত শিয়ালদহ ষ্টেচন পালেহি। তেখেতক সম্বৰ্দ্ধনা জনাবলৈ ষ্টেচনত প্ৰায় কুৰি হাজাৰ লোক গোট খাইছিল। এই বিপুল জনতা ভেদ কৰি স্বামীজীক ষ্টেচনৰ পৰা বাহিৰলৈ অনাই টান হৈ পৰিছিল। জয়ধ্বনিত দিগন্ত কঁপি উঠিছিল। স্বামীজীৰ আগমনত কলিকতা মহানগৰীয়ে নতুন আকাৰ ধাৰণ কৰিছিল। ঠায়ে ঠায়ে সুশোভিত তোৰণ, বাটৰ দুয়ো কাষৰ প্ৰাসাদোপম ঘৰ বিলাকৰ সাজ-সজ্জা অতীত হৃদয়গ্ৰাহী হৈছিল। সুসজ্জিত লেণ্ডোত স্বামীজীক কোনোমতে অনা হল। ছাত্ৰসকলে ঘোৰা আঁতৰাই নিজেই গাড়ী টানি নিবলৈ ধৰিলে। সেই শোভাযাত্ৰা কেইবাটাও ডাঙৰ ডাঙৰ বাটেদি যোৱাৰ পিচত সেই দিনাৰ কাৰণে বাগবাজাৰত তেখেতৰ থকাৰ দিহা কৰা হল। তাৰ পৰা পিচদিনা তেখেত আলম বজাৰৰ মঠত থাকিল গৈ। লগৰ পাশ্চাত্যদেশীয় শিষ্য-সকলক থাকিবৰ দিহা কৰি দিয়া হল কাশীপুৰৰ বাগানত। স্বামীজী সদায় তালৈ আহি সিবিলাকৰ খবৰাদি কৰি আছিল। কলিকতাৰ বিশিষ্ট আৰু গণ্য-মান্য লোকসকলে স্বামীজীক দেখা-সাক্ষাৎ কৰিবলৈ ধৰিলে। সকলো প্ৰকাৰৰ লোকসমাগমত স্বামীজীৰ অৱসৰ নোহোৱা হৈছিল। তদুপৰি নিতে অসংখ্য চিঠি আৰু টেলিগ্ৰামৰ উত্তৰ দিবলৈকো যথেষ্ট সময়ৰ প্ৰয়োজন হৈছিল।

স্বামীজী কলিকতা পাবৰ এসপ্তাহৰ পিচত সমূহৰ পক্ষৰ পৰা নিয়মিতভাৱে অভিনন্দন দিবৰ দিন স্থিৰ হৈছিল আৰু ঠাই নিৰূপিত হৈছিল শোভাবাজাৰৰ ৰজা ৰাধাকান্তদেৱৰ বিস্তৃত প্ৰাঙ্গণত। অভ্যৰ্থনা সভাৰ সভাপতি হৈছিল স্বয়ং শোভাবাজাৰৰ মহাৰাজাধিৰাজ। এই সভাত যিমান গণ্য মান্য পণ্ডিত, খ্যাতনামা পুৰুষ আৰু আন আন লোক সমাগম হৈছিল ইয়াৰ আগেয়ে কেতিয়াও সিমান লোকৰ

একত্র সমাগম হোৱা নাছিল। * অভিনন্দন অতি যোগ্য ভাবেই পাঠ কৰাৰ পিচত স্বামীজীয়ে যেনে আন্তৰিকতাৰে আৰু ভাষাৰে তাৰ প্ৰত্যুত্তৰ দিলে আৰু তাত এয়ে বিনয় আৰু শিষ্টাচাৰ প্ৰকাশ পাইছিল যে তেখেতৰ প্ৰধান বিৰুদ্ধবাদীসকলৰো এতিয়াৰ পৰাই মত পৰিবৰ্ত্তিত হৈছিল। তেখেতে কৈছিল 'মই আজি আপোনালোকৰ আগত কোনো আচাৰ্য্য বা সন্ন্যাসী হিচাবে উপস্থিত হোৱা নাই। মই সককালৰ দৰে এতিয়াও আপোনালোকৰে এজন হিচাবে আপোনালোকৰ মাজত বহি দুটা কথা আলচ কৰিবলৈ উপস্থিত হৈছোঁ।। মোৰ ইচ্ছা হৈছে যেন আপোনালোকৰ লগত কলিকতা নগৰীৰ ধূলি মাটিত বহি দুটামান মনৰ কথা খুলি কওঁ। তাৰ পিচত তেখেতে কলে— আমেৰিকা বা ইউৰোপত যদি মই কিবা কৰি আহিব পাৰিছোঁ সেইটোত মোৰ গৌৰৱ অকণো নাই। মই কিবা ভাল কথা কব পাৰিলে সেইটোৰ গৌৰৱ পূজ্যতম ৰামকৃষ্ণ পৰমহংসদেৱৰ, যদি কিবা বেয়া কথা কৈছোঁ সেইটোহে মোৰ—তাৰ বাবে গ্লানি মোৰ।" স্বামীজীৰ গুৰুগত প্ৰাণতাৰ কথা সেইদিনা সকলোৱে শুনি বিমোহিত হৈছিল।

ইয়াৰ পিচত ষ্টাৰ থিয়েটাৰ হলত তেখেতে আন এটা বক্তৃতা দিছিল বিষয় আছিল—"সৰ্ব্বাবয়ৱ বেদান্ত।" ইয়াত তেখেতে কৈছিল—"বেদান্ত প্ৰচাৰৰ ফলতে ভাৰতৰ সকলো সম্প্ৰদায়ৰ ভিতৰত মিলাপ্ৰীতি সম্ভৱ হব পাৰে।" ইয়াৰ পিচত তেখেতে ৰামকৃষ্ণ পৰমহংসদেৱৰ জন্মোৎসৱ উপলক্ষে দক্ষিণেশ্বৰৰ উৎসৱত সশিষ্যে যোগদান কৰিছিল। তেখেতৰ আগমনত সেই বছৰ আগতকৈ বহুতো বেছি সংখ্যক লোক সমাগম হৈছিল।

---

* আংশিকভাৱে পৰিশিষ্ট অধ্যায়ত দিয়া হৈছে।

চিকাগো ধৰ্ম্ম মহাসভাত যোগদান দি স্বামী বিবেকানন্দ গোটেই জগতত লব্ধপ্ৰতিষ্ঠ পুৰুষসিংহৰূপে সকলোৰে পৰা সন্মান, শ্ৰদ্ধা আৰু ভক্তি সমানে লাভ কৰিবলৈ ধৰিলে। এনে ৰাজোচিত সন্মান স্বামী বিবেকানন্দৰ পূৰ্ব্বে আন কোনোৱে পোৱা কথাৰ কতো উল্লেখ নাই। ইমান সন্মান আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈয়ো স্বামীজী সম্পূৰ্ণ নিৰ্ব্বিকাৰ আছিল। সেই বিলাকৰ প্ৰতি তেখেতৰ কোনো আসক্তি নাছিল বৰং নিজক ঈশ্বৰৰ দাস জ্ঞানে মানব সেৱাকে ধৰ্ম্মৰূপ আজন্ম গ্ৰহণ কৰি ধন্য হৈছিল। স্বামীজী বৈৰাগ্যৰ জীৱন্ত বিগ্ৰহ আছিল—নিন্দা স্তুতিত কেতিয়াও বিচলিত হোৱা নাছিল। সদায় প্ৰফুল্ল অন্তৰ, বালকৰ দৰে সৰল আৰু বিনয়ী স্বভাৱ।

—•—

# ৰামকৃষ্ণ মিছন প্ৰতিষ্ঠা

স্বামী বিবেকানন্দ বিদেশৰ পৰা নিজ বাসস্থান কলিকতা নগৰীলৈ প্ৰত্যাগত হোৱাৰ প্ৰায় দুসপ্তাহ কাল অভ্যৰ্থনা, অভিনন্দন, লোকজনৰ লগত দেখা সাক্ষাৎ ইত্যাদিতে অতিবাহিত হৈছিল। এই উচ্ছ্বাস ক্ৰমে পাতল হলেও নানা ধৰণৰ আৰু নানাভাবৰ মানুহে সদায় স্বামীজীৰ লগত সাক্ষাৎ কৰিবলৈ আহিয়েই আছিল। এতিয়া তেখেত নিজে স্থাপন কৰি থোৱা আলম বজাৰৰ মঠতে থাকিবলৈ লৈছিল কিন্তু পাশ্চাত্য দেশৰ শিষ্যসকলক কাশীপুৰৰ বাগানত থাকিবলৈ দিহা কৰি দিলেও স্বামীজীয়ে সততে সিবিলাকৰ থকা-মিলা, সুবিধা-অসুবিধাৰ তদ্বিৰ নিয়মিতৰূপে সদায় কৰিছিল।

যিমান কৰ্মব্যস্ততাৰ মাজত থাকিলেও স্বামীজীয়ে নিজৰ ঘাই কৰ্ত্তব্যলৈ কেতিয়াও পাহৰা নাছিল। তেখেতে উপদেশ আৰু আলোচনাপ্ৰাৰ্থী লোকসকলক সন্তুষ্ট কৰাৰ উপৰিও যি সকল লোকে পৰীক্ষা কৰিবলৈ আহি তেখেতৰ লগত কপটাচাৰ কৰে তেওঁবিলাকৰ উৎপীড়নো নীৰবে সহ্য কৰি বিনয় ব্যৱহাৰেৰে সিবিলাককো বিদায় কৰিলেও তাৰ ভিতৰতে সময় উলিয়াই নিজৰ আদৰ্শৰে মঠৰ গুৰুভকতসকলক শিক্ষাৰে গঢ়ি তুলিবলৈ সদায় তৎপৰ হৈছিল। শাস্ত্ৰ-পাঠ, নানা বিষয়ৰ আলোচনা, ধ্যান-জপ মঠৰ নিত্য-নৈমিত্তিক কাৰ্য্য আছিল আৰু এতিয়া স্বামীজীয়ে

*এই 'মিছনৰ' ক্ৰমোন্নত অৱস্থাৰ বিষয় মনে মনে এটা ধাৰণা কৰিবলৈ 'পৰিশিষ্ট অধ্যায়ত' ১৯৪০ চনৰ বছেৰেকীয়া ৰিপৰ্ট পাঠ কৰক।

নিজে সেই সকলো বিলাকৰে পৰিচালনাৰ ভাৰ নিজে গ্ৰহণ কৰিছিল। স্বামীজীয়ে এতিয়া বিশেষকৈ অবিবাহিত ডেকা লৰা কেইজনমানে মঠলৈ আহিলে তেওঁবিলাকক ত্যাগ ধৰ্ম আৰু সেৱা ধৰ্মৰ বিষয়ে বিশেষ ৰকমে উপদেশ দিছিল আৰু তেওঁবিলাকক তেনে জীৱন গ্ৰহণ কৰিবলৈ আহ্বান কৰিছিল। সেইমতে দেখা যায় স্বামীজী প্ৰত্যাগমনৰ অলপ পিছৰ পৰাই দুই চাৰি জনকৈ ডেকাক সন্ন্যাস মন্ত্ৰত দীক্ষিত কৰিবলৈ পাইছিল। ই যে স্বামীজীৰ নিজ প্ৰচাৰৰ ফল তাত কোনো সন্দেহ নাই।

স্বামীজীৰ পাশ্চাত্য দেশলৈ যোৱাৰ যাই উদ্দেশ্যৰ কথা আগতেই কোৱা হৈছে। এতিয়া তাৰ পৰা প্ৰত্যাগত হৈ কি প্ৰকাৰে নিজ জন্মভূমিৰ কল্যাণৰ কাৰণে ইমান দিনৰ অভিজ্ঞতাপূৰ্ণ শক্তি প্ৰয়োগ কৰিব উপায় চিন্তিবলৈ ধৰিলে। পৰিব্ৰাজকৰূপে ভ্ৰমণৰ কালতে স্বামীজীয়ে ভাৰতৰ প্ৰকৃত অভাৱৰ পৰিচয় পাইছিল। এতিয়া সেই অভাৱ গুচাবলৈ তেখেত যত্নৱান হ'ল।

স্বামীজীৰ মনত দৃঢ় ধাৰণা হৈছিল যে বহু শতাব্দী পৰাধীনতাৰ ফলত ভাৰতীয় জাতীয় জীৱনৰ মেৰুদণ্ড নোহোৱা হৈছে। ভাৰতীয় লোক সকল মনুষ্যত্ব-বিহীন হৈছে। তেওঁবিলাকে আত্মবিশ্বাস হেৰুৱাই শক্তিহীন হৈছে। লোকসকলৰ শৌৰ্য্য, বীৰ্য্য, সাহস, উদ্যম তিৰোহিত হৈ তাৰ ঠাইত পৰমুখাপেক্ষিতা ঈৰ্ষা, দ্বেষ, পৰশ্ৰীকাতৰতা আৰু ভীৰু-কাপুৰুষতাই প্ৰধান গুণ হৈছে। এই বিলাক দোষৰ প্ৰতিকাৰ কৰিবৰ হলে দেশত কৰ্মযোগৰ প্ৰচাৰ কৰিব লাগিব। বিষয় বাসনা ত্যাগ বা পৰামুখতা, ধ্যান-ধাৰণা কিম্বা মুক্তিৰ কাৰণে চেষ্টা সহজ হলেও আত্মনিৰ্ভৰতা বা বা তেজস্বিতা আমাৰ মাজত নোহোৱা হৈছে? মানুহক আকৌ শক্তিৰ উপাসক কৰিব লাগিব। তেওঁবিলাকক কৰ্মপ্ৰেৰণাৰে অন্তৰৰ

সুপ্ত ব্ৰহ্মশক্তি জগাই তুলিব লাগিব। নিঃস্বাৰ্থ ত্যাগী কৰ্মীসকলৰ আদৰ্শ আগত ডাঙি ধৰি সকলোকে আহ্বান কৰিব লাগিব, উত্তিষ্ঠত, জাগ্রত, প্রাপ্য বৰান্নিবোধত—উঠা, জাগা, নিজ প্ৰাপ্য বৰ লাভ কৰাঁ। ভীৰুতা, কাপুৰুষতা পৰিত্যাগ কৰা। সিংহৰ সন্তান, অমৃতৰ সন্তান তুমি আভীঃ—তোমাৰ ভয় কিহত? উঠা—এলেহুৱা হৈ অকৰ্মণ্য হৈ জগতত সকলোৰে পুতৌৰ হে পাত্ৰ হৈ চিৰকাল পৰি থাকিবা নে? উঠা, উঠা—সৌ চোৱাঁ পূব আকাশ ফৰকাল, সন্মুখত জীৱন্ত আদৰ্শ। সেই আদৰ্শ গ্ৰহণ কৰাঁ—কামত প্ৰবৃত্ত হোৱা, কৰ্মফল ফলদাতা ভগবানে দিব—কাম কৰি যোৱাঁ—উঠা।

যি জাতিয়ে আত্মৰক্ষাৰ শক্তি হেৰুৱায়, সেই জাতি মৃত নহয় নে? আত্মৰক্ষাৰ শক্তি উদ্বুদ্ধ কৰিবৰ উপায় কি? তদুপৰি বিদেশী শক্তিৰ কুশিক্ষা আৰু বিজাতীয় আদৰ্শবাদ প্ৰচাৰৰ ফলত লোকসকলে আত্মবিশ্বাস আৰু আত্মসন্মান যেতিয়া হেৰুৱায়? সদায় যদি আমাক কথায় আৰু কামে জানিবলৈ দিয়ে যে—তহঁত অকামিলা, তহঁতৰ সভ্যতা বৰ্ব্বৰতাৰ ৰূপান্তৰ মাথোন তহঁত হীন, তহঁতৰ কৃষ্টি নিকৃষ্ট, তহঁতৰ অতীত বুৰঞ্জীয়ে তহঁতৰ শৌৰ্য্য-বীৰ্য্যতকৈ বিশ্বাসঘাতকতা, পৰশ্ৰীকাতৰতা, ভীৰুতা আৰু দুৰ্ব্বলতাৰ হে সাক্ষী দিয়ে বেছি তেতিয়া পৰাধীন আমি তাকে সঁচা বুলি গ্ৰহণ কৰি নিজৰ প্ৰতি বীতশ্ৰদ্ধ হৈ ক্ৰমে বিক্তবীৰ্য্য হৈ পৰাত সহায়তা কৰোঁ আৰু এই সুযোগতে আমাৰ ওপৰত আধিপত্য বিস্তাৰৰ লগে লগে আমাৰ সামাজিক জীৱন কলুষিত হয় আৰু আমি যেন আন আন জাতিৰ পুতৌৰ হে পাত্ৰ হৈ পৰোঁ।" স্বামীজীয়ে কিন্তু কৈছিল" মই আজন্ম কেতিয়াও এই ভাবৰ পোষকতা কৰা নাই। মই সদায়

ইয়াৰ বিৰোধিতা কৰি আহিছোঁ। ভাৰতীয় আৰ্য্য সকলেই পৃথিবীত অতি পুৰণি আৰু কৃষ্টি সম্পন্ন জাতি। এই সভ্যতাৰ দান পৃথিবীত অতুলনীয়। আমাৰ বৰ গৌৰৱ কৰিবৰ বহুত সমল আছে। সেই সমলৰেই এতিয়া পাশ্চাত্য দেশৰ পক্ষে প্ৰয়োজন। তাকে এতিয়া অলপ বিলাই দি আহিছোঁ আৰু সুখৰ কথা সেই দেশৰ মনীষীসকলে তাক গ্ৰহণো কৰিছে। আমি সিবিলাকৰ সংগঠন প্ৰণালী আৰু কৰ্মপ্ৰচেষ্টা গ্ৰহণ কৰিব লাগিব। এতিয়াৰ পৰা মই আমাৰ জাতীয় কল্যাণৰ কাৰণে তাতেই মনোযোগ দিম।"

স্বামীজীয়ে যেনে কৰ্ম প্ৰণালীৰে আমেৰিকা আৰু ইউৰোপত তেখেতৰ কাৰ্য্য-পৰিচালনাৰ দিহা কৰি আহিছিল এতিয়া ভাৰততো তাৰ উপযোগিতা অনুযায়ী অনুৰূপ সংগঠন কাৰ্য্যত মন দিলে। আগৰে পৰা গুৰুভকতসকলক সেই ভাৱেই শিক্ষা দি স্বামীজীয়ে সিবিলাকক গঢ়ি তুলিছিল। কোৱা বাহুল্য যে এই সংগঠনৰ বাবেই পৰমহংসদেৱৰ তিৰোধানৰ পিচতে অতিকষ্টে হলেও বৰাহনগৰত মঠ স্থাপন কৰিছিল। সেই প্ৰসঙ্গতে এই কথা বহলাই আলচ কৰা হৈছে। প্ৰকৃততে মঠৰ কাৰ্য্যও কেতিয়াবাই আৰম্ভ হৈ গৈছে। স্বামীজী আমেৰিকাত থকা কালতে স্বামী সাৰদানন্দ আৰু স্বামী অভেদানন্দক তালৈ মতাই নি তাৰ কাৰ্য্য পৰিচালনাৰ সমুদায় ভাৰ অৰ্পণ কৰিছিল। ভাৰতবৰ্ষ পাবৰ পিচতে সিংহলৈ এজনক (সিংহলবাসীৰ অনুৰোধ ক্ৰমে) প্ৰচাৰ কাৰ্য্যৰ বাবে পঠাই দিছিল আৰু সেই বছৰ মধ্য ভাৰতত দুৰ্ভিক্ষ হোৱাত তাতো যথাসম্ভৱ সাহায্যৰ কাৰণে এজন গুৰুভকতক পঠাই দিছিল। এতিয়া স্বামীজীয়ে এই 'সেৱা কাৰ্য্যক' শৃঙ্খলা লগাই আৰু বহল ভাৱে তাৰ কাৰ্য্যপদ্ধতি স্থিৰ কৰি সংগঠনৰ ভিতৰেদি কাম চলাবলৈ দিহা কৰিলে।

সেই উদ্দেশ্যে বাগবাজাৰৰ বলৰাম বসুৰ ঘৰতে গুৰুভকত-সকল আৰু আন আন গৃহীভক্ত সকলেৰে সৈতে সভা আহ্বান কৰিলে। সেই সভাত স্বামীজীয়ে নিজ কৰ্ম্মপদ্ধতিৰ কথা উল্লেখ কৰি "ৰামকৃষ্ণ মিছন প্ৰতিষ্ঠাৰ" প্ৰস্তাৱ দাঙি ধৰিলে। গৃহীভক্ত গিৰীশ ঘোষে তাক সমৰ্থন কৰিলে। যাৰ শিক্ষা আৰু আদৰ্শ, যাৰ অনুগ্ৰহ বা কৃপাত সকলোৱেই নতুন জীৱন লাভ কৰিছে তেখেতৰ নামেৰেই 'মিছন' প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱ সকলোৱে একবাক্যে অনুমোদন কৰিলে।

সভাত মুকলি ভাবে আলোচনাৰ পিচত 'মিছনৰ উদ্দেশ্য' এইদৰে স্থিৰিকৃত হৈছিল—।

**নাম**—এই সঙ্ঘ "ৰামকৃষ্ণ মিছন" নামে পৰিচিত হব।

**উদ্দেশ্য**—ৰামকৃষ্ণদেৱে জগতৰ হিতাৰ্থে যিবিলাক উপদেশ দি গৈছে আৰু নিজ জীৱনৰ কাৰ্য্যদ্বাৰা যিবিলাক সত্য প্ৰতিপাদিত কৰি গৈছে সেই বিলাক প্ৰচাৰ কৰা আৰু জনসাধাৰণক সিবিলাকৰ ঐহিক আৰু পাৰমাৰ্থিক মঙ্গলৰ নিমিত্তে সেই তত্ত্ববিলাক কাৰ্য্যত পৰিণত কৰিবলৈ সাহায্য কৰা।

**ব্ৰত**—ৰামকৃষ্ণদেৱে জগতৰ সকলো ধৰ্ম্মকে এক অক্ষয় সনাতন ধৰ্ম্মৰ ৰূপান্তৰ মাথোন বুলি প্ৰত্যক্ষ কৰি বেলেগ বেলেগ ধৰ্ম্মাৱলম্বী লোকসকলৰ ভিতৰত আত্মীয়তা স্থাপনৰ কাৰণে যি কাৰ্য্যৰ অৱতাৰণা কৰিছিল তাক পৰিচালনা কৰাই এই মিছনৰ (প্ৰচাৰৰ সহায়েৰে) ব্ৰত।

**কাৰ্য্য প্ৰণালী**—(ক) সাধাৰণ মানুহৰ সাংসাৰিক আৰু আধ্যাত্মিক কল্যাণ যাতে হয় এনে ধৰণৰ জ্ঞান-বিজ্ঞান শিক্ষা দিবৰ কাৰণে উপযুক্ত শিক্ষক গঢ়ি তোলা।

(খ) শিল্প কলাদিৰ উন্নতিৰ অৰ্থে উৎসাহ দান।

(গ) বেদান্ত আৰু অন্যান্য ধৰ্ম্মভাৱ ৰামকৃষ্ণ-জীৱনত যেনে ভাৱে ব্যাখ্যা কৰা হৈছিল তাক জনসমাজত প্ৰৱৰ্ত্তন কৰা।

এই 'মিছন'ৰ দুটা কাৰ্য্য বিভাগ থাকিব— এটা 'ভাৰতীয় কাৰ্য্য বিভাগ' আৰু আনটো 'বৈদেশিক কাৰ্য্য বিভাগ'।

**ভাৰতীয় কাৰ্য্য বিভাগ**– যি সকল সন্ন্যাসী বা গৃহস্থই আনক শিক্ষা দিবৰ কাৰণে জীৱন উৎসৰ্গ কৰিবলৈ প্ৰস্তুত, সিবিলাকক সেই আচাৰ্য্যব্ৰত সম্পাদনৰ উপযোগী শিক্ষা দিবৰ নিমিত্তে ভাৰতবৰ্ষৰ নগৰে নগৰে মঠ আৰু আশ্ৰম স্থাপন কৰা হব আৰু যাতে এক প্ৰদেশৰ পৰা আন প্ৰদেশলৈ গৈ লোকসকলক শিক্ষিত কৰিব পাৰে তাৰ উপায় বিধান কৰিব লাগিব।

**বৈদেশিক কাৰ্য্য বিভাগ**—ভাৰতেতৰ দেশলৈ ধৰ্ম্ম প্ৰচাৰৰ কাৰণে "ব্ৰতধাৰী" সকলক প্ৰেৰণ আৰু সেই সেই দেশত স্থাপিত আশ্ৰমবিলাকৰে সৈতে ভাৰতীয় আশ্ৰমবিলাকৰ ভিতৰত ঘনিষ্ঠতা স্থাপন আৰু সহানুভূতি বৰ্দ্ধন আৰু নতুন নতুন আশ্ৰম সংস্থাপন।

সঙ্ঘৰ উদ্দেশ্য আৰু আদৰ্শ সংক্ষেপতে হব- জনসাধাৰণৰ সেবা আৰু আধ্যাত্মিক উন্নতি বিধান। ৰাজনীতিৰ লগত এই সঙ্ঘৰ কোনো সম্বন্ধ নেথাকিব।

**সভ্য**—ওপৰত উল্লেখ কৰা উদ্দেশ্য বিলাকৰে সৈতে যাৰ সহানুভূতি আছে কিম্বা যি বিশ্বাস কৰে জগতৰ কিবা বিশেষ কাৰ্য্য সাধন কৰিবলৈ শ্ৰীৰামকৃষ্ণদেৱ আবিৰ্ভূত হৈছিল তেৱেঁই এই সঙ্ঘত যোগদান দিবৰ অধিকাৰী।

সৰ্ব্বসম্মতিক্ৰমে স্বামীজীয়েই প্ৰথম সাধাৰণ সভাপতি নিৰ্ব্বাচিত হল। কলিকতা কেন্দ্ৰৰ সভাপতি হল স্বামী ব্ৰহ্মানন্দ আৰু সহকাৰী সভাপতি হল স্বামী যোগানন্দ। স্থিৰ হল যে প্ৰতি ৰবিবাৰে সঙ্ঘৰ অধিবেশন বহিব আৰু তাত গীতা উপনিষদ আদি পাঠ কৰি কোনো বিষয় অবলম্বন কৰি আলোচনা কৰিব আৰু সম্প্ৰতিকে সেই বলৰাম বসুৰ ঘৰতে সেই অধিবেশন বহিব

লিখা বাহুল্য যে দ্বিতীয়বাৰ স্বামীজী পাশ্চাত্য দেশলৈ যোৱাৰ আগলৈকে সদায় এই সাপ্তাহিক অধিবেশনত যোগ দিছিল আৰু নিজেই অতি সুমধুৰ কণ্ঠে গান গাই সকলোকে মোহিত কৰিছিল।

এই সভ্য স্বামীজীৰ দেহত্যাগৰ পিচত ইং ১৯০৯ খৃষ্টাব্দত আইন অনুসাৰে ৰেজিষ্টাৰী কৰা হয় আৰু সংযোগোপযোগী হিচাবে আৰু আইনৰ প্ৰয়োজন অনুযায়ী উক্ত নিয়মৰ সামান্য পৰিবৰ্ত্তন কৰি লোৱা হৈছিল।

স্বামীজীয়ে 'মিচন' প্ৰতিষ্ঠা কৰিলেও এই কাৰ্য্যতো স্বামীজীয়ে বাধা নোপোৱাকৈ থকা নাই। 'মিচনৰ' কাৰ্য্যাৱলীৰ সমালোচনা বাহিৰৰ লোকসকলৰ পৰা তো আছিলেই এনে কি নিজৰ গুৰুভকত-সকলৰ ভিতৰবে বহুতে এই কাৰ্য্য মনে প্ৰাণে সমৰ্থন কৰা নাছিল। কথা প্ৰসঙ্গত এদিন এজন গুৰুভকতে স্বামীজীক নিজৰ মনৰ কথা খুলি কৈ আপত্তি জনালে। তেখেতে কলে পৰমহংসদেৱে কেতিয়াও এনে উপদেশ দিয়া নাছিল। তেখেতে কৈছিল 'আগেয়ে ভগবান লাভ, তাৰ পিচত হে আন কাম।' সেই উদ্দেশ্যে তেখেতে সদায় কৈছিল নিৰ্জ্জন সাধন কৰিহে পিচত সংসাৰাশ্ৰমত প্ৰবেশ কৰিব লাগে। সাধনাৰ বলেৰে মন গাখীৰৰ পৰা মাখন তুলি সংসাৰ ৰূপ পানীত পেলাই দিলেহে মিহলি হৈ অস্তিত্ব লোপৰ শঙ্কা নেথাকিব? এতিয়া আপুনি যদি 'সেৱা ধৰ্ম্মৰ' নামত টকা সংগ্ৰহৰ পৰা আৰম্ভ কৰি যাবতীয় বৈষয়িক কৰ্ম্ম কৰিবলৈহে নিয়োগ কৰে তেন্তে সামঞ্জস্য থাকিল কেনেকৈ? সেৱা কাৰ্য্যত আবদ্ধ থাকিলে নিজ মুক্তি সাধনৰ চেষ্টা কেতিয়া কৰিম?"

'মিচনৰ' প্ৰকৃত উদ্দেশ্য কি আৰু তাৰ মহান আদৰ্শ সম্বন্ধে নিজ গুৰুভকতসকলৰ ভিতৰবে এদলে এতিয়াও মনত সন্দেহ

ৰথাৰ সন্ধান জানি স্বামীজী অন্তৰে অন্তৰে ব্যথিত হল। কিন্তু 'মিছনৰ' আদৰ্শবাদ সম্বন্ধে সিবিলাকক বুজাই কৰৈ ধৰোঁতে অলপ উত্তেজিত হৈ কলে—'আমাৰ ভিতৰৰ সৰহ ভাগেই পৰমহংসদেৱৰ লীলাসহচৰ। আমি তেওঁৰ পবিত্ৰ হাতে গঢ়া একোজন কৰ্মী। মোৰ জীৱনৰ প্ৰত্যেক কামতে তেওঁৰ সাহায্য অনুভৱ কৰিছোঁ। সকলো অৱস্থাতে সকলো কামতে যেন সেই অশৰীৰি শক্তি পিছত থাকি মোক পৰিচালিত কৰিছে। দেওঁৱা থাকিবলৈ ঘৰৰ অভাৱত গছৰ তলত পৰি আছোঁ, খাবলৈ নাপাই আধামৰা হৈছোঁ, পিন্ধিবলৈ এডাখৰ কৌপিনো পোৱা নাই তেতিয়াও সেই মহাপুৰুষৰ ইঙ্গিতত কোন ফালৰ পৰা সাহায্য আহিছে অতৰ্কিতে? বিদেশত কোনেও নিচিনে নাজানে প্ৰথমতে, তাতো তেওঁৰ কৃপাতেই আশ্ৰয় ওলাল— সকলো সুবিধা ক্ৰমে হৈ গল? চিকাগো ধৰ্ম্ম মহাসভা হৈ যোৱাৰ পিছত যি সন্মান পাবলৈ ধৰিলোঁ সেই সন্মান হজম কৰা কম কথা নহয়। তেওঁৰ শক্তিৰেই তাকো হজম কৰিলোঁ। (অৰ্থাৎ সন্মানৰ প্ৰাচুৰ্য্যত কোনো অহঙ্কাৰ ভাব অহা নাছিল) মোৰ নিজৰ শক্তি একো নাই। তেওঁৰ শক্তিৰেই শক্তিমান আৰু তাৰেই যথা শক্তি কাম কৰি গৈছোঁ। পৰমহংস-দেৱৰ ভাব অনন্ত। তেওঁৰ ভাব বুজিবৰ শক্তি আমাৰ নাই। তেওঁতে ইচ্ছা কৰিলে মোৰ দৰে লক্ষ লক্ষ বিবেকানন্দ সৃষ্টি কৰিব পাৰে। মই তেওঁৰ আদৰ্শবাদকে পৃথিৱীত স্থাপন কৰিব খোজোঁ। তেওঁৰ দৰে করুণহৃদয়, প্ৰেমময় পুৰুষ দ্বিতীয় ক'ত? তেনেস্থলত 'শিৱ ভাবে জীৱ সেৱা' তেওঁৰ আদৰ্শ নহয় এই কথা মই মানিব নোৱাৰোঁ। তেওঁতেই প্ৰথমতে বুজাই গল সেৱাৰ যাই আদৰ্শ। মথুৰা নাথক কলে নাৰায়ণ জ্ঞানে তোমাৰ জমিদাৰীৰ নিকম্মা লোক— সকলক আহাৰ দিব লাগিব। নাৰায়ণ জ্ঞানে সেৱা কৰা— কল্যাণ

হব। "মিছনত" মই সেই আদর্শবাদকে প্ৰতিষ্ঠা কৰিব খোজোঁ। যি সময়ত মানুহ একেবাৰে ভোগ সৰ্ব্বস্ব হৈছিল সেই সময়ত আগেয়ে ভগবান লাভ কৰা পিচত সংসাৰ-ধৰ্ম্ম বা যি হয় কৰিবা" বোলা কথাৰ সাৰ্থকতা আছে। তেনেকৈ নকলে মানুহৰ মন ধৰ্ম্ম পথলৈ ঘূৰিব কেনেকৈ? ভগবান কি এনে সহজ বস্তু যে লাভ কৰোঁ বুলিলেই তোমাৰ হাতৰ মুঠিত সোমাবহি? মুক্তিৰ কাৰণে ভগবৎ লাভ আৰু সেৱা ধৰ্ম্মৰ ভিতৰত অসামঞ্জস্যই বা কত আছে? অহঙ্কাৰ নৰখাকৈ, ফলাকাঙ্ক্ষা নকৰাকৈ আৰ্ত্ত, পীড়িত, বুভুক্ষুজনক 'ভগবানৰে শক্তিৰ বিকাশ বুলি মান্য কৰি যদি যথাশক্তি শুশ্ৰূষা কৰা তেন্তে ক্ৰমে তোমাৰ চিত্তশুদ্ধি নহব নে? আমি যিমানেই নিৰহঙ্কাৰ আৰু নিস্বাৰ্থ ভাবে এই লোকসেৱা কৰিব পাৰিম সিমানেই আমাৰ চিত্তশুদ্ধি হব। অৰ্থাৎ ভেদভাব (জীৱ ব্ৰহ্ম ভেদ) আঁতৰ হব। পৰমহংসদেৱে কৈছিল "ভেদাভেদ জ্ঞান বৰ্জ্জন কৰাই ধৰ্ম্মৰ চৰম লক্ষ্য।" এনে কৰ্ম্মদ্বাৰা চিত্তশুদ্ধি হলেহে ধ্যান-ধাৰণাৰ দ্বাৰা আমি প্ৰকৃত তত্ত্বজ্ঞান লাভ কৰি নিৰ্ব্বান লাভ কৰিব পাৰিম। সেই কাৰণে এই সেৱা কেন্দ্ৰ, মঠ-মিচনৰ আদৰ্শবাদত কোনো অসামঞ্জস্য দেখা নাযায়। শাস্ত্ৰত সন্ন্যাস আশ্ৰমৰ কৰ্ত্তব্য সম্বন্ধে কৈছে "আত্মানো মোক্ষাৰ্থং জগদ্ধিতায় চ"—বহু জন হিতায়, বহুজন সুখায় সন্ন্যাসীৰ জন্ম। গতিকে পৰৰ উপকাৰ কৰিবলৈ যোৱাটো অনধিকাৰ চৰ্চ্চা বোলা ভুল। আচলতে পৰমহংসদেৱৰ আদেশতে মই এই মঠ এই মিছন লোকসেৱা অনুষ্ঠান হিচাবে গঢ়ি তুলি ভাৰত জননীৰ কল্যাণৰ কাৰণে স্থাপন কৰিছোঁ। তোমালোকেও এই অনুষ্ঠানত সহযোগ কৰিলে তোমালোকৰ নিজৰ আৰু বুভুক্ষু ভাৰতমাতা উভয়ৰে কল্যাণ হব। সন্ন্যাসী আমি, আমাৰ চেষ্টাত যদি তমোকূপত পৰি থকা মানুহক তাৰ

পৰা তুলি মানুহৰূপে গঢ়ি তুলিব পাৰোঁ আৰু কৰ্ম্মযোগৰ আদৰ্শ তেওঁবিলাকৰ অন্তৰত জগাই তুলিব পাৰোঁ, বুভুক্ষুৰ মুখত এগৰাহ অন্ন, পীড়িত ৰুগ্নক অকণ শুশ্ৰূষা, অত্যাচাৰিতক কিছু সহায় কৰিব পাৰোঁ তেন্তে মুক্তিটো নেলাগেই সহস্ৰ বাৰ নৰকত বাস কৰিবলৈকো প্ৰস্তুত আছোঁ। নিজ মুক্তি বিচৰাতকৈ লোকসেৱাত প্ৰাণ দিয়া কিমান মহৎ জীৱন।”

স্বামীজীৰ এনে ওজস্বিনী ভাষাৰে আৰু প্ৰাঞ্জল ভাবে বুজাই দিয়া কথাত কাৰো মনত আৰু একো খুকুৰি নাথাকিল। সকলোৱেই স্বামীজীক বুজিবলৈ দিলে—এতিয়াৰ পৰা সিবিলাকৰ মনত আৰু কোনো সংশয় নাই আৰু আগ্ৰহেৰে সৈতে ‘মিছনৰ’ কাৰ্য্যত সহযোগিতা কৰিব। সকলোৰে মনত এতিয়াৰ পৰা দৃঢ় প্ৰতীতি জন্মিল পৰমহংসদেৱে স্বামীজীৰ জৰিয়তে নিজ উদ্দেশ্য সাধন কৰিছে।

———

# ভাৰতত প্ৰচাৰ

স্বামীজীয়ে পাশ্চাত্য দেশত বা আমেৰিকাত স্থায়ী শিক্ষা কেন্দ্ৰ স্থাপনৰ উপযোগিতাহে অনুভব কৰিছিল—তাত সেৱা কেন্দ্ৰৰ সিমান আৱশ্যকতা নাছিল। লোকসেৱাৰ কাৰ্য্য সেই সেই দেশৰ গভৰ্ণমেণ্টৰ জৰিয়তেই যথেষ্ট পৰিমাণে হৈয়ে থাকে। স্বামীজীয়ে ভাৰতত কিন্তু মঠ আৰু আশ্ৰম প্ৰতিষ্ঠা কৰি তাৰ জৰিয়তে ঘাইকৈ দুটা বিষয়লৈ লক্ষ্য ৰাখি কাম চলাবলৈ দিহা কৰিছিল। প্ৰথম মঠক সন্ন্যাসী বা ব্ৰহ্মচাৰীসকলক উপযুক্তৰূপে শিক্ষা দ্বাৰা নিস্বাৰ্থভাৱে সেৱা কাৰ্য্যৰ উপযোগী কৰি তোলা আৰু দ্বিতীয় এই শিক্ষিত সন্ন্যাসী বা ত্যাগীসকলৰ তত্বাবধানত দেশৰ দুৰ্ভিক্ষ, মহামাৰি, প্ৰাকৃতিক বিপদাদিত বিপন্ন নৰনাৰীৰ সাহায্যদান আৰু শুশ্ৰূষা। আমি দেখা পাওঁ স্বামীজীৰ এই আন্তৰিক আদৰ্শবাদ পাশ্চাত্য দেশৰ পৰা নিজ মাতৃভূমিত পদাৰ্পণৰ পৰাই প্ৰতিষ্ঠা কৰিবলৈ যত্নবান হৈছে। অখণ্ড ভাৰতৰ কল্যাণেই স্বামীজীৰ জীৱনৰ ব্ৰত আছিল।

বালব্ৰহ্মচাৰী স্বামীজীৰ স্বাস্থ্য সদায় ভালেই আছিল। তদুপৰি তেখেতে ডেকাকালত বিদ্যাৰ্থী জীৱনত ব্যায়াম আদি কৰি শাৰীৰিক শক্তিৰ যথেষ্ট উন্নতি সাধন কৰিছিল কিন্তু মাতৃভূমিৰ মুখোজ্জল আৰু ধৰ্ম্মৰ সুমহান আদৰ্শ প্ৰতিষ্ঠাৰ কাৰণে বিদেশত অমানুষিক পৰিশ্ৰমৰ ফলত তাৰে পৰাই তেখেতৰ স্বাস্থ্য ভঙ্গ হৈ পৰে। তাতো বিশ্ৰাম আৰু সুচিকিৎসাৰ প্ৰভাৱত স্বাস্থ্য কিয়ৎপৰিমাণে ৰক্ষা কৰি তাৰ কাৰ্য্য সমাধা কৰি নিজ দেশলৈ প্ৰত্যাগত হব পাৰিছিল। ইয়ালৈ আহিও সিংহলৰে পৰা আৰম্ভ কৰি কলিকতালৈকে তেখেতে

কিমান আহ্বান, অভ্যৰ্থনা, অভিনন্দন গ্ৰহণ কৰোঁতে ঠায়ে ঠায়ে যান-বাহনৰ অভাবত লোকসকলৰ আগ্ৰহত নিজে খোজ কাঢ়ি পৰ্য্যন্ত ফুৰি প্ৰত্যুত্তৰত শিক্ষামূলক নানা উপদেশ, ধৰ্ম্মৰ নিহিত গুঢ় তত্ত্ববিলাক প্ৰকাশ কৰি মানুহক মনুষ্যত্ব লাভ কৰিবলৈ উদ্দীপনা আৰু আন্তৰিক প্ৰেৰণা জগাই তুলিছিল। বহু শতাব্দি সঞ্চিত কুসংস্কাৰ আৰু তমোভাৱৰ ফলত হোৱা মানৱ প্ৰকৃতিৰ দোষ বিলাক দূৰ কৰা সহজ কথা নহয়। স্বামীজীয়ে আজন্ম এই অসাধ্য সাধন কৰিবলৈ তৎপৰ আছিল আৰু উত্তৰ জীৱনত দেখা যায় তেখেত কৃতকাম বা সফল হৈছিল। তেখেতে হেতিয়াই ভাৰতীয় লোকসকলক নানান উপদেশ আৰু শিক্ষাৰ দ্বাৰা আদৰ্শবাদ আৰু কাৰ্য্যৰ দ্বাৰা জগাই তুলিবলৈ তৎপৰ নিনাদে "অভীঃ" মন্ত্ৰেৰে আহ্বান নকৰা হ'লহেঁতেন আজি জাতীয়তাবাদত ভাৰত ইমান সহজে ইমানলৈকে আগ বাঢ়িব পাৰিলেহেঁতেন নে সন্দেহৰ কথা। এতিয়াৰ পৰা এই গুৰুতৰ কাৰ্য্যত আত্মনিয়োগ কৰিব লগা হোৱাত তেখেতৰ স্বাস্থ্য হানি হৈছিল। ডাক্তৰ সকলৰ পৰামৰ্শমতে তেখেত দাৰ্জ্জিলিঙলৈ যাব লগাত পৰিছিল। লগত ইউৰোপীয় শিষ্যসকলে হৈতেও তেখেত দাৰ্জ্জিলিঙলৈ গৈছিল আৰু তাত মাথোন দুমাহ থাকি আকৌ কলিকতালৈ ঘূৰি আহিল। দাৰ্জ্জিলিঙত স্বামীজীক তাৰ গণ্য-মান্য লোকসকলে অতিশয় শ্ৰদ্ধা কৰিছিল আৰু তেখেতৰ যাবতীয় তত্ত্বাবধান কৰিছিল।

কলিকতালৈ ঘূৰি আহিও স্বামীজীৰ বিশ্ৰাম লবৰ অৱসৰ নাছিল। মঠৰ গুৰুভক্তসকলৰ যাবতীয় শিক্ষাৰ তত্ত্বাবধান, গল্প, হাঁহিধেমালি আছিলেই, তদুপৰি সদায় যিসকল লোক তেখেতৰ ওচৰলৈ নানা কাৰণত আহে সিবিলাককো বিদায় কৰিব লাগে। নানা উপদেশ আৰু আলোচনা সদায় হৈয়ে থাকে। মাজে মাজে

নিমন্ত্রণ—অকল খোৱাবে নহয় বক্তৃতা বা উপদেশ দিবলৈকো। মুখ্য কাম হিচাবে স্বামীজীয়ে কিন্তু নিজৰ আদৰ্শবাদৰ কথা কেতিয়াও নেপাহৰে। স্বামীজীয়ে এই সময়তে "ৰামকৃষ্ণ মিছন" প্ৰতিষ্ঠা কৰে। স্বামী ৰামকৃষ্ণানন্দক মাদ্ৰাজত অনুৰূপ মিছন আৰু আশ্ৰম স্থাপন কৰিবলৈ পঠাই দিলে। স্বামী সদানন্দক অনুৰূপ এখন আশ্ৰম স্থাপন কৰিবলৈ অনুৰোধ কৰিলে। তেখেতেও স্বীকাৰ কৰিলে আৰু হৰিদ্বাৰত "ৰামকৃষ্ণ সেবাশ্ৰম" স্থাপিত হল। স্বামীজীয়ে নিজে তপস্বিনী মাতাজী স্থাপিত "মহাকালী পাঠশালা" পৰিদৰ্শন কৰিলে। বালিকাসকলৰ শিক্ষাৰ এই অনুষ্ঠান দেখি স্বামীজী আনন্দিত হল। স্ত্ৰী-শিক্ষা বিষয়ত স্বামীজীৰ যেনে অভিমত আছিল সেই মতেই এই পাঠশালাত ত্যাগী ব্ৰহ্মচাৰিণীসকলৰ দ্বাৰা শিক্ষা দিয়াত তেখেতৰ আশীৰ্ব্বাদ ভূয়োভূয়ঃ বৰ্ষণ কৰিছিল, কিন্তু তেখেতে কৈছিল "ছোৱালীইঁতৰ শিক্ষা উপযুক্ত ত্যাগী শিক্ষয়িত্ৰীৰ দ্বাৰাই হলেই ভাল। পুৰুষ শিক্ষক যিমান পাৰি বৰ্জ্জন কৰিব লাগে এনে অনুষ্ঠানৰ মাজৰ পৰা। অপ্ৰাসাঙ্গিক নহলে এই খিনিতে উল্লেখ কৰিব পাৰি যে স্বামীজীৰ শিষ্যা মিচ মাৰ্গেৰেট নোবল যি নিয়মমতে সন্ন্যাসমন্ত্ৰ গ্ৰহণ কৰি শেষত ভগিনী নিবেদিতা ৰূপে পৰিচিতা হৈছিল এখেতেই স্বামীজীৰ আদেশত কলিকতাৰ বাগবাজাৰ অঞ্চলত 'নিবেদিতা স্কুল' স্থাপন কৰি স্ত্ৰী শিক্ষাৰ কাৰ্য্য পৰিচালনা কৰে। এই খিনিতে এইটোও উল্লেখ যোগ্য যে তপস্বিনী গৌৰীমাতায়ো বাৰাকপুৰত যি * শ্ৰীশ্ৰীসাৰদেশ্বৰী আশ্ৰম নাম দি বালিকা বিদ্যালয়

* এই সম্পৰ্কে বিস্তৃত বিবৰণ জানিব খুজিলে মৎপ্ৰণীত আৰু ...... প্ৰকাশিত "সন্ন্যাসিনী গৌৰী মাতা" নামক কিতাপ চাওক।

আৰু আশ্ৰম প্ৰতিষ্ঠা কৰিছিল সেইটো স্বামীজীয়ে যথেষ্ট সমৰ্থন কৰিছিল আৰু যিমান দূৰ পাৰে মাতাজীৰ কাৰ্য্যত সহযোগিতা কৰিছিল।

কলিকতাত ভক্তসকলৰ লগত থাকোঁতে স্বামীজীৰ লগত নানাবিষয়ক উপদেশমূলক কথা-বাৰ্ত্তা চলিছিল। এদিন কথায় কথায় মোক্ষমূলাৰৰ কথা ওলাল। স্বামীজীয়ে আগৰ দৰেই কলে যে স্বয়ং সায়নাচাৰ্য্যই যেন আকৌ বিলাতত আবিৰ্ভূত হল। এজন শিষ্যই সুধিলে—"সায়নাচাৰ্য্য ব্ৰাহ্মণৰ ঘৰত ভাৰতবৰ্ষত জন্ম নলৈ বিলাতত ম্লেচ্ছৰ মাজত কিয় জন্ম ললে?" স্বামীজীয়ে উত্তৰ কৰিলে—"তাৰ সাৰ্থকতা আছে। অজ্ঞানীৰ কাৰণেহে "আৰ্য্য, ম্লেচ্ছ, প্ৰভৃতি ভেদবুদ্ধি থাকে। কিন্তু যিজন বেদৰ ভাষ্যকাৰক, জ্ঞানৰ জলন্ত মূৰ্ত্তি তেওঁৰ ওচৰত আকৌ বৰ্ণাশ্ৰম ধৰ্ম্ম বা জাতিভেদ কি? আৰু এটা কথা এই দেশত তেখেতৰ জন্ম হলে তেখেতে যি বিলাক হিন্দু দৰ্শন, বেদান্ত আৰু বেদ অনুবাদ কৰিলে, সংগ্ৰহ কৰিলে জগতত প্ৰচাৰ কৰি তাক ৰক্ষা কৰিলে তাৰ বাবে খৰচ পালেহেঁতেন কত। জানানে "বেদ" প্ৰকাশৰ কাৰণে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ন লক্ষ টকা দি সহায় কৰিছিল। অকল সেই টকাৰেই হোৱা নাছিল। মাহলি দৰমহা দিও আমাৰ দেশত কত পণ্ডিতক ৰাখিব লগীয়া হৈছিল। বিদ্যা প্ৰচাৰৰ কাৰণে এই দেশত ইমান টকা ব্যয় আৰু পৰিশ্ৰম কৰাৰ কথা তোমালোকে কেতিয়াবা শুনিছা নে? বেদগ্ৰন্থৰ ভূমিকাত মোক্ষমূলাৰে স্বয়ং লিখিছে—২৫ বছৰ তেখেতে অকল পুথিবিলাক নকল কৰিবলৈ লাগিছিল আৰু পিচত ২০ বছৰ লাগে ছপাবলৈ। এনে গ্ৰন্থৰ কাৰণে একাদিক্ৰমে ৪৫ বছৰ পৰিশ্ৰম কৰা কি সহজ

কথা। মই এনেয়ে তেখেতক 'সায়নাচাৰ্য্য' বোলা নাই। বিলাতত এই দম্পতীক দেখি মোৰ বশিষ্ঠ অৰুন্ধতীলৈ মনত পৰিছিল। মই যিদিনা বিলাতৰ পৰা বিদায় লৈ আহিলোঁ। সেই দিনা বুঢ়াৰ চকু চলচলীয়া হৈ দুয়ো গালে পানী বৈ গল আৰু মুখৰ মাত হৰি গৈছিল! মোৰ লগত কেনে আপোনজনৰ দৰে ব্যৱহাৰ! এতিয়াও ভাবিলে মোৰ পুলক সঞ্চাৰ হয়।

স্বামীজী ইয়াৰ আগতে দুমাহ দাৰ্জ্জিলিঙত থাকি আহিলেও কলিকতা পায়েই আকৌ যেনে ভাবে নানা কাৰ্য্যত ব্যস্ত হব লগাত পৰিছিল তাৰ ফলত আকৌ তেখেতৰ স্বাস্থ্য বেয়া হল। ডাক্তৰসকলৰ পৰামৰ্শ মতে তেখেতক এইবাৰ আলমোড়ালৈ পঠাবলৈ স্থিৰ কৰা হল। সেভিয়ৰ দম্পতী ইতিপূৰ্ব্বেই তালৈ গৈছিল। এইবাৰ লগত মিঃ গুডউইন আৰু দুজনমান গুৰুভকত ওলাল। স্বামীজীয়ে কেইবাজনো বিশিষ্ট লোকৰ অনুৰোধ এৰাব নোৱাৰি যাওঁতে বাটত এৰাতিৰ কাৰণে লক্ষ্ণৌত থাকি গল। আলমোড়াত ইতিমধ্যে অভ্যৰ্থনা সভা গঠিত হৈছিল। স্বামীজী ঘোৰাত গোটেই নগৰীৰ বাট-পথ ফুল পাতেৰে সজোৱা হৈছিল। ৰাতি ঘৰে ঘৰে বন্তি জলাইছিল। বিৰাট সভামণ্ডপ সজা হৈছিল। অভ্যৰ্থনা সভাৰ পক্ষৰ পৰা পণ্ডিত জ্বালাদত্ত যোশীয়ে হিন্দীত এখনি অভিনন্দন পাঠ কৰে। তাৰ পিচত লালা বদ্ৰীশাৰ পক্ষৰ পৰা পণ্ডিত হৰিৰাম পাড়েই আন এখন অভিনন্দন পাঠ কৰে। সভাত আন এজন পণ্ডিতে সংস্কৃতত এখনি অভিনন্দন পাঠ কৰে। কোৱা বাহুল্য আলমোড়াত স্বামীজী থকা দিন খিনি উক্ত লালা-বদ্ৰীশাৰ অতিথি ৰূপেই আছিল।

স্বামীজীয়ে অভিনন্দনৰ যথোচিত প্ৰত্যুত্তৰ দিলে। সেই প্ৰসঙ্গত উল্লেখ কৰিলে—"ভাৰতীয় চিন্তা ধাৰাৰ লগত হিমালয়ৰ পুণ্য স্মৃতি

বিজড়িত আছে। ইয়াৰ পৰাই কত শত ধ্যানী ঋষিৰ সাধনা-লব্ধ জ্ঞানবাণী গোটেই ভাৰতত ব্যাপি সমগ্ৰ হিন্দু জাতিৰ সভ্যতা আৰু কৃষ্টি নিয়ন্ত্ৰিত হৈছিল। এই সৌন্দৰ্য্যআকৰ হিমালয়ৰাজক আমি আওকাণ কৰিব নোৱাৰোঁ। ইয়াৰ প্ৰতি শ্ৰদ্ধা প্ৰকাশ আমাৰ পক্ষে অপৰিহাৰ্য্য। এই পুণ্যস্মৃতি বিজড়িত আবেষ্টনিৰ মাজত আমাৰ এটি মঠ স্থাপিত হব লাগিব। ইয়াত ধ্যান-ধাৰণা পৰায়ণ আমাৰ সন্ন্যাসী ব্ৰহ্মচাৰীসকলে শান্তিৰে বাস কৰিব। ই কৰ্ম্মকেন্দ্ৰ নহব। মই আশা কৰোঁ মোৰ এই আন্তৰিক ইচ্ছা শীঘ্ৰে ফলবতী হব। হিমালয়ক বাদ দিলে আমাৰ ধৰ্ম্ম বিষয়ক ইতিহাসৰ বিশেষ একো বাকীয়েই নেথাকে।" লিখা বাহুল্য স্বামীজীৰ এই আকাঙ্ক্ষা পূৰণ হৈছিল। মায়াবতীত অদ্বৈতাশ্ৰম স্থাপিত হৈছিল সেভিয়েৰ দম্পতীয়েই পোনতে তাত বাস কৰিছিল আৰু তাৰ পৰাই "প্ৰবুদ্ধ ভাৰত" নামে এখনি ওখ ভাবৰ মাহিলি কাকত প্ৰকাশিত হৈছিল। স্বামীজীয়ে কৈছিল "আমাৰ আদৰ্শ-বাদৰ বহুল প্ৰচাৰৰ কাৰণে এনে ধৰণৰ আলোচনী কাকতৰ যথেষ্ট উপযোগিতা আছে।"

স্বাস্থ্যৰ উন্নতিৰ কাৰণে আলমোড়ালৈ অহা বাবে স্বামীজীয়ে ইয়াত বাহিৰা কামত বিশেষ মনোযোগ দিয়া নাছিল। কিন্তু এই সময়তে তেখেতে আমেৰিকাৰ বন্ধু-বান্ধবৰ পৰা কেবলমান চিঠি পাই স্তম্ভিত হৈছিল। সেই চিঠি বিলাকৰ মৰ্ম্ম—তেখেতৰ বিৰুদ্ধে আমেৰিকাত বহল ভাবে কুৎসা প্ৰচাৰ। প্ৰচাৰকৰ ভিতৰত মিঃ বেৰোজ একন। এখেতেই চিকাগো ধৰ্ম্ম মহাসভাৰ সভাপতি আছিল আৰু সেই সময়ত স্বামীজীক সহায়তা কৰিছিল। আন বিলাকৰ ভিতৰত পাদ্রিবিলাকেই প্ৰধান। এই পাদ্রিসকলৰ ঈৰ্ষাৰ কাৰণ হৈছে—ভাৰতবৰ্ষতো স্বামীজীৰ জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলোৱে

পৰা সমানে অভূতপূৰ্ব্ব আৰু ৰাজোচিত সন্মান লাভ। স্বামীজীৰ এই প্ৰতিষ্ঠা অক্ষুণ্ণ থাকিলে পাদুৰি চাহাবসকলৰ ভাৰতীয় অজ্ঞ লোক-সকলৰ ওপৰত বিস্তাৰ কৰা প্ৰতিপত্তি একেবাৰে নেথাকে। কুৎসাৰ ঘাই কথা—স্বামীজী মিছলীয়া, ভাৰতত তেওঁৰ কোনো প্ৰতিপত্তি নাই। তেওঁ উচ্চবৰ্ণৰ হিন্দু নহয়, শূদ্ৰ! তেওঁৰ জাতি গৈছে সমুদ্ৰ যাত্ৰা কৰা বাবে। তেওঁ আমেৰিকান মহিলাসকলৰ বিৰুদ্ধে ভাৰতত বহুতো কুৎসা ৰটনা কৰিছে ইত্যাদি। চিঠিৰ লগতে যিবোৰ কাকতত আমেৰিকাত এই কথাবিলাক প্ৰচাৰ কৰিছিল তাৰ কিছুমান কাটিং ( cuttings ) থবৰ থকা টুকুৰা স্বামীজীলৈ পঠাই দিছিল।

এই মিছা প্ৰচাৰত স্বামীজী অলপো বিচলিত হোৱা নাছিল। ধীৰ ভাবে এই বিলাক গ্ৰহণ কৰিছিল আৰু দুই এজন বন্ধুলৈ মাত্ৰ মনৰ ভাব মুকলি ক'ৰি সেইবোৰ মিছা কুৎসা খণ্ডন কৰিছিল। প্ৰকাশ্যে প্ৰতিবাদ তেখেতে কৰা নাছিল। কিন্তু মিঃ হেৰোজৰ দৰে ওখ শ্ৰেণীৰ লোকৰ মিছা অভিযোগ আৰু প্ৰচাৰত তেখেত দুঃখিত হৈছিল। তেখেতে কৈছিল "যাৰ কাৰণে চুৰ কৰোঁ তেৱেঁই বোলে চোৰ।" তেখেতৰ অভ্যৰ্থনা ভাৰতত যাতে ভালকৈ হয় তাৰ বাবে মই প্ৰকাশ্য বিবৃতি প্ৰকাশ কৰি আমেৰিকাৰ পৰাই পঠাই দিওঁ আৰু তাৰ ফলতে তেখেতে কলিকতা আদি নগৰত যথেষ্ট সন্মান পাইছে। কিন্তু তেওঁ নিজ বিদ্যাবুদ্ধিৰে মানুহৰ অন্তৰ জয় কৰি ইয়াত প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰাটো মোৰ দোষ নে? অৰ্থাৎ মিঃ হেৰোজে ইয়াত খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আহি মানুহৰ মাজত বিশেষ প্ৰভাব বিস্তাৰ কৰিব নোৱাৰিয়েই ঘূৰি গৈ স্বামীজীৰ ওপৰত কষ্ট হৈ তেনে কুৎসা ৰটনা কৰিছিল।

মিশন চিঠিৰে স্বামীজীৰ বিৰুদ্ধে কৰা মিছা অভিযোগৰ

প্রত্যুত্তৰ স্বামীজীয়ে তেখেতৰ আমেৰিকাৰ বিশিষ্ট বন্ধু আৰু সাহায্যকাৰী ভক্তলৈ দিছিল তাৰ হুবহু নকল ইয়াত দিয়া সম্ভৱপৰ নহ'ল। তেখেতে প্রত্যুত্তৰত যাই কথাৰ অসাৰতা প্রতিপন্ন কৰি লিখিছিল—"সমাজত মোৰ প্রতিপত্তি আছে নে নাই সেই কথা মই নিজে কোৱা অন্যায়। কিন্তু যি সকলে চকু মুকলি কৰি বিনত্ত খোজ কাঢ়ে সিবিলাকে বিনা আয়াসে তাৰ প্রমাণ পাব পাৰে। ইয়াৰ দ্বাৰা তেখেতে সমগ্র ভাৰতত তেখেতক দিয়া অভিনন্দন আৰু অভ্যর্থনাৰ কথাই ইঙ্গিত কৰিছে। মোৰ জাত? সন্ন্যাসীৰ আকৌ জাত কুল কি? সন্ন্যাসী মাত্রেই সকলোৰে আৰু সকলো ঠাইতে ভাৰতত অন্ততঃ আদৰণীয় আৰু পূজনীয়। সমাজৰ পৰা যদি বহিস্কৃত হৈছো তেন্তে শ শ ৰাজ পৰিয়ালৈ নিমন্ত্রণ সিবিলাকৰ পৰিচৰ্য্যা আৰু ডাঙৰ ডাঙৰ ভোজ সভাত যোগদান কেনেকৈ সম্ভৱ হৈছে? আমেৰিকান নাৰীসকলৰ প্রতি অসন্মান মই কেতিয়াও প্রকাশ কৰা নাই। মই বৰং সিবিলাকৰ প্রতি সদায় কৃতজ্ঞ। বহুতো সভাত প্রকাশ্যে মই মনৰ ভাব খুলি কৈছো। তাত মই মহৎ হৃদয়া আমেৰিকান ৰমণীসকলৰ ভূয়সী প্রশংসাহে কৰিছো। অৱশ্যে এসমষ্ট আমেৰিকাৰ গির্জাবাসী মাইকী মানুহবিলাকৰ অমূলক কুৎসা ৰটনাৰ উদ্ভাৱনী শক্তিক আক্রমণ কৰি মই মন্তব্য প্রকাশ কৰা সঁচা। প্রতি দেশৰে প্রতি সমাজত তেনে এটা অপদাৰ্থ অংশ থাকিবই আৰু আছেও। তাক চাই কোনেও কোনো সমাজৰ বা দেশৰ কোনো অংশবিশেষৰ চৰিত্র বিষয়ক মানদণ্ড স্থিৰ নকৰে, বৰং তাৰে আওকাণ কৰে। বিশেষতঃ আমাৰ দেশৰ মাতৃ আৰু আমাৰ দেশৰ ভাই-ভনীহঁতৰ বিষয়ে আমেৰিকান পাদ্রি বা আন কোনো একদেশদর্শী ভ্রমণ-কাৰীয়ে যেনে কলঙ্ককালিমা আৰোপ কৰে, সেই ৰটনা গোটেই

সাত সাগৰৰ পানীৰে ধুলেও গুচাব নোৱাৰি। সেই বিলাকৰ শতাংশৰ একাংশও মই প্ৰকাশ কৰা নাই। মুঠতে তোমালোকে জানা মই তেনে কথালৈ গ্ৰাহ্য নকৰোঁ। তাৰ দ্বাৰা মোৰ আদৰ্শবাদ কিম্বা প্ৰচেষ্টা অকণো ক্ষুন্ন নহব। তথাপি মোৰ বিষয়ে তোমালোকক দুই চাৰিটা কথা কব লগা হল। যেতিয়াহে (মোৰ অভিপ্ৰায় বুজিলেহে) তোমালোকৰ মন মুকলি হব।

"প্ৰিয়-ম—মই ভালদৰে অনুভব কৰিছোঁ মোৰ কাম শেষ হৈ আহিছে। আৰু খুব বেছি তিনি কি চাৰি বছৰ জীয়াই থাকিম। মোৰ নিজৰ মুক্তিৰ কাৰণে এক তিলমানো চিন্তা নকৰোঁ। তুমি জানা মই পৃথিবীৰ ভোগ-সুখ কেতিয়াও বিচৰা নাই। মোৰ একমাত্ৰ আকাঙ্ক্ষা, যি কলটো (সেৱক সম্প্ৰদায়) মই থিয় কৰিছোঁ সেইটো ঠিকমতে চলিব পৰা হৈছে নে, চাই যাম। জগতৰ ভালৰ কাৰণে ইয়াক স্থাপন কৰা হৈছে। যেতিয়া বুজিম যে জগতৰ কোনো বিৰুদ্ধ শক্তিয়েও ইয়াক টলাব নোৱাৰিব, তেতিয়াই নিশ্চিন্ত হৈ মই চিৰনিদ্ৰাৰ কোলাত আশ্ৰয় গ্ৰহণ কৰিম। তাৰ পিচত যি হয় হব। মোৰ আৰু এটা কামনা এয়ে যে যিজন নাৰায়ণ বা বিশ্বৰ সমস্ত জীৱৰ সমষ্টিগত প্ৰাণ, সেই ভগবানক সেৱা কৰিবৰ কাৰণে মই যেন সহস্ৰ প্ৰকাৰ দুখভোগৰ কাৰণেও পুনঃ পুনঃ জন্ম গ্ৰহণ কৰোঁ। সকলো জাতিৰ পাপী-তাপী, সকলো জাতিৰ দীন-দুখী তেওঁবিলাকেই মোৰ দেৱতা, তেওঁবিলাকেই মোৰ ভগবান—মই যেন এক মাত্ৰ তেওঁবিলাকৰেই সেৱা কৰিব পাৰোঁ। × × × জগতত নতুন চিন্তা বা ভাব দেখিলেই কিছুমান মানুহে স্বভাৱতঃ তাৰ বিৰোধিতা কৰিবই। ভদ্ৰ সমাজে হয়তো ভদ্ৰতাৰ খাতিৰত নাক কোঁচাব কিন্তু ইতৰ সকলেই অপবাদ ৰটনা কৰে। কিন্তু

এইবিলাক মাটিখোৱা কেচুৰ দলকো ওপৰলৈ তুলিব লাগিব। লবাৰ দলকো পোহৰৰ সন্ধান দিব লাগিব। আমাৰ দেশত কত উন্নতিৰ সোঁত আছিল—মাৰ গল। এই দুগ্ধপোষ্য বালকৰ দলে তাৰ কি বুজিব? তুমিও কাম-কাঞ্চন পৰিত্যাগ কৰা, সেইবোৰেই যত আপদৰ মূল। সেইবোৰ আঁতৰি গলেই দিব্য চকু লাভ কৰিবা (মায়া-মোহ আঁতৰ হলে) আত্মাই তেতিয়া আকৌ অনন্ত শক্তি ঘূৰাই পাব।"

অকৃতজ্ঞতা দেখিলে মানুহৰ মনত বৰ কষ্ট হোৱা স্বাভাবিক বিশেষকৈ শিক্ষিত আৰু জ্ঞানী লোকৰ পৰা। যি আমেৰিকাবাসীৰ কল্যাণৰ কাৰণে স্বামীজীয়ে একান্তভাবে হৃদয়ৰ তেজ দি অক্লান্ত পৰিশ্ৰম কৰোঁতে স্বাস্থ্যভঙ্গ পৰ্য্যন্ত ঘটিছিল তেখেতৰ বিৰুদ্ধে এনে মিছা অপযশ দিলে কাৰ মনত কষ্ট নহব? কিন্তু যেনেকৈ একালে প্ৰশংসাত স্বামীজী হৃষ্ট হোৱা নাছিল, এনে দ্বেষটো তেনে বিতুষ্ট নহৈছিল—দ্বেষ অদ্বেষ সমান ভাবেই তেখেতে গ্ৰহণ কৰিছিল। তথাপি এইটো কোনেও ভুই কৰিব নোৱাৰে যে স্বামীজীৰ প্ৰচাৰৰ ফলত আমেৰিকা আৰু ইউৰোপৰ আদৰ্শবাদ শিক্ষা আদি সকলো বিষয়তে যথেষ্ট প্ৰভাৱ প্ৰতিফলিত হৈছিল। বৰ সুখৰ কথা সেই সময়ৰ মনীষীসকলে সেই কথা স্বীকাৰো কৰিছিল। যেই কি নহওক সমাজৰ অকৃতজ্ঞ আৰু অযথা বিদ্বেষী অংশ কেতিয়াও যথাৰ্থ অংশ বা ভাগ নহয়। এনে একোটি অংশ সকলো দেশৰ সকলো সমাজতেই আছে। সুখৰ কথা সিমান বিৰুদ্ধ প্ৰচাৰ কৰিলেও স্বামীজীৰ প্ৰবৰ্ত্তিত আৰু আৰব্ধ কাৰ্য্যত (কি আমেৰিকা কি ইউৰোপত কতো) কোনো বাধা জন্মা নাছিল। স্বামীজীৰ সততাত সকলোৱেই বিশ্বাস ৰাখিছিল।

আনকালে সম্প্ৰতি নিয়মিতৰূপে প্ৰতিষ্ঠিত 'ৰামকৃষ্ণ মিছনৰ'

ভবিষ্যতে যি দুই এজন কৰ্মীক বেলেগ বেলেগ ঠাইলৈ বেলেগ বেলেগ কামত পঠাইছিল সেই সকল কৰ্মীৰ পৰা কৃতকাৰ্য্যতাৰ খবৰ পাই স্বামীজী অতিশয় আনন্দিত হৈছিল। বিশেষতঃ দুৰ্ভিক্ষ-পীড়িত মুৰ্শিদাবাদত সাহায্য কৰিবলৈ পঠোৱা স্বামী অখণ্ডানন্দৰ কাৰ্য্যৰ সফলতাত স্বামীজীয়ে তেখেতৰ সাহায্যৰ কাৰণে আৰু দুজন ব্ৰহ্মচাৰী শিষ্যক পঠাইছিল। স্বামী অখণ্ডানন্দৰ ধৈৰ্য্যবিহীন অক্লান্ত কাৰ্য্যত জিলাৰ প্ৰধান ৰাজকৰ্মচাৰী পৰ্য্যন্ত সন্তুষ্ট হৈ তেখেতৰ সহযোগেদি সাহায্য কেন্দ্ৰবিলাক পৰিচালনাৰ দিহা কৰিছিল। তাত এটা 'সাহায্য ভাণ্ডাৰ' খোলা হৈছিল। সেই ভাণ্ডাৰলৈ কলিকতা বেনাৰচ, মাদ্ৰাজ, মহাবোধি চোচাইটি প্ৰভৃতিৰ পৰা যথেষ্ট টকা-পইচা পঠাইছিল। এইদৰেই সামাজিক একত্ব অনুভূতিৰ পথ ক্ৰমে প্ৰসাৰ কৰিবলৈ চেষ্টা কৰা হৈছিল। স্বামী অখণ্ডানন্দৰ মেলেৰীয়া আৰু কলেৰাৰ ৰোগীক শুশ্ৰূষা কৰা দেখি (আপোনজন ভাবে) সকলো মুগ্ধ হৈছিল। তেতিয়াৰ পৰাই তাত "মিছনৰ সেবাকেন্দ্ৰ" স্থাপনৰ উপযোগিতা সম্বন্ধে সকলো একমত হৈছিল। দ্বিতীয়তে মাদ্ৰাজ আৰু তাৰ ওচৰা ওচৰি অঞ্চলত শিক্ষাদান আৰু প্ৰচাৰ কাৰ্য্য কৰিবলৈ পঠোৱা স্বামী ৰামকৃষ্ণানন্দৰো কাৰ্য্যত তাৰ লোকসকল অতীৱ প্ৰীত হৈছিল। তাত স্থায়ী মঠ আৰু আশ্ৰম খোলাৰ ব্যৱস্থা হৈছিল।

আলমোড়াত প্ৰায় আঢৈ মাহ কাল থকাৰ পিচত স্বামীজীয়ে কিছু সুস্থ অনুভৱ কৰিলে। এতিয়া আকৌ শিক্ষা বিস্তাৰ আৰু প্ৰচাৰ কাৰ্য্য চলাবলৈ মন বাঢ়িলে। ইতিমধ্যে পাঞ্জাব আৰু কাশ্মীৰৰ বেলেগ বেলেগ ঠাইৰ পৰা তেখেতলৈ নিমন্ত্ৰণ আহি আছিল। আলমোড়াবাসীয়ে জানিলে যে স্বামীজীয়ে সোনকালেই সেই ঠাই এৰি সমতল ভূমিলৈ নামি যাব। সেই বাবে তাৰ

স্থানীয় লোকসকলে আৰু ইউৰোপীয় সমাজৰ পক্ষৰ পৰাও স্বামীজীক একোটি বক্তৃতা দিবলৈ অনুৰোধ জনালে। ইয়াতেই জনসাধাৰণৰ আগত স্বামীজীয়ে যি বক্তৃতা দিলে সেইটো হিন্দী ভাষাত দিলে। হিন্দীভাষাত স্বামীজীৰ এয়ে প্ৰথম বক্তৃতা। সৰহ কি হিন্দী ভাষাৰে ভাব প্ৰকাশ কৰিবৰ কাৰণে যে যথেষ্ট উপযুক্ত ভাব প্ৰকাশক শব্দ আছে সেইটো সেই দিনাহে প্ৰতিপন্ন হৈছিল। ইউৰোপীয় ক্লাবত ইংৰাজীৰে "বেদান্তৰ উপযোগিতা" সম্বন্ধে বক্তৃতা দিছিল। সেই বক্তৃতাটো অতি মনোজ্ঞ হৈছিল। অদ্বৈতবাদৰ ব্যাখ্যাত তন্ময় হৈ শ্ৰোতাসকলেও ক্ষন্তেকলৈ যেন সকলো পাহৰি গৈছিল, মোহমুক্ত অৱস্থাৰ আভাস পাই বিস্মিত হৈছিল।

আলমোড়াৰ পৰা স্বামীজী নামি আহি পোনতে বেৰিলি পালে। বেৰিলিৰ পৰা আহিল আম্বালালৈ। আম্বালাৰ পৰা আহিল লাহোৰলৈ। এই সকলো ঠাইতে ধনী আৰু জ্ঞানী উভয় সমাজৰ পৰা যথেষ্ট সমাদৰ আৰু অভ্যৰ্থনা পাইছিল। স্বামীজীয়েও সকলো ঠাইতে নানা শিক্ষণীয় বিষয়ৰ আলোচনা কৰিছিল। উপদেশ প্ৰাৰ্থীসকলক নিজ নিজ প্ৰয়োজন বুজি উপদেশ দিছিল। বিশেষকৈ এই যাত্ৰাত স্বামীজীয়ে ছাত্ৰ সমাজৰ মাজত প্ৰচাৰ কৰিছিল। এই লাহোৰতে স্বামীজীয়ে এটি 'ছাত্ৰ সঙ্ঘ' স্থাপন কৰে। ছাত্ৰ-সকলে আজৰি সময়ত আৰেলি যাইকৈ যেতিয়া পঢ়া-শুনা কৰা নহয়, সেই সময়ত নিজক লোকসেৱা কাৰ্য্যত নিযুক্ত কৰিবলৈ বিধান কৰি দিছিল। ইয়াৰ দ্বাৰা পঢ়া-শুনাত ব্যাঘাত নজন্মিব কিন্তু নিস্বাৰ্থ লোকসেৱাৰ দ্বাৰা নিজৰ আধ্যাত্মিক জীৱন উন্নত হব।

লাহোৰৰ পৰা স্বামীজী অমৃতসৰলৈ আহিল। অমৃতসৰৰ পৰা গল ৰাওয়ালপিণ্ডিলৈ? ইয়াৰ পৰা মৰি পাহাড়লৈ আহি তাত কেদিনমান বিশ্ৰাম কৰি আহিল কাশ্মীৰলৈ। এই কাশ্মীৰে

ভুবনমোহন প্রাকৃতিক দৃশ্য দেখি আৰু ঐতিহাসিক যুগৰ ধ্বংসাৱশেষ দেখি স্বামীজী আনন্দিত হৈছিল। ইয়াৰ অন্তৰ্গত পামপুৰ নামক ঠাইত অনন্তবাগ আৰু সুপ্ৰসিদ্ধ বীজবেহাৰ মন্দিৰ দৰ্শন কৰি খোজ কাঢ়ি মাৰ্ত্তণ্ড নামক ঠাইলৈ গল। ইয়াৰ পৰা অক্ষয় বলত "পাণ্ডৱসকলৰ মন্দিৰ" নামে জনাজাত এটি অতি পুৰণি অথচ সুন্দৰ মন্দিৰ দৰ্শন কৰিলে। স্বামীজীয়ে তাৰ কাৰুকাৰ্য্য চাই স্থিৰ কৰিছিল যে এই মন্দিৰ প্ৰায় দুহেজাৰ বছৰ পূৰ্ব্বে স্থাপন কৰা আৰু এনে সুন্দৰ মন্দিৰ কতো দেখা পোৱা নাযায়। ইয়াৰ পৰা তেখেত শ্ৰীনগৰলৈ গল। তাৰ ৰজাৰ লগত সাক্ষাৎ হল। স্বামীজীৰ লগত আলাপ কৰি মহাৰাজ অতিশয় সন্তুষ্ট হৈছিল আৰু তেখেতৰ আৰব্ধ কাৰ্য্যত ( ৰামকৃষ্ণমিছনৰ ) সহায়তা কৰিবলৈ প্ৰতিশ্ৰুতি দিছিল। লিখা বাহুল্য যে স্বামীজী ৰাজ-অতিথি ৰূপেই তাত বাস কৰিছিল। ইয়াৰ পৰা স্বামীজী জম্মুলৈ আহে। ইয়াত কাশ্মীৰাধিপতিৰ ভায়েকৰ আতিথ্য গ্ৰহণ কৰে। এখেতেও মঠ স্থাপন কাৰ্য্যত সহায়তা কৰিম বুলি প্ৰতিশ্ৰুতি দিয়ে। ইয়াৰ পৰাই ঘূৰি স্বামীজী আকৌ ৰাজধানী লাহোৰ পায়গৈ। তাৰ পৰা যায় দেৰাদুনলৈ। দেৰাদুনত স্বামীজী প্ৰায় এসপ্তাহ কাল থাকিল। ইয়াতেই স্বামীজীয়ে খেতড়িৰ মহাৰাজৰ পৰা ক্ৰমাগত নিমন্ত্ৰণ পাবলৈ ধৰিলে। স্বামীজীয়েও অন্ততঃ ভদ্ৰতাৰ খাতিৰত হলেও তালৈ যাবলৈ মনে মনে স্থিৰ কৰিলে। পাঞ্জাব আৰু কাশ্মীৰৰ বেলেগ বেলেগ ঠাইত ফুৰি স্বামীজীয়ে অক্লান্ত ভাবে বক্তৃতা, উপদেশ, পণ্ডিতসকলৰ লগত আলোচনা আদি দ্বাৰা নিজ ধৰ্ম্মৰ উন্নতি সাধন আৰু সৰ্ব্বসাধাৰণ লোক-সকলৰ কল্যাণৰ কাৰণে নানা বিধ চেষ্টা কৰি ফুৰাৰ পিচত আকৌ এবাৰ ৰাজপুতনাত শেষ বাৰৰ কাৰণে প্ৰমাণ কৰিবলৈ মনে

মনে স্থিৰ কৰিলে। তেওঁেতে অন্তৰে অন্তৰে বুজিছিল যে তেওঁৰ আয়ু শেষ হৈ আহিব লাগিছে। সেই কাৰণে এই যাত্ৰাতে যিমানদূৰ পাৰে কাম কৰি লবলৈ ইচ্ছা কৰিলে।

দেৰাদূনৰ পৰা স্বামীজী ৰাজপুতনাৰ ফালে আহিবলৈ ধৰিলে। পোনতে পালে সাহাৰাণপুৰ। সাহাৰাণপুৰৰ পৰা আহিল দিল্লীলৈ। দিল্লীৰ পৰাই গল আলোয়াৰ ৰাজ্যলৈ। আলোয়াৰৰ পৰা গল জয়পুৰ ৰাজ্যলৈ। স্বামীজীয়ে সকলো ঠাইতে পুৰণি বন্ধুসকলক দেখা দি আপ্যায়িত কৰিছিল। পৰিব্ৰাজক হিচাবে ফুৰোত যি যি ঠাইত পূৰ্ব্বে দুখীয়া আশ্ৰয়দাতাক পাইছিল এতিয়া সম্বৰ্দ্ধনা কৰিবলৈ অহা ধনী বা সম্ভ্ৰান্ত লোকসকলক ক্ষুণ্ণ নকৰাকৈ সেই সেই লোক-সকলক যথেষ্ট সমাদৰ কৰি, কোনো ঠাইত নিৰাশ্ৰয়া ভক্তিমতী বিধবাৰ সাহায্যাৰ্থে অৰ্থাদি দান কৰি স্বামীজী তুষ্ট হৈছিল। জয়পুৰৰ পৰা আহিল যোধপুৰলৈ। এই যোধপুৰতে স্বামীজী দহ দিন আছিল।

যোধপুৰৰ পৰা স্বামীজী খেতড়ি ৰাজ্যলৈ গল। খেতড়িৰাজে স্বামীজীক আগ বঢ়াই নিবলৈ ১২ মাইল আগুৱাই আহিছিল। বহুদিনৰ পিচত গুৰু-শিষ্যৰ সাক্ষাৎ কেনে আনন্দদায়ক আৰু দৃশ্য কেনে চিত্তাকৰ্ষক। অন্যান্য ৰাজ্যৰ দৰে ইয়াতো হুলস্থুল হৈছিল স্বামীজীৰ অভ্যৰ্থনাৰ কাৰণে। গোটেই ৰাজ্য যেন আনন্দত ভৰপূৰ! স্বামীজীয়েও নিজ শক্তি অনুযায়ী ৰাজ্যৰ লোকসকলক নানা উপদেশ, বক্তৃতা আদি দি সন্তুষ্ট কৰিবলৈ ধৰিলে। খেতড়িত স্বামীজী প্ৰায় দুসপ্তাহ আছিল। ইয়াৰ ভিতৰতে ৰাজধানীৰ প্ৰধান স্কুল এখনৰ বঁটা বিতৰণী সভাত স্বামীজী উপস্থিত আছিল। সেই সভাত স্বামীজীয়ে বক্তৃতা প্ৰসঙ্গত কৈছিল—"শিক্ষাৰ অৰ্থ হৈছে মানুহৰ অন্তৰ্নিহিত দেবত্বৰ বিকাশ সাধন। শক্তিকে শিক্ষা

দিয়াৰ সময়ত শিক্ষাৰ্থীসকলৰ ওপৰত অসীম শ্ৰদ্ধা আৰু বিশ্বাস ৰাখিব লাগিব। মনে মনে ভাবিব লাগিব প্ৰত্যেকজন ছাত্ৰই অনন্ত শক্তিৰ আধাৰ আৰু সেই শক্তিক, সেই নিদ্ৰিত ব্ৰহ্মক জগাই তুলিবলৈ চেষ্টা কৰাই শিক্ষকসকলৰ মাই কৰ্ত্তব্য। ছাত্ৰসকলক শিক্ষা দিয়াৰ সময়ত আন এটা কথালৈকো মন দিব লাগে। সেইটো হৈছে ছাত্ৰসকলৰ মনত মৌলিক চিন্তাৰ উদ্ৰেক কৰিবলৈ চেষ্টা। লৰাইতে যাতে নিজ নিজ চিন্তা কৰিবলৈ শিকে সেই অৰ্থে চেষ্টা কৰিব লাগিব আৰু তালৈ লক্ষ্য ৰাখি উৎসাহ দিব লাগে। এই মৌলিক চিন্তাৰ অভাৱেই ভাৰতৰ বৰ্ত্তমান দুৰ্দ্দশাৰ কাৰণ। তেখেতে আকৌ কলে—লৰাইতক কোনেও নিশিকায়। সিহঁতে নিজে শিকে। শিক্ষকসকলে সিহঁতক সহায়তা কৰে মাথোন। যদি এই ভাবৰ পৰা লৰাইতক শিক্ষা দিয়া হয় তেতিয়া হলে সিহঁত নিশ্চয় মানুহ হৈ উঠিব আৰু জীৱন সংগ্ৰামত নিজ নিজ সমস্যা নিজে পূৰণ কৰি লবলৈ সমৰ্থ হব।"

খেতড়ি ৰাজ্যৰে আন এখন সভাত "বেদান্তবাদ" সম্বন্ধে বক্তৃতা দিওঁতে স্বামীজীয়ে দেখুৱাইছিল কেনেকৈ ভাৰতীয় সভ্যতা লাহে লাহে ইউৰোপৰ বিভিন্ন ঠাইত প্ৰচাৰিত হৈছিল। হিন্দু আৰু গ্ৰীক সভ্যতাৰ তুলনা কৰি দেখুৱাই স্বামীজীয়ে দেখুৱাইছিল কেনেকৈ তেতিয়াৰ দিনতে স্পেইন আৰু জাৰ্ম্মানীত ভাৰতীয় সভ্যতাৰ প্ৰভাৱ বিস্তাৰ হৈছিল পিঠাগোৰচ, চক্ৰেটিছ, প্লেটো আৰু মিছৰৰ নিউপ্লেটোনিষ্টসকলৰ সহায়ত। × × × × তাৰ পিছত কলে— বৰ দুখৰ কথা বৰ্ত্তমানে ভাৰতৰ লোকসকল হিন্দুও নহয়, বেদান্তবাদী বা আন একো নহয়। বৰ্ত্তমানে তেওঁবিলাক ছুৎমাৰ্গৰ অনুসৰণ-কাৰী হৈছে মাথোন। এই ভাবটো গুচাব লাগিব। যিমান সোনকালে এই ভাব আঁতৰ হব সিমানেই প্ৰকৃত হিন্দুধৰ্ম্মৰ পক্ষে

মঙ্গল। উপনিষদৰ মাহাত্ম্য চাৰিওফালে প্ৰচাৰ কৰা, জ্ঞানৰ বস্তি জ্বলোৱা আৰু সাম্প্ৰদায়িক ভেদাভেদ (হিন্দুধৰ্ম্মৰ অন্তৰ্গত) ৰহিত কৰা।*

এই প্ৰচাৰৰ কালতে স্বামীজীয়ে যি সকল লোকৰ সাহায্যত তেখেতে পাশ্চাত্যদেশলৈ যাব পাৰিছিল আৰু সনাতন ধৰ্ম্মৰ প্ৰকৃত ব্যাখ্যা কৰি বিদেশত প্ৰচাৰ কৰিবলৈ সমৰ্থ হৈছিল সেই সকলোকে ধন্যবাদ জ্ঞাপন কৰিছিল। খেতড়ি ৰাজাৰ পৰা বিদায় লবৰ সময়ত মহাৰাজে স্বামীজীক তেখেতৰ স্থাপিত মিছনৰ* সাহায্যার্থে তিনি হাজাৰ টকা দিছিল। স্বামীজীয়ে সেই টকা তেতিয়াই মঠলৈ পঠাই দিলে।

ইয়াৰ পৰা স্বামীজী যোধপুৰলৈ যায়। তাৰ পৰা খাণ্ডোৱা পালেহি। ইতিমধ্যে বোম্বাই, গুজৰাট আৰু বৰোদা ৰাজ্যৰ পৰা নিতৌ টেলিগ্ৰাম, নিমন্ত্ৰণী চিঠি অহা স্বত্বেও তেখেতৰ স্বাস্থ্য বিশেষ ভাল নথকাত সেই সেই ঠাইলৈ যাবলৈ ইচ্ছা নকৰিলে আৰু ইয়াৰ পৰাই একেবাৰে কলিকতা যাত্ৰা কৰাই স্থিৰ কৰিলে। সেই মতেই তেখেত জব্বলপুৰ হৈ একেবাৰে কলিকতালৈ বুলি ৰেলত উঠিল। খেতড়িৰ ৰজাই খাণ্ডোৱালৈকে স্বামীজীক আগ বঢ়াই দিছিল।

স্বামীজী যেতিয়া কলিকতা পাইছিল তাৰ আগতে আলম বজাৰৰ পৰা মঠ তুলি আনি (গঙ্গাৰ পশ্চিম পাৰে) বেলুড় গাওঁৰ নীলাম্বৰ বাবুৰ বাগানত স্থাপন কৰিছিল। এই বাগানখন বেলুড়ত মঠৰ কাৰণে কিনি থোৱা মাটিৰ একে সীমাতে। স্বামীজী আহি এই মঠতে থাকিবলৈ স্থিৰ হৈছিল। এই ঠাইডোখৰো (বাগানো) গঙ্গাৰ পাৰতে আলমবাজাৰৰ ঠিক সিপাৰে (অৰ্থাৎ পশ্চিম পাৰে)।

জন্মভূমি ভাৰতৰ উন্নতি আৰু ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব আৰু তাৰ

লোকসমাজত প্ৰচাৰৰ যোগে বিস্তাৰ কৰিবৰ কাৰণে স্বামীজীৰ যি অদম্য আয়োজন আৰু পুৰুষাৰ্থ সেইটো যেন এতিয়াৰ পৰা বাহুল্যভাবে দেশভ্ৰমণৰ যোগে বিভিন্ন ঠাইলৈ গৈ প্ৰচাৰকাৰ্য্যৰ সহায়তাৰে সমাধা কৰাটো অলপ মন্দীভূত হৈছিল। স্বামীজীৰ স্বাস্থ্য অত্যধিক শাৰীৰিক আৰু মানসিক পৰিশ্ৰমত ভগ্ন হৈছিল। কিন্তু তথাপি তেখেতৰ মহাপ্ৰয়াণৰ আগ মুহূৰ্ত্তলৈকে লোকশিক্ষা কাৰ্য্য কোনো-ক্ৰমেই স্থগিত থকা নাছিল। শাস্ত্ৰব্যাখ্যা, আলোচনা, গল্পৰ ভিতৰেদি আমোদ আৰু উপদেশ, লগে লগে হাঁহি-ধেমালি অপৰপক্ষে 'মিছনৰ' কাৰ্য্যত সহযোগিতা, বহুল প্ৰচাৰৰ চেষ্টা একেবাৰেই কম পৰা নাছিল। এনে কৰ্ম্মযোগী জগতত বিৰল! তেওঁতে জীৱনত কেতিয়াও বিশ্ৰাম সুখ আকাঙ্ক্ষা কৰা নাই। সদায় পৰৰ কল্যাণৰ কাৰণে চিন্তা আৰু সেই অৰ্থে আত্মনিয়োগ অব্যাহত ভাবেই চলাই আছিল।

—•—

# বেলুড় মঠ স্থাপন

ইং ১৮৯৮ চনৰ জানুৱাৰী মাহতে স্বামীজী শৈলাবাস আৰু প্ৰচাৰকাৰ্য্যৰ পৰা ঘূৰি কলিকতা পালেহি। নীলাম্বৰ বাবুৰ বাগানৰ মঠত থাকি এতিয়াৰ পৰা স্বামীজীয়ে নিজ শিষ্য আৰু গুৰুভক্ত-সকলক শিক্ষা দিয়া কাৰ্য্যত বিশেষ ব্যস্ত থাকিল। বিশেষকৈ এই সময়তে স্বামীজীয়ে পাশ্চাত্যদেশৰ পৰা অহা শিষ্যসকলক এই দেশৰ শিক্ষাভাৱ লবৰ উপযোগী হিচাবে গঢ়ি তুলিবলৈ চেষ্টা কৰিবলৈ ধৰিলে। সেই অৰ্থে এই শিষ্যসকলক সুকীয়া ভাবে শিক্ষা দিছিল।

স্বামীজী কলিকতা পাবৰ ঠিক পিচতে ৰামকৃষ্ণপুৰৰ নৱগোপাল ঘোষ মহাশয়ে তেখেতৰ ঘৰত ৰামকৃষ্ণ বিগ্ৰহ প্ৰতিষ্ঠাৰ কাৰণে স্বামীজীক আচাৰ্য্যৰূপে নিমন্ত্ৰণ কৰিলে। সশিষ্যে আৰু মঠৰ সকলো সন্ন্যাসীৰে সৈতে স্বামীজী নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গল। পৰমহংস-দেৱৰ যত্নত স্বামীজীয়ে পূজা-সেৱাৰ যাবতীয় নিয়ম-প্ৰণালী শিক্ষা কৰিছিল আৰু নিজে সকলো নিয়ম মানি চলিছিল। অতীৱ নিষ্ঠাৰে সৈতে সকলো নিয়ম পৰিপাটিৰূপে মনা দেখি কোনো কোনো ভক্তই তেখেতৰ দৰে উচ্চ অধিকাৰীৰ পক্ষে তাৰ প্ৰয়োজনীয়তৰ কথা প্ৰশ্ন কৰিলে প্ৰায়েই উত্তৰ দিছিল—'এনেভাবে নিয়ম মানি চলাৰ সাৰ্থকতা আছে। যিবোৰ প্ৰণালী বহু কালৰ পৰা আমাৰ পিতৃ-পিতামহসকলে মান্য কৰি গৈছে আৰু সেই সেই প্ৰণালীৰ উপযোগিতা প্ৰমাণ কৰি গৈছে তাক অমান্য কৰা অন্যায়। সকলো শ্ৰেণীৰ অধিকাৰীৰ পক্ষে উপযোগী

সকলো কাৰ্য্যক আমি পালন কৰিবলৈ ন্যায়তঃ বাধ্য। হিন্দু-ধৰ্ম্মই কাকো উপেক্ষা নকৰে—নিম্ন অধিকাৰীৰ কাৰণে আদৰ্শ দেখুৱাও আমাৰ কৰ্ত্তব্য।" এই অনুষ্ঠানতে স্বামীজীয়ে ৰামকৃষ্ণ প্ৰণামমন্ত্ৰটি প্ৰথমে নিজে ৰচনা কৰি ব্যৱহাৰ কৰে আৰু সি আজি কালি সৰ্ব্বত্ৰ সমাদৃত হৈছে। এই মন্ত্ৰটিকে সক্ষ্য বা মিছনে গ্ৰহণ কৰে। প্ৰণাম মন্ত্ৰটি হৈছে:—

স্থাপকায়চ ধৰ্ম্মস্য সৰ্ব্বধৰ্ম্মস্বৰূপিণে,

অৱতাৰবৰিষ্ঠায় ৰামকৃষ্ণায় তে নমঃ।

বিগ্ৰহ প্ৰতিষ্ঠা উৎসৱত সন্ন্যাসীসকলৰ পূত প্ৰভাৱত যি আবেষ্টনিৰ স্থষ্টি হৈছিল সি কেনে শান্তিপ্ৰদ, কেনে আনন্দদায়ক।

সেই বছৰ শিৱৰাত্ৰিৰ আগে আগে বেলেগ বেলেগ ঠাইত কাম শেষ কৰি সন্ন্যাসীসকল মঠলৈ আহিবলৈ ধৰিলে। বহুদিনৰ পিচত আমেৰিকাৰ পৰা স্বামী সাৰদানন্দ ঘূৰি আহিল। সিংহলত প্ৰচাৰ কাৰ্য্যৰ পিচত স্বামী শিৱানন্দ আহিল। দিনাজপুৰৰ দুৰ্ভিক্ষ অঞ্চলত কাম শেষ কৰি স্বামী ত্ৰিগুণাতীত ঘূৰি আহিল। পৰমহংসদেৱৰ জন্মতিথি পূজা দ্বিতীয়াত হব। এতিয়াৰ পৰাই সকলো সাধু সন্ন্যাসীয়ে লগ লাগি সেই উৎসৱৰ আয়োজনত মন দিলে। গুৰিত স্বামীজী নিজে থাকি সকলো দিহা কৰিছে। তিথি পূজাৰ দিনা বিশেষ ভাবে পূজা, হোম, আৰতি দৰিদ্ৰনাৰায়ণসেৱা সুচাৰুৰূপে হল। স্বামীজীয়ে নিজে কীৰ্ত্তন গাই সকলোকে আনন্দ দিলে। তাৰ পিচত মঠৰ সন্ন্যাসীসকলৰ অনুৰোধত সেই দিনা স্বামীজী শঙ্কৰ ৰূপে সাজিবলৈ সন্মত হল। সজোৱাৰ পিচত স্বামীজীক এনে তুলি ধৰিছিল যে দেখাত, ঠিক বালভৈৰৱ যেন বোধ হৈছিল। সেই ৰূপেৰে কেইটামান মধুৰ কণ্ঠে গান গালে। তাৰ সুৰ, তাল, মান, লয় এনে অপূৰ্ব্ব হৈছিল যে শ্ৰোতাসকল

তন্ময় হৈ গৈছিল—কষ্টেৰ কাৰণেও লোকান্তৰ জীৱন লাভ কৰি ধন্য হৈছিল।

এই সময়তে স্বামীজীৰ শিষ্যা মিচেচ ওলিবুল আৰু মিচ জোচেফাইন মেকলাউড আমেৰিকাৰ পৰা নিজ গুৰুৰ জন্মস্থান চাবলৈ আহিছিল। ইবিলাকক বেলুড় মঠৰ কাষতে সম্প্ৰতি কিনি থোৱা মাটিত থকা এটি ঘৰত থাকিবলৈ দিহা কৰি দিয়া হৈছিল। মিচ মাৰ্গেৰেট নোবলও ইয়ালৈকে আহি ইবিলাকৰ লগতে আছিল।

আন দুজন শিষ্যৰ লগত এই মিচ নোবলেও স্বামীজীৰ পৰা সন্ন্যাস মন্ত্ৰত দীক্ষা ললে। মিচ নোবলৰ এই আশ্ৰমৰ নাম হল চিষ্টাৰ নিবেদিতা। স্বামীজীয়ে পাশ্চাত্যদেশীয় মহিলাসকলক উপযুক্ত শিক্ষা দি ভাৰতীয় ভাব গ্ৰহণ কৰাব যাতে এই দেশৰ কল্যাণ সাধনত ব্ৰতী হব পাৰে তাৰ বাবে চেষ্টা কৰিবলৈ ধৰিলে। নিয়মিতৰূপে নানা ভাবে সিবিলাকক শিক্ষা দি ভাৰতীয় আচাৰ-বিচাৰ নিয়ম-নিষ্ঠা, ব্যৱহাৰ আৰু সামাজিক নিয়ম তদুপৰি ধৰ্মৰ আদৰ্শ বৰ্ত্তমানে তাৰ গ্লানিকৰ অৱস্থা সকলো বুজাবলৈ ধৰিলে। সিবিলাকৰ আগৰ সংস্কাৰবিলাক পাহৰি যাতে সম্পূৰ্ণ-ৰূপে ভাৰতীয় ভাৱ গ্ৰহণ কৰিব পাৰে তাৰ বাবে চেষ্টা কৰিলে। তেখেতে জানিছিল ইউৰোপীয় লোকে যদি ভাৰতীয় লোকক শিক্ষা দিব লগা হয় তেতিয়া হলে সিবিলাক সম্পূৰ্ণৰূপে ভাৰতীয় হব নোৱাৰিলে সেই শিক্ষা কেতিয়াও ফলদায়ক হব নোৱাৰিব।

স্বামীজীয়ে চিষ্টাৰ নিবেদিতাক স্ত্ৰী-শিক্ষা বিস্তাৰ আৰু আদৰ্শ স্ত্ৰী-শিক্ষাৰ প্ৰবৰ্ত্তন কৰিব পৰাকৈ গঢ়ি তুলিছিল। তেখেতৰ সম্পূৰ্ণ ইচ্ছা এই নিবেদিতাই স্ত্ৰী-শিক্ষাৰ ভাৰ ধৰিব। শক্তিক

তেনে ভাবেই তেখেতক গঢ়ি তুলিবলৈ চেষ্টা কৰিলে। স্বামীজীয় তেখেতক উচ্চবৰ্ণৰ হিন্দু বিধবা নাৰীৰ দৰে নিষ্ঠাবতী ব্ৰহ্মচাৰিণীৰ দৰে জীৱন যাপন কৰিবলৈ শিকালে। তেখেতে আশা কৰিছিল হিন্দুৰ এই ত্যাগৰ আদৰ্শ ভাৰতীয় স্ত্ৰী সমাজে তেতিয়াহে সহজে গ্ৰহণ কৰিব পাৰিব। নিবেদিতাক স্বামীজীয়ে স্পষ্ট কৈছিল "তুমি এতিয়াৰ পৰা চিন্তায়, ভাবে, অভ্যাসে সম্পূৰ্ণ হিন্দু হব লাগিব। এনে কি তোমাৰ অতীত জীৱন পৰ্য্যন্ত পাহৰিব লাগিব। তেহে তুমি উপযুক্ত শিক্ষয়িত্ৰী হব পাৰিবা।

পাশ্চাত্যদেশীয় শিষ্যা সকলে স্বামীজীক সিবিলাকৰ নিজ দেশত কেবল ধৰ্ম্মচাৰ্য্যৰূপেই দেখা পাইছিল। ইয়াত তেখেতৰ কাৰ্য্য-কলাপ দেখি বুজিলে এখেত এজন সম্পূৰ্ণ স্বদেশ প্ৰেমিকো। কাৰণ এদিন এজনে বিনয় প্ৰকাশ কৰি সুধিলে—"স্বামীজী আপোনাক কেনে ভাবে সেৱা কৰিলে আপুনি ভাল পাব ?" স্বামীজীয়ে ততালিকে উত্তৰ দিলে "ভাৰতক ভাল পালে।" সঁচাকৈয়ে যেতিয়া স্বামীজীয়ে এই শিষ্যাসকলক শিক্ষা দিছিল সিবিলাকে ভাৰতবৰ্ষকে নিজ দেশ বুলি ভাবিবলৈ আৰু সেইমতে অনুভব কৰিবলৈ বাধ্য হৈছিল।

ভিটাৰ নিবেদিতাৰ শক্তি বা গুণৰ বিষয়ে বাহুল্য বৰ্ণনা কৰা এই পুথিৰ উদ্দেশ্য নহলেও তেখেতৰ বিষয়ে এজন খ্যাতনামা লিখকৰ এটি চমু মন্তব্য ইয়াত তুলি দিলেই কিছু বুজিব পাৰিব। "নিবেদিতাই অকলে তাজাৰ শিষ্যৰ সমান কাম কৰি গৈছে। তেখেতৰ গ্ৰন্থবাজি গোটেই দেশতে (ইউৰোপ আমেৰিকাতো সমাদৃত হৈছে। স্বামীজীৰ বাণীবিলাকৰ সকলোতকৈ উৎকৃষ্ট আৰু গভীৰ পাণ্ডিত্যপূৰ্ণ ব্যাখ্যা এই নিবেদিতাইহে কৰিব পাৰিছে আৰু সেইবিলাক সকলোতে প্ৰচাৰিত হৈ আহিছে হৈছে।"

কলিকতাত থাকি তিনিমাহ আকৌ মঠত পবিশ্ৰম কৰাত স্বামীজীৰ স্বাস্থ্য অলপ বেয়া হোৱাত কিছুদিনৰ কাৰণে দাৰ্জ্জিলিঙলৈ গৈছিল। তাত এমাহমান থকাৰ পিচত স্বামীজীয়ে যেতিয়াই জানিলে যে কলিকতাত 'প্লেগ' নামে নতুন মহামাৰি উপস্থিত হৈছে আৰু সি বৰ সংক্ৰামক ৰোগ হেতুকে অংশতঃ গভৰ্ণমেণ্টৰ কঠোৰ বিধানত আৰু অংশতঃ নিজৰ প্ৰাণৰ ভয়ত মানুহ নগৰ এৰি পলাবলৈ ধৰিছে, তেতিয়াই দাৰ্জ্জিলিং এৰি কলিকতালৈ আহিল। আহি পায়েই সেৱা কেন্দ্ৰ খুলিলে। সাহায্য আৰু যথেষ্ট সংখ্যক সেৱকৰ কাৰণে আবেদন জনালে। সেই আবেদন মতে যথেষ্ট টকা-কড়িৰ সহায় আৰু সেৱক পোৱা গল। নিজ তত্ত্বাবধানত ( segregation Camps ) সেৱা কেন্দ্ৰ বিলাকলৈ অনা ৰোগীসকলক আন্তৰিকতাৰে শুশ্ৰূষা কৰিবলৈ ধৰাত মানুহৰ মাজত এই কেন্দ্ৰবোৰ বৰ জনপ্ৰিয় হৈ উঠিল। তদুপৰি কলিকতাৰ অপৰিষ্কাৰ অঞ্চলবিলাকো এই সেৱকসকলৰ দ্বাৰাই পৰিষ্কাৰ কৰাবলৈ দিয়া হল। এমাহমান এইদৰে সেৱা-যত্নৰ ফলত কলিকতা নগৰীৰ প্লেগ মহামাৰী ক্ৰমে কমি আহি নোহোৱা হল। ব্যাপক ভাবে এই সেৱা কেন্দ্ৰবিলাকৰ কাৰ্য্যত সকলো মানুহে এটা নতুন প্ৰেৰণা পালে। স্বামীজীৰ আদৰ্শবাদে এটা গঢ় লোৱা দেখা গল। "মিছনৰ" কাৰ্য্যাৱলীৰ প্ৰতি সৰ্ব্বসাধাৰণৰ সহানুভূতি জাগি উঠিল।

উপস্থিত কৰ্ত্তব্য সম্পাদনৰ পিচত স্বামীজীয়ে আকৌ পাৰ্ব্বত্য স্বাস্থ্য নিবাসলৈ যাবলৈ স্থিৰ কৰিলে। আলমোড়াৰ পৰা সেভিয়াৰ দম্পতীয়ে স্বামীজীক মাতিয়েই আছিল। সেই মতে স্বামীজীয়ে সেই মাহত নগত স্বামী তুৰীয়ানন্দ, স্বামী নিৰঞ্জনানন্দ, মিচেচ ওলিবুল, মিচেচ পিটাৰচন, মিচ জোচেফাইন মেক্‌লাউড, চিষ্টাৰ নিবেদিতা প্ৰমুখ্যক লৈ আলমোড়া বুলি ৰাওনা হল। বাটত নাইনিটালত

কিছুদিন থাকিল। তাতেই খেতড়িৰ ৰজাৰ লগত স্বামীজীৰ দেখা হল আৰু স্বামীজীয়ে তেওঁতৰ পাশ্চাত্যদেশীয় শিষ্যাসকলক চিনাকি কৰি দিলে। নাইনিটালৰ পৰা স্বামীজী আলমোড়ালৈ গল। এই আলমোড়াত স্বামীজীৰ ডাঃ এনি বেশান্তৰ লগত সাক্ষাৎ হয় আৰু 'থিওচফি' সম্পৰ্কে উভয়ৰ ভিতৰত আলোচনা হয়। স্বামীজীৰ লগত কথাপাতি ড্যাঃ এনি বেশান্তে আনন্দ প্ৰকাশ কৰে আৰু হিন্দুধৰ্মৰ অন্তৰ্নিহিত সৌন্দৰ্যৰাশি দেখি বিমোহিত হয়।

আলমোড়াৰ পৰা স্বামীজী আকৌ কাশ্মীৰলৈ আহিল। কাশ্মীৰৰ বিভিন্ন ঠাইত ফুৰি স্বামীজী অমৰনাথলৈ যায়। এই অমৰনাথ যাত্ৰা অতি কষ্টকৰ হোৱাত তেখেতৰ স্বাস্থ্যৰ বৰং হানিহে হৈছিল। অমৰনাথলৈ যোৱা বদৰিকাশ্ৰমলৈ যোৱাতকৈও ভয়ঙ্কৰ। বদৰিনাথলৈ যাবলৈ হলে ঠায়ে ঠায়ে "ছত্ৰ" আছে আৰু দোকান আছে বাটো নিৰূপিত আছে আৰু সিমান দুৰ্গম নহয়। কিন্তু অমৰনাথলৈ যাবলৈ হলে বিনা পণ্ডাৰ লগৰীয়াৰ কাম হব নোৱাৰে কাৰণ তালৈ যাবলৈ লগতে ঘৰ বাৰী (তাম্বু) দোকান-পোহাৰ (বেপাৰী সকল মালে নৈতে) লগৰীয়া সাধু-সন্ন্যাসী বা যি বাট চিনি পায় এনে লগৰীয়া নহলে যাব নোৱাৰি। প্ৰায় ৮০ মাইল বাট বৰফৰ ওপৰেদি যাব লাগে। সিও অতি দুৰ্গম। কোনো কোনো ঠাইত এনে সন্ধিযুক্ত পথ আছে যে অলপমান ভৰি পিছলিলে তলত কত পৰিবগৈ লাগে দেখা নাপায়। সময়ত এৰ ওখ পৰ্ব্বতলৈ উঠি আকৌ তললৈ নামিব লাগে। বৰফৰ ওপৰে কেতিয়াবা নদী পাৰ হব লাগে। তাত অভ্যাস নাথাকিলে কিম্বা পাৰ হবৰ নিৰূপিত নিয়ম নেজানিলে পাৰ হব নোৱাৰি। যিহওক বাটত যাওঁতে কিছুমান যোৱাৰ পিচত যেতিয়া ৰাতি বিশ্ৰামৰ কাৰণে পৰ্ব্বতৰ ওপৰত তাম্বু তৰি থাকিবৰ দিহা কৰা হয় তেতিয়া দেখা যায় যেন এখন সৰুহবা চহৰেই তাত হৈ উঠিছে।

দোকান-বজাৰ বহিল—যাক যি বস্তু লাগে কিনি ললে। সন্ধিয়া সময়ত কোনোৱে ভজন গাইছে, কোনোৱে জপ-ধ্যান কৰিছে, কোনোৱে ৰন্ধা-বঢ়াত লাগিছে—সকলো নিজ নিজ কামত ব্যস্ত দেখি বৰ আনন্দ হয়। এই দৃশ্য দেখি স্বামীজীয়ে কৈছিল "ভাৰতবৰ্ষৰ বাহিৰে পৃথিবীৰ আন কতো ধৰ্মৰ কাৰণে, নিজ দেৱতাক দৰ্শনৰ কাৰণে এনে আকুলতা—তাৰ বাবে ইমানবোৰ কষ্ট স্বীকাৰ বা ত্যাগ স্বীকাৰৰ এনে দৃষ্টান্ত দেখা পোৱা নাযায়। ভাৰতভূমি ধৰ্মভূমি। ধৰ্মই ভাৰতীয় সভ্যতাৰ মেৰুদণ্ড।"

ধৰ্ম সম্বন্ধে পাশ্চাত্যদেশৰ মানুহবিলাক কিমান অজ্ঞ স্বামীজীয়ে কথা-প্ৰসঙ্গত গল্পৰ ভিতৰেদি তাক প্ৰকাশ কৰি কৈছিল—"এজন বিশপ (পাদুৰি চাহাব) এদিন এটা কয়লাৰ খনিলৈ গৈছিল। তাত কাম কৰা কুলীবিলাকক গোটাই লৈ বাইবেল শাস্ত্ৰৰ মাহাত্ম্য সিহঁতক বুজাবলৈ ধৰিলে। বক্তৃতা দি শেষ কৰি তেখেতে উপস্থিত কুলীবিলাকক সুধিলে—তোমালোকে খ্ৰীষ্টক জানানে? প্ৰশ্ন শুনি তাৰ ভিতৰৰ পৰা এজনে আতি আগ্ৰহ কৰি সুধিলে—'বাবা, তেখেতৰ নম্বৰ কিমান।" অৰ্থাৎ কোন বাটৰ কোন নম্বৰ ঘৰত থাকে? সিহঁতৰ ধাৰণা যে খ্ৰীষ্টও যেন সিহঁতৰ দৰেই এজন কুলি। নম্বৰটো জানিলেই খপ কৰে বিচাৰি উলিয়াব পাৰিব। স্বামীজীয়ে পিচত মন্তব্য কৰি কলে পাশ্চাত্য দেশৰ সাধাৰণ মানুহে ধৰ্মৰ বিষয় কোনো চিন্তাকে নকৰে। সপ্তাহত এবাৰ গীৰ্জ্জালৈ পৰ্য্যন্ত নাযায়। গতিকে বাইবেল বা খ্ৰীষ্ট সম্বন্ধে সিহঁতে জানিবৰ আন উপায় কত?"

যিতওক "অমৰনাথ" পাই স্বামীজীৰ কঠোৰ তপশ্চৰণ আৰম্ভ হল। নিজক বিদেহ জ্ঞান কৰি কঠোৰ ধ্যান-জপত নিমগ্ন হল। এইবাৰ স্বামীজীৰ লগত 'নিবেদিতাৰ' বাহিৰে আন

লগৰীয়া নিয়া নাছিল। অমৰনাথ শিৱ গুহাত অৱস্থিত। বিগ্ৰহ গুহাৰ ভিতৰত ৰৰফৰ দৰে শ্বেত পাথৰৰ নিৰ্ম্মিত। প্ৰবল জনশ্ৰুতি যে এই গুহাৰ ভিতৰত বগা পাৰ এজোৰ দেখা পালেই যাত্ৰীৰ যাত্ৰা সফল হৈছে বুলি বুজিব লাগে। স্বামীজীক পিচত মঠত অমৰনাথৰ কথা সোঁধোতে কৈছিল "মই দুজোৰ বগা পাৰ দেখিলোঁ। কৰ পৰা সেই পাৰ আহে আৰু কলৈ যায় কব নোৱাৰোঁ। অমৰনাথৰ অসীম কৃপা মোৰ ওপৰত বৰ্ষণ হৈছে। মই প্ৰাণত যথেষ্ট আনন্দ পাইছোঁ। কিন্তু তাৰ দ্বাৰা মোৰ শৰীৰ বহু পৰিমাণে ঘাইল হল।"

ইয়াৰ পিচত ক্ষীৰ ভৱানীতো স্বামীজীয়ে প্ৰায় এসপ্তাহ নিৰ্জ্জন বাস কৰি তপস্যা কৰিছিল। সন্ন্যাসীসকলৰ আচল স্বৰূপটো বহুত সময়ত বিকাশ হৈ পৰে। এই ক্ষীৰ ভৱানীতে স্বামীজীয়ে নতুন পোহৰ পালে। ইয়াতেই তেখেতে অমৰ গীতি Kali the Mather' 'মা কালী' আৰু 'নাচুক তাহাতে শ্যামা' শীৰ্ষক কবিতাটি লিখে। তেখেতে কৈছিল— যাৰ হৃদয়ত ভয় নাই তাতেই মা বিদ্যমানা। যত ত্যাগ, আত্মবিস্মৃতি, মৰণক আলিঙ্গন কৰিবলৈ প্ৰাণপণ চেষ্টা তাতেই "মা"। মা আমাৰ অকল দয়াময়ী বা সুখ বিধায়িনী মা নহয়, মা আমাৰ ভীমা, মৃত্যুৰূপা, দুঃখদাত্ৰী। ভীমাৰ উপাসনা দ্বাৰাই ভয়ৰ পৰা পৰিত্ৰাণ পাই অনন্ত জীৱন লাভ কৰা যায়।" মুঠতে অমৰনাথত শিৱভাৱত আৰু ক্ষীৰ ভৱানীত মাতৃ ভাৱত স্বামীজী বাহ্যজ্ঞান শূন্য হৈছিল আৰু তাৰ পৰাই তেখেতৰ স্বাস্থ্যৰ ওপৰত বৰং গুৰুতৰ আঘাত পৰিছিল।

এই যাত্ৰাতে আলমোড়াত থকা কালতে স্বামীজীয়ে দুটা বেয়া খবৰ পাই অতিশয় ব্যথিত হৈছিল। এই সময়তে পাওহাৰী বাবা আৰু মিঃ গুডউইনৰ মৃত্যু সংবাদ পাই স্বামীজীয়ে শোক পাইছিল।

পাওহাৰী বাবাক স্বামীজীয়ে অতিশয় শ্ৰদ্ধা কৰিছিল। মিঃ গুডউইন তেখেতৰ সোঁ হাতৰ দৰে আছিল। স্বামীজীক দেখা পোৱাৰ পৰাই এই মহানুভৱ পুৰুষজনে স্বামীজীৰ লগত ছাঁৰ দৰে থাকি তেখেতৰ যাবতীয় বক্তৃতা আৰু কথোপকথনবিলাক লিপিবদ্ধ কৰি যোৱাৰ ফলতহে আমি স্বামীজীৰ অমূল্য উপদেশ বক্তৃতা আৰু বাণী বিলাকৰ অলপ আভাস পাব পৰিছোঁ। তেখেতে ( Short hand ) চমুকৈ লিখি যাব পৰা প্ৰণালী জানিছিল। স্বামীজীয়ে "তেওঁ শান্তিৰে থাকক" শীৰ্ষক এটি শোকৰ কবিতা লিখি মৃতকৰ বিলাতস্থিত মাকলৈ পঠাই দিছিল। তাৰ লগতে এই দৰে এখন চিঠিও লিখিছল, "গুডউইনৰ ঋণ অপৰিশোধনীয়, আৰু যদি কোনোৱে ভাবে যে মোৰ চিন্তাধাৰাৰ দ্বাৰা তেওঁবিলাক উপকৃত হৈছে তেনেহলে এওঁবিলাকে জনা উচিত যে তাৰ প্ৰত্যেকটো কথা শ্ৰীমান গুডউইনৰ স্বাৰ্থলেশহীন অক্লান্ত পৰিশ্ৰমতেই প্ৰকাশিত হব পাৰিছে। তেওঁৰ মৃত্যুত মই এজন অকপট বন্ধু, ভক্তিমান শিষ্য আৰু অদ্ভুত কৰ্ম্মীক হেৰুৱাইছোঁ। তেওঁ ক্লান্তি কাক বোলে নাজানিছিল। পৰাৰ্থে জীৱন ধাৰণ কৰা লোক যদি পৃথিৱীত থাকে তাৰ ভিতৰৰ পৰা আজি এজন লোক কম পৰিল।"

স্বামীজীৰ শাৰীৰিক অৱস্থাৰ বিশেষ উন্নতি নহলেও অক্টোবৰ মাহৰ শেষ ভাগত হঠাৎ কলিকতালৈ ঘূৰি আহিল। মঠৰ গুৰুভক্ত আৰু শিষ্যসকলে স্বামীজীক দেখি আনন্দিত হব নোৱাৰিলে। তথাপিও স্বামীজীয়ে মঠত আকৌ সেই আগৰ দৰে ধৰ্ম্মালোচনা, ব্যাখ্যা, প্ৰশ্নোত্তৰ চলিল। মঠবাসী সন্ন্যাসীসকলৰ আদৰ্শ জীৱন গঠনৰ সৰ্ব্বপ্ৰকাৰ চেষ্টা কৰিবলৈ ধৰিলে। নিজৰ শৰীৰৰ প্ৰতি কোনো লক্ষ্য নাই। অৱস্থাৰ পৰিবৰ্ত্তনৰ লগে লগে মঠ পৰিচালনাৰ নতুন নিয়মাৱলী প্ৰণয়ণ কৰি পঢ়াশুনা আৰু সাধনাৰ কাৰণে বেলেগ বেলেগ সময় নিৰ্দ্দিষ্ট কৰি দিলে।

এই সময়তে স্বামীজীয়ে তেখেতৰ জীৱনৰ অন্যতম প্ৰধান কামলৈ বিশেষ মন দিলে, কাৰণ তেখেতে নিজৰ শৰীৰৰ অৱস্থাৰ পৰা বুজিছিল যে তেখেতৰ জীৱনকাল প্ৰায় শেষ হৈ আহিছে। গতিকে প্ৰাৰব্ধ কাৰ্য্য যিমান পাৰি শীঘ্ৰে শেষ কৰিব লাগে।

স্বামীজীৰ ইচ্ছা সুদৃঢ় ভিত্তিত মঠ স্থাপিত হব লাগে। তাতে তেখেতৰ শ্ৰীগুৰুদেৱ পৰমহংসদেৱৰ পবিত্ৰ চিতাভস্ম স্থাপিত হৈ সেয়েই শিক্ষাৰ জ্ঞান বিস্তাৰৰ এটা কেন্দ্ৰ হব। সেই কেন্দ্ৰৰ পৰাই সকলো ঠাইলৈকে প্ৰচাৰকসকলে জ্ঞানৰ নিৰ্মল পোহৰ বহন কৰি লৈ যাব আৰু সেই কেন্দ্ৰতেই সেৱকসকলৰ জীৱন গঠিত হৈ পৃথিৱীৰ ঠায়ে ঠায়ে আশ্ৰম স্থাপিত হৈ আৰ্ত্ত, পীড়িতজনৰ সেৱা-কাৰ্য্য পৰিচালিত হব। জড়তাগ্ৰস্ত, মোহগ্ৰস্ত ভাৰত আকৌ ইয়াৰ প্ৰভাৱতে জাগি উঠিব।

মঠৰ কাৰণে আগতে কোৱা হৈছে যে নীলাম্বৰ বাবুৰ বাগানৰ সীমাতে প্ৰায় ২২ বিঘা মাটি কিনি থোৱা আছিল। এই মাটি কিনিবলৈ কেইবা হাজাৰো টকা লাগিছিল আৰু সেই টকাটো দিছিল স্বামীজীৰ আমেৰিকাৰ শিষ্যা মিচ্ হেনৰিয়েটা মুলাৰে। এতিয়া এই মাটিত যি দুই এটা ঘৰ আছে সেই ঘৰৰ সংস্কাৰ কাৰ্য্য হব লাগে। নতুনকৈ 'আত্মাৰামৰ', মঠৰ কাৰণে সন্ন্যাসীসকলৰ বাসোপযোগী দুমহলীয়া ঘৰ প্ৰভৃতি কৰিব পাৰিলেই আগৰ ভাড়াটিয়া ঘৰৰ পৰা মঠ ইয়ালৈ আনিব পৰা যায়। এতদৰ্থে স্থান নিৰূপণৰ বাবে সেই বছৰৰ নৱেম্বৰ মাহত শ্ৰীশ্ৰীকালী পূজাৰ দিনা বাগবাজাৰৰ পৰা শ্ৰীশ্ৰীসাৰদেশ্বৰী মা নিজে আহি ঠাই চালে। তাতে পূজা আৰু ভোগ আদিৰো বিস্তৃত আয়োজন হৈছিল। সকলো সাধু সেই অনুষ্ঠানত উপস্থিত থাকি উৎসৱৰ কাৰ্য্য শেষ কৰিছিল। এই দিনাই ভাটী বেলা বাগবাজাৰত ছিষ্টাৰ নিবেদিতাৰ বিদ্যালয়

স্থাপিত হৈছিল। শ্ৰীশ্ৰীমাই অশেষ কল্যাণৰ কাৰণে আশীৰ্বাদ দিলে। এতিয়াৰ পৰা চিষ্টাৰ নিবেদিতাৰ বিদ্যালয় নিয়মিতৰূপে চলিবলৈ ধৰিলে আৰু তাতেই এই মহিয়সী মহিলাই কৰ্মশক্তি নিয়োগ কৰিলে।

৭

ডিচেম্বৰ মাহৰ ৯ তাৰিখে মঠ স্থাপনৰ দিন ধাৰ্য্য হ'ল। সেই দিনা পুৱাতে স্বামীজীয়ে গঙ্গাস্নান কৰি নিত্য পূজা আৰু ধ্যানাদি শেষ কৰি পূজাস্থানলৈ গ'ল। নিজে দাহিন কান্ধত পৰমহংসদেৱৰ চিতাভস্মৰ তাম্ৰপাত্ৰটি লৈ শঙ্খ ঘণ্টা বজাই গঙ্গাৰ পাৰে পাৰে নীলাম্বৰ বাবুৰ বাগানৰ পৰা মঠৰ নতুন ঠাইলৈ অনা হ'ল। পবিত্ৰ আসনত সেই 'কলহ' স্থাপন পূৰ্বক সকলোৱেই প্ৰণাম কৰিলে। তাৰ পিচত নিয়মিতৰূপে পূজা, হোমৰ পিচত স্বামীজীয়ে নিজ হাতে সিদ্ধ কৰা পায়সান্ন ভোগ নিবেদন কৰাৰ পিচত নিমন্ত্ৰিত ভক্তসকলক সম্বোধন কৰি স্বামীজীয়ে ক'লে "আপোনালোকে আজি কায়মনোবাক্যে 'ঠাকুৰৰ'* শ্ৰীপাদপদ্মত প্ৰাৰ্থনা কৰক যেন আজিৰ পৰা এই যুগাৱতাৰ মহাপুৰুষ বহুজন হিতায় বহুজন সুখায় এই পুণ্যক্ষেত্ৰত অৱস্থান কৰে আৰু ইয়াকেই যেন সৰ্বধৰ্মৰ অপূৰ্ব সমন্বয়ৰ কেন্দ্ৰ কৰি ৰাখে।" সকলোৱে থিয় হৈ প্ৰাৰ্থনা কৰাৰ পিচত সাষ্টাঙ্গে প্ৰণিপাত কৰিলে।

আনুষ্ঠানিক কাৰ্য্য শেষ হ'ল। তাম্ৰকলহটি আকৌ নীলাম্বৰ বাবুৰ বাগানৰ মঠলৈ নিয়া হ'ল। স্বামীজীয়ে সমাগত ভক্তসকলক ক'লে "'ঠাকুৰৰ' ইচ্ছাত আজি তেখেতৰ নামে এই ধৰ্মক্ষেত্ৰৰ

* এই শব্দৰে পৰমহংসদেৱক বুজাইছিল। ৰামকৃষ্ণপন্থী সন্ন্যাসীসকলে ঠাকুৰ বুলি সম্বোধন কৰাত সকলোৱে সেই শব্দকে ব্যাপক প্ৰয়োগ কৰে।

প্ৰতিষ্ঠা কৰা হল। বাৰ বছৰৰ পৰা কৰি থকা চিন্তাৰ পৰা আজি যেন ৰক্ষা পৰিলোঁ। মোৰ মনত ধাৰণা হৈছে এই মঠ সমগ্ৰ পৃথিৱীৰ বিদ্যা আৰু সাধনাৰ কেন্দ্ৰস্থান হ'ব। ইয়াত সকলো মতৰ আৰু সকলো ভাবৰ সামঞ্জস্য থাকিব। ইয়াৰ পৰাই মহাসমন্বয়ৰ বিমল জ্যোতি উদ্ভাসিত হৈ গোটেই জগত প্লাবিত কৰিব। এই মঠৰ চাৰিওফালে গৃহী ভক্তসকলৰ ঘৰ-বাৰী হ'ব। আৰু মঠৰ দক্ষিণ ফালৰ ঠাইডোখৰত ইংলণ্ড আৰু আমেৰিকাৰ পৰা অহা ভক্তসকলৰ থাকিবৰ ঘৰ হ'ব।"

এই বছৰৰ এপ্ৰিল মাহৰ পৰাই মঠৰ ঘৰ কৰোৱাৰ কাৰ্য্য আৰম্ভ হল। মিচেচ ওলিবুলেও এই কাৰ্য্যৰ সহায়তাৰ বাবে চান্দা তুলি কিছু টকা পঠাইছিল। স্বামীজীয়ে লণ্ডনৰ পৰা অনা টকাৰেই মঠৰ লাগতিয়াল ঘৰবিলাক আৰু মন্দিৰ তৈয়াৰী হৈছিল। সকলোখিনি কাম শেষ কৰিবলৈ একলাখৰ কিছু বেছি টকা লাগিছিল। ১৮৯৯ চনত হে নীলাম্বৰ বাবুৰ বাগানৰ পৰা "বেলুড় মঠলৈ" মঠ স্থানান্তৰিত হৈছিল। সাধুসকলৰ সেৱাৰ বাবেও আমেৰিকাৰ শিষ্যসকলৰ পৰা যথেষ্ট আৰ্থিক সাহায্য পোৱা হৈছিল।

লিখা বাহুল্য আজিৰ 'বেলুড় মঠ' দেখি স্বামীজীৰ সেই কথাটিলৈ মনত পৰে—তেখেতে কৈছিল "মই মাথোন আৰম্ভ কৰি গলো। তইতে দেখিবি ইয়াৰ পিচত আৰু কত কি হয়।" সঁচাকৈয়ে তাত এতিয়া স্বামী বিবেকানন্দৰ মন্দিৰ, শ্ৰীশ্ৰীমাৰ মন্দিৰ, স্বামী ব্ৰহ্মানন্দৰ মন্দিৰৰ উপৰিও ঠাকুৰৰ অতি মন্দিৰ নিৰ্ম্মাণৰ ব্যয়েই হৈছে ন লক্ষ টকাৰ ওপৰ। এতিয়া আকৌ ডাক্তাৰখানাৰ উপৰিও ছাত্ৰ শিক্ষাৰ বাবে এটি কলেজো স্থাপিত হৈছে।"

# আকৌ সমুদ্ৰ যাত্ৰা।

স্বামীজীৰ চিৰকালৰ পৰা আকাংক্ষিত মঠ বেলুড়ত নিজা মাটিত স্থাপিত হলেও তেখেতৰ কৰ্ত্তব্যৰ অন্ত পৰা নাছিল। মঠলৈ নিতে নতুন কৰ্ম্মীসকল আহিবলৈ ধৰিলে। সেই সকলক যোগ্যতা অনুযায়ী বিভাগ কৰি স্বকীয় স্বকীয় কৰ্ম্মপদ্ধতিৰে তেওঁবিলাকক লোকসেৱক ৰূপে গঢ়ি তুলিবলৈ স্বামীজীয়ে মনোযোগ দিব লগাত পৰিছিল। শৰীৰৰ অসুস্থতাৰ কাৰণে স্বামীজীয়ে কেতিয়াও দৈনিক কাৰ্য্যলৈ অৱহেলা কৰা নাই। বৰং চিকিৎসক সকলৰ উপদেশ পৰ্য্যন্ত আওকাণ কৰি সমাগত লোকসকলক উপদেশ, সময়মতে কাৰো কাৰো লগত আলোচনা, আশ্ৰমাদি পৰিচালনাৰ নিৰ্দ্দেশ, দেশ-বিদেশৰ পৰা অহা পত্ৰাদিৰ প্ৰত্যুত্তৰ দিয়া গোটেই জীৱন কালতে চলি আছিল।

মঠ স্থাপনৰ পিচৰ পৰাই মাজে মাজে শিষ্য আৰু ভক্তসকলক মঠৰ আৰু সন্ন্যাস জীৱনৰ আদৰ্শ সম্বন্ধে উপদেশ দিছিল। তেখেতে কৈছিল "আমাৰ দেশত কোনো কাম কৰা সম্ভৱ নহয়। কাৰণ ইয়াত সকলো মানুহেই হুকুম চলাবলৈ বিচাৰে, কোনেও কাকো মানিব নোখোজে। তোমালোকে জানিবা হুকুম দিয়াতকৈ মনাত হে মহত্ব বেছি। যোমালোকে হুকুম মানিবলৈ শিকিবা।"

বিশ্বাস সম্বন্ধে কওঁতে কৈছিল—"জগতৰ ইতিহাস হৈছে কিছুমান আত্মশক্তিত বিশ্বাসবান মানুহৰ ইতিহাস। বিশ্বাসেই অন্তৰৰ দৈৱী শক্তি জগাই তোলে। বিশ্বাসৰ বলেৰে মানুহে সিংহকে বশ বাধ্য কৰিব পাৰে। মানুহে যেতিয়া অনন্ত শক্তি

বিকাশৰ শক্তি বৰ্জ্জন কৰে তেতিয়াই অকৃতকাৰ্য্য হয়। যি মুহূৰ্ত্তে এটা জাতি বা মানুহে নিজৰ ওপৰত বিশ্বাস হেৰুৱায় তেতিয়াই সেই জাতি বা মানুহ মৰে। প্ৰথমতে আত্মশক্তিত বিশ্বাস কৰা, তাৰ পিচতহে ভগবানত বিশ্বাস। এমুঠি শক্তিমান মানুহেই জগতখন টলমল কৰি পেলাব পাৰে। আমাক লাগে অনুভৱ কৰিব পৰা হৃদয়, চিন্তা কৰিবৰ মগজু আৰু কাম কৰিবৰ হাত।"

মঠৰ কাৰ্য্য কোনভাবে পৰিচালিত হব লাগে সেই সম্পৰ্কে কওঁতে কৈছিল "মঠৰ ওপৰত গৃহীসকলৰ কোনো কৰ্ত্তৃত্ব নচলিব। সন্ন্যাসীসকলেও কোনো ধনীৰ লগত কোনো সম্পৰ্ক নাৰাখিব। বৰং দুখীয়াসকলৰ লগতহে তেওঁবিলাকৰ সম্পৰ্ক থকা উচিত। দুখীয়াসকলক যত্ন কৰিবা, ভাল পাবা আৰু তেওঁবিলাকৰ ভালৰ কাৰণে যথাসাধ্য চেষ্টা কৰিবা। আমাৰ দেশৰ মঠ-মন্দিৰবিলাক ধনী সম্প্ৰদায়ৰ অনুগ্ৰহৰ ওপৰতে নিৰ্ভৰ কৰা বাবে ধ্বংস হৈ গৈছে। প্ৰকৃত সন্ন্যাসী কেতিয়াও ধনী সম্প্ৰদায়ৰ চাৰিসীমালৈকে নাযায়। সিও একপ্ৰকাৰ বেশ্যাবৃত্তি। কাম-কাঞ্চনৰ দাস কাম-কাঞ্চন ত্যাগীৰ প্ৰকৃত শিষ্য কেনেকৈ হব পাৰে?"

সন্ন্যাস জীৱনৰ গুৰুত্ব আৰু সন্ন্যাসীসকলৰ কৰ্ত্তব্য সম্বন্ধে স্বামীজীয়ে কৈছিল "ব্ৰহ্মচৰ্য্য প্ৰতি শিৰে শিৰে জুইৰ ফিৰিঙতিৰ দৰে জ্বলিব। আদৰ্শ হব জীৱনৰ "আত্মনঃ মোক্ষাৰ্থং জগদ্ধিতায়চ" তেখেতে কৈছিল—'সন্ন্যাস মানে বিশ্বৰ কল্যাণৰ কাৰণে ব্যক্তিগত স্বাৰ্থ ত্যাগ কৰোঁতে কৰোঁতে সাধুক অন্তৰৰ ভিতৰত হেৰুৱাই পেলোৱা। সন্ন্যাসীৰ যাতে মৃত্যু ভয় নাথাকে, মৃত্যু ভয় থাকিব গৃহী আদিৰ। সন্ন্যাসীৰ আদি অৱস্থাত কঠোৰ তপস্যা, আত্মনিগ্ৰহ আৰু ধ্যান ধাৰণা প্ৰয়োজন আৰু প্ৰয়োজন প্ৰথমতে নিয়ম মানি আচাৰ নিষ্ঠা মানি চলা গুৰুৰ শাসনাধীনত থাকি। সন্ন্যাস আড়ম্বৰ

নামত কেলেঙ্কাৰি কৰাতকৈ তাক ত্যাগ কৰি অন্য আশ্রম গ্রহণ কৰাও শ্রেয়ঃ— তাত লাজ কৰিবৰ একো নাই।"

মঠ স্থাপনৰ পিছত এদিন সাধু নাগ মহাশয় স্বামীজীক দৰ্শন কৰিবলৈ আহিল। সেই সময়ত স্বামীজীয়ে মঠৰ ব্রহ্মচাৰীসকলক বেদান্ত পঢ়াই আছিল। নাগ মহাশয় অহা দেখি তৎক্ষণাৎ পঢ়োৱা বন্ধ কৰিলে আৰু ব্রহ্মচাৰীসকলক কলে তোমালোকেও নাগ মহাশয়ক দৰ্শন কৰা। এওঁহে গৃহস্থ সঁচা কিন্তু জগৎখন আছে নে নাই সেই বোধ নাই। সদায় ভগৱৎ ভাবত বিভোৰ হৈ থাকে। এওঁৰ দৰে ভক্ত পৃথিৱীত অতি দুৰ্লভ। নাগ মহাশয়ৰ সম্বন্ধে স্বামীজীয়ে আন সময়ত কৈছিল "পৃথিৱীৰ বহু ঠাই ভ্রমণ কৰিলো কিন্তু নাগ মহাশয়ৰ দৰে মহাপুৰুষ কতো দেখা নাপালো। তেওঁৰ দৰে নিষ্কাম আৰু ঈশ্বৰৰ পাদপদ্মত সম্পূর্ণৰূপে আত্মনিবেদন কৰা পুৰুষ পোৱা নাযায়। পৰমহংসদেৱক প্রথমতে দক্ষিণেশ্বৰত সাক্ষাৎ কৰিলেই আত্মসমৰ্পণ নিৰ্ভৰতাৰ পৰ্য্যন্ত যাই পৌঁছিছিল। তেওঁৰ ঠাকুৰৰ পিছত নিৰাহাৰে থকাত স্বামীজীৰ অনুৰোধত পৰিণত (আহাৰ কৰিবলৈ কোৱাত) কৈছিল "যি দেহটোৰ ভগৱান স্পৰ্শ নকৰিলে সেই দেহক আকৌ আহাৰ যোগাম নে?"

নাগ মহাশয়ক স্বামীজীয়ে অতিশয় শ্রদ্ধা কৰিছিল। কোৱা বাহুল্য নাগ মহাশয়েও স্বামীজীক সাক্ষাৎ শিৱ জ্ঞানেৰে ভক্তি কৰিছিল—বিশেষতঃ পৰমহংসদেৱৰ প্রিয় শিষ্য সন্তান কাৰণে। সেই ভাবেৰেই ভৰপুৰ ভাবুকে নিজ দেশ পূৰ্ব্ববঙ্গৰ পৰা স্বামীজীক এবাৰ সাক্ষাৎ কৰি ধন্য হৈ যাবলৈকে মঠলৈ আহিছিল। আন আন কথা-বাৰ্তাৰ পিছত স্বামীজীয়ে নাগ মহাশয়ক সুধিলে এই যে মঠ আশ্রম পাতিছোঁ, আপুনি এইটো কেনে দেখে?

ঠিক হৈছে নে? নাগ মহাশয়ে উত্তৰ কৰিলে "মই অতি ক্ষুদ্ৰ! মই আপোনাৰ কাৰ্য্য কি বুজিম? তথাপি মই এইটো নিশ্চয়কৈ জানো আপুনি যি কৰিব তাত জগতৰ মঙ্গল হবই হব।"

প্ৰসাদ আদি দিয়াৰ পিছত বিদায়ৰ আগতে স্বামীজীয়ে কলে "নাগ মহাশয় মই আপোনাৰ ঘৰলৈ যাম।" অতি বিনয় সহকাৰে নাগমহাশয়ে উত্তৰ কৰিলে "অহো তেনে ভাগ্য আমাৰ হব নে? আমাৰ দেশ যে তেতিয়া হলে কাশী হৈ যাব।"

স্বামীজীৰ উদাৰতা সম্বন্ধে এই ঘটনাই এটা প্ৰকৃষ্ট প্ৰমাণ। তেখেতৰ দৰে এজন আদৰ্শ সন্ন্যাসীয়েও প্ৰকৃত গৃহীৰ পৰা মঠ সম্বন্ধে আশীৰ্ব্বাদ যাচ্ঞা কৰিছিল। মহতেই হে মহত্তৰ মোল বুজে। এই সময়তে স্বামী ত্ৰিগুণাতীতৰ যত্নত বাগবাজাৰৰ পৰা "উদ্বোধন" নামে এখন বছেৰেকীয়া আলোচনী কাকত প্ৰকাশিত হয়। নিজা ছাপাখানাতেই পত্ৰিকা ছপোৱা হৈছিল। তাৰ সম্পাদনৰ ভাৰো স্বামীজীয়ে সেই স্বামী ত্ৰিগুণাতীতৰ ওপৰতে দিয়ে আৰু পৰিচালনা সম্পৰ্কে নিয়ম আৰু নীতি নিৰ্দ্দেশ কৰি দিয়ে। মঠৰ আদৰ্শবাদ প্ৰচাৰৰ বাবে এনে আলোচনী কাকতৰ আৱশ্যকতা স্বামীজীয়ে সদায় অনুভৱ কৰিছিল কাৰণেই তাক সমৰ্থন কৰিছিল।

স্বামীজীৰ ৰোগ এই সময়তে বৰকৈ বৃদ্ধি পাইছিল। তেখেতে লগত গুৰুভকত এজনক লৈ কিছুদিনৰ কাৰণে বৈদ্যনাথলৈ গল। তাতো ৰোগৰ উপশম নহল। উশাহ লওঁতে ইমান অসহ্য কষ্ট হয় যে ৰাতি প্ৰায়েই বহি থাকিব লগাত পৰে। ইয়াৰ পিচত তেখেত কলিকতালৈ অহাত চিকিৎসক, গৃহীভক্ত আৰু বন্ধু-বান্ধৱ-সকলে আকৌ সমুদ্ৰ যাত্ৰা কৰিলে স্বামীজীৰ ৰোগ সম্পূৰ্ণ আৰোগ্য হবৰ আশা কৰি তাৰ দিহা কৰিবলৈ তেখেতৰ অনুমতি প্ৰাৰ্থনা

কৰিলে। ইফালে ইউৰোপ আৰু আমেৰিকাৰ কৰ্মী, শিষ্য আৰু অনুৰাগী ভক্তসকলেও সদায় আৰু এবাৰ সেই সেই দেশলৈ যাবলৈ অনুৰোধ কৰি চিঠিৰ ওপৰত চিঠি ইতিমধ্যে দিয়েই আছিল। গতিকে স্বামীজী সন্মত হল আৰু সমুদ্ৰ যাত্ৰাৰ সকলো যোগাৰ হবলৈ ধৰিলে। আলোচনা কৰি স্থিৰ হল যে স্বামী তুৰীয়ানন্দ স্বামীজীৰ লগত যাব। এনে অৱস্থাত বিদেশলৈ তেখেতক অকলে পঠাব নোৱাৰি। বালিকা স্কুলৰ কাৰ্য্য সংক্ৰান্ত প্ৰয়োজনত ভগিনী নিবেদিতাও ইংলণ্ডলৈ যাবলৈ ঠিক হৈ আছিল। এতিয়া তেখেতো স্বামীজীৰ লগতে যাবলৈ ওলাল। যোৱাৰ এমাহমান আগৰে পৰা মঠলৈ দৰ্শক আৰু ভক্তসকল আহিবলৈ ধৰিলে। স্বামীজীয়েও শিষ্যসকলৰ লগত ধৰ্ম্ম চৰ্চ্চা আৰু স্বদেশৰ উন্নতিৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। নিজৰ ৰোগলৈ স্বামীজীৰ কেতিয়াও মনত নাছিল।

যি জাহাজত স্বামীজীয়ে সমুদ্ৰ যাত্ৰা কৰিব সেই জাহাজ প্ৰিন্সেপস্ ঘাটৰ পৰা ২০ তাৰিখে সন্ধ্যা সময়ত এৰিবৰ কথা। সেই কাৰণে আগ দিনা ৰাতি মঠৰ ডেকা ব্ৰহ্মচাৰীসকলে গোট খাই স্বামীজীক অভিনন্দন এখন দি বিদায় সম্বৰ্দ্ধনা জনালে। উপৰন্তু স্বামীজীয়ে শিষ্যসকলক যি মনোজ্ঞ উপদেশ দিছিল তাৰ সাৰ মৰ্ম্ম ইয়াত দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। স্বামীজীয়ে কৈছিল, "সন্ন্যাসীয়ে মৃত্যুক ভয় নকৰিব। পৰৰ কাৰণে নিজৰ জীৱন তুচ্ছ কৰিব। সংসাৰী মানুহে জীয়াই থাকিবলৈ ভাল পায়, কিন্তু সন্ন্যাসীয়ে ভাল পাব লাগিব মৃত্যু। আহাৰৰ দ্বাৰা শৰীৰৰ পুষ্টি সাধন কৰি কি লাভ যদি তাক পৰৰ কল্যাণৰ কাৰণে উৎসৰ্গ কৰিব নোৱাৰোঁ। সেইদৰে পঢ়ি-শুনি মনৰ পুষ্টি সাধনৰেই বা লাভ কি যদি পৰৰ কল্যাণৰ কাৰণে তাক নিয়োজিত কৰিব নোৱাৰি। সমগ্ৰ জগৎ এক অখণ্ড সত্তা স্বৰূপ—তুমি যই তাৰে এটা নগণ্য

অংশ মাথোন। গতিকে সৰু এই আমিত্ব নবচাই তোমাৰ কোটী কোটী ভাইহঁতৰ সেৱা কৰাটো স্বাভাৱিক কৰ্ম, নকৰাটোহে অস্বাভাৱিক। উপনিষদৰ সেই মহতী বাণী মনত নাই নে?

সৰ্ব্বতঃ পাণিপাদং তৎ সৰ্ব্বতোঽক্ষিশিৰোমুখম্।
সৰ্ব্বতঃ শ্ৰুতিমল্লোকে সৰ্ব্বমাবৃত্য তিষ্ঠতি॥

মৰিবই যেতিয়া লাগিব মৰাতকৈ ধ্ৰুৱসত্য আন একো নাই যেতিয়া, কোনো মহৎ উদ্দেশ্যে দেহপাত কৰাই শ্ৰেয়ঃ নহয় নে? মৃত্যুতেই স্বৰ্গ, মৃত্যুতে সকলো কল্যাণ নিহিত আছে তাৰ বিপৰীত বস্তুতহে সকলো অকল্যাণ আৰু আসুৰিক ভাৱ নিহিত। তাৰ পিছত কথা 'মঠৰ আদৰ্শ কেনেকৈ কাৰ্য্যত পৰিণত কৰিব পাৰি তাৰ উপায় চিন্তা কৰিব লাগে। কামত পটাৰ নোৱাৰা এটা আদৰ্শ লৈ লাভ কি? জৈন আৰু বৌদ্ধ ধৰ্ম্মৰ সংস্কাৰক-সকলে আদৰ্শবাদৰ উচ্চতাৰ কাৰণে শেষত কোনো কামত নলগা হল। সন্ন্যাস ললতে সেই ধৰ্ম্ম যেন অচল হল। × × × সকলো সময়তে সকলো কামৰ কাৰণে প্ৰস্তুত থাকিব লাগিব— এতিয়াই ধ্যান ধাৰণাত বহিলা, পিছ মুহূৰ্ত্ততে উঠি হয়তো তোমাৰ বাগিচাত কাম কৰিবলৈ যাব লগা হল। কামৰ ভিতৰত উচ্চ-নীচ শ্ৰেণী নামানিবা। এনে কি প্ৰয়োজন হলে পায়খানা চাফ কৰিবলৈকো প্ৰস্তুত থাকিবা। এতিয়াই হয়তো শাস্ত্ৰৰ জটিল প্ৰশ্নৰ মীমাংসাত মগ্ন আছিলা, তাৰ পিছতে বাৰীৰ শাক-পাচলি মূৰত লৈ বজাৰত বেচিবলৈ গলা। সদায় মনত ৰাখিবা মঠৰ উদ্দেশ্য আদৰ্শ মানুহ গঢ়ি তোলা। আগৰ কালৰ ঋষি-সকল এতিয়া নাই, অকল গুহাত বহি ধ্যান কৰি দেহপাত কৰিবৰ কাল আজি নহয়। তোমালোকে এই নতুন যুগৰ ঋষি হব লাগিব। নিজৰ কল্যাণ পৰিত্যাগ কৰি পৰৰ কাৰণে অজ্ঞান

বদনে নিজৰ প্ৰাণ বলি দিব লাগিব। সেয়েই প্ৰকৃত মানুহ যি শক্তিমান হৈয়ো প্ৰাণটো যাৰ মাইকী মানুহৰ দৰে কোমল; পূৰ্ণমাত্ৰায় স্বাধীনতাপ্ৰিয়, অথচ অধ্যক্ষৰ আদেশত নিশ্চিত মৃত্যুৰ আগত থিয় হবলৈকো অকম্পিত হৃদয়। আমাৰ দেশত অলপ কথাতে দল বা সম্প্ৰদায় সৃষ্টি কৰা স্বভাব। তোমালোকে তেনেবোৰ কথাত নাথাকিবা। সদায় অধ্যক্ষৰ হুকুমত চলিবা। যি অবাধ্য হব তেনেজনক মমতা নেৰাখি ইয়াৰ পৰা খেদাই দিবা। বিশ্বাসঘাতক যেন কোনো ইয়াত ন থাকে। বায়ুৰ দৰে অবাধগতি মুক্ত হবা কিন্তু কুকুৰৰ দৰে নম্ৰ আৰু আজ্ঞাবহ হবা।"

পিচদিনা দুপৰীয়া স্বামীজী, স্বামী তুৰীয়ানন্দ আৰু আন দুই চাৰিজন ভক্তৰে সৈতে শ্ৰীশ্ৰীমাৰ ওচৰলৈ গৈ তাতে প্ৰসাদ গ্ৰহণ কৰিলে আৰু আবেলি আশীৰ্বাদ গ্ৰহণ কৰি জাহাজলৈ ৰাওনা হল। ঘাটতো স্বামীজীক আৰু চিষ্টাৰ নিবেদিতাক বিদায় দিবলৈ বহুতো ভক্ত সমাগত হৈছিল। সকলোৰে ভাবাক্ৰান্ত হৃদয়ৰ আবেগপূৰ্ণ দৃশ্যৰ মাজত সশিষ্যে স্বামীজীয়ে কিছু দিনলৈ বিদায় ললে।

চাৰি দিনৰ পিচত জাহাজ গৈ মাদ্ৰাজ বন্দৰত লাগিল। ইতিপূৰ্বে মাদ্ৰাজলৈ স্বামীজীৰ যাত্ৰাৰ বিষয় জনোৱা থকাত স্বামীজীক দৰ্শন কৰিবলৈ ঘাটত বহুতো লোক সমাগম হৈছিল। সকলোৰেই জয়ধ্বনিৰে স্বামীজীৰ কল্যাণ প্ৰাৰ্থনা কৰিছিল। "ব্ৰহ্মবাদিন" নামৰ পাত্ৰিকা এখন পৰিচালনা কৰিবলৈ উপদেশ পাবলৈ আলাসিঙ্গা পেৰুমলে কলম্বোলৈকে টিকট লৈ স্বামীজীৰ লগতে গল। জাহাজ কলম্বো পাওঁতে তাতো বহুতো পুৰণি বন্ধুৱে স্বামীজীক দেখা কৰিলে। প্লেগৰ হেতুকে ইয়াত নামিবলৈ হুকুম দিয়াও নাছিল,

হিগিনৰ "বৌদ্ধ বালিকা বিদ্যালয়" আৰু কাউণ্টেচ কনোভাৰাৰ 'স্ত্ৰীমঠ' পৰিদৰ্শন কৰিলে। বতাহৰ প্ৰাবল্য থকাত কলম্বোৰ পৰা জাহাজ এবাৰ পিচত মাৰ্চেলিছ হৈ লণ্ডন পাবলৈ নিৰূপিত দিনতকৈও অলপ সৰহ দিন লাগিল আৰু ৩১ জুলাই তাৰিখে স্বামীজী লণ্ডন পালেগৈ। তেখেতৰ বহুতো বন্ধু, শিষ্য ভকত সাক্ষাৎ কৰিবলৈ উপস্থিত আছিল। তাৰ ভিতৰত চুগৰাকী আমেৰিকাৰ মহিলাক দেখা পাই স্বামীজী আচৰিত হৈছিল। বাতৰি কাকতৰ যোগে স্বামীজী লণ্ডনলৈ অহা খবৰ পাই তেখেতৰ স্বাস্থ্যহানি হৈছে বুলিও জানি উদ্বিগ্ন হৈ তাতে তেখেতক দেখা পাবলৈ ইমান দূৰৰ পৰা (ডেট্ৰয়েটৰ পৰা) আহিছে। যেনে নিস্বাৰ্থ ভক্তিৰ আকৰ্ষণ!

ভাৰতবৰ্ষৰ পৰা লণ্ডন পাবলৈ এইবাৰ প্ৰায় দেড়মাহ সময় লাগিছিল। জাহাজতে স্বামীজীয়ে ভাৰতৰ ধৰ্ম, দৰ্শন, সাহিত্য মহাপুৰুষসকলৰ ইতিহাস আৰু মানৱ সভ্যতা সম্বন্ধে বহুতো আলোচনা কৰিছিল। সেই বিলাকৰ কিছু আলোচনা চিষ্টাৰ নিবেদিতাৰ 'The master as I saw him' নামক কিতাপত সন্নিবেশ কৰা আছে। ভ্ৰমণৰ বিবৰণ "উদ্বোধন" পত্ৰিকাতো ধাৰাবাহিক ভাবে প্ৰকাশিত হৈছিল। সম্প্ৰতি সেইবোৰ একেলগ কৰি "পৰিব্ৰাজক" নামে পুস্তিকাকাৰে প্ৰকাশ কৰা হৈছে।

লণ্ডনত এই যাত্ৰাত ১৬ দিন আছিল যদিও ইয়াত কতো প্ৰকাশ্য সভাত বক্তৃতা দিয়া নাছিল। বন্ধু-বান্ধৱ আৰু শিষ্য-সকলৰে সৈতে নানা বিষয়ে বহু আলোচনা মাথোন কৰিছিল। ইয়াৰ পিচত আমেৰিকাৰ পৰা ক্ৰমাগত আহ্বান অহাত স্বামীজীয়ে লগত স্বামী তুৰীয়ানন্দ আৰু আমেৰিকান শিষ্যসকলক লৈ নিউইয়ৰ্ক বুলি যাওনা হল। কাৰ্য্যবশতঃ নিবেদিতা জোতৰা

লণ্ডনতে থাকি তেখেতৰ বিদ্যালয়ৰ সাহায্যৰ কাৰণে চেষ্টাত থাকিল।

স্বামীজী নিউইয়র্কলৈ আহিল কিন্তু চহৰত নাথাকি এক শিষ্যাৰ পাৰ্ব্বত্য শান্তি নিবাসত থাকি, দুসপ্তাহ সম্পূৰ্ণ বিশ্ৰাম ললে। দুসপ্তাহৰ পিচত নিবেদিতাও আহি তাতে লগ ললে। ভক্ত আৰু স্বামীজীৰ অনুৰাগী শিষ্যসকলৰ আগ্ৰহ দলিয়াই পেলাব নোৱাৰি তাত প্ৰথমে বাৰুহুৰা বক্তৃতা দিয়ে। ইয়াৰ পিচতে "বেদান্ত হল" এটা স্থাপন কৰে যাতে গোটেই আমেৰিকা-বাসীয়ে তাৰ পৰাই বেদান্ত দৰ্শন বিষয়ক শিক্ষা লাভ কৰিব পাৰে। স্বামী অভেদানন্দ আমেৰিকাত থাকি স্বামীজীৰ যোগ্য গুৰুভকত হিচাবে কৃতকাৰ্য্যভাৱে, প্ৰচাৰ কাৰ্য্য চলাই আছিল। তেখেতেও আমেৰিকাবাসীৰ আগত হিন্দুধৰ্ম্ম আৰু দৰ্শনশাস্ত্ৰৰ অকাট্য যুক্তিপূৰ্ণ বিশ্লেষণ প্ৰণালীৰে শ্ৰেষ্ঠত্ব আৰু উপযোগিতা প্ৰতিপাদন কৰিছিল। স্বামী তুৰীয়ানন্দও মনে মান থকা নাছিল। স্বামীজীৰ নিৰ্দ্দেশত তেখেতৰ আন আন ভক্তসকলৰ সহযোগিতাত নিউইয়ৰ্কৰ ওচৰা ওচৰি ঠাইত প্ৰচাৰ কাৰ্য্য চলাই আছিল।

স্বামীজী এতিয়া কালিফৰ্ণিয়ালৈ আহিবলৈ ইচ্ছা কৰিলে কেইবাজনো শিষ্যৰ আহ্বানত। বাটত বহুতো পুৰণি বন্ধু আৰু গুণগ্ৰাহী বিশিষ্টলোকৰ আহ্বানত চিকাগোত নামিল। তাত বাৰুহুৰা ভাবে স্বামীজীক অভিনন্দন জনালে আৰু স্বাস্থ্যৰ উন্নতিৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে। স্বামীজীয়েও সকলোকে ধন্যবাদ জ্ঞাপন কৰিলে আৰু অভিনন্দনৰ যথোচিত প্ৰত্যুত্তৰ দিলে। যি কেইদিন চিকাগোত আছিল সেই সময়ৰ ভিতৰতে ধাৰ বাৰ সহায়ত লোনতে ধৰ্ম্ম মহাসভাত যোগ দিয়বলৈ সমৰ্থ হৈছিল সকলোকে দেখা কৰি স্বামীজীয়ে এই সুযোগত কৃতজ্ঞতা জ্ঞাপন কৰিলে।

ইয়াৰ পৰাই স্বামীজী কালিফৰ্ণিয়ালৈ আহিল। ইয়াৰ বিভিন্ন ঠাইত স্বামীজীয়ে প্ৰায় ৭ মাহ কাল থাকে। নানা ঠাইৰ পৰা অহা আহ্বান আওকাণ কৰিব নোৱাৰি স্বামীজীয়ে আৰু বাজহুৱা বক্তৃতা দিবলৈ ধৰিলে। এই অঞ্চলৰ বক্তৃতাৰ সংখ্যাও কম নাছিল আৰু তাৰ পৰা যথেষ্ট ফলো পোৱা গৈছিল। বক্তৃতাৰ ফলত বহুতে স্বামীজীৰ শিষ্য হবলৈ সন্মত হৈছিল আৰু তেওঁবিলাকৰ নিয়মিত শিক্ষাৰ কাৰণে তাত পঢ়া শ্ৰেণী" খুলিছিল আৰু পোনতে স্বামীজীয়ে নিজে তাৰ পৰিচালনা কৰিছিল।

ৰাজধানী চেন ফ্ৰেঞ্চিচ্কোলৈ আহি স্বামীজীয়ে প্ৰচাৰ আৰম্ভ কৰে আৰু তাতো এটা "শ্ৰেণী" খুলিলে। ইয়াত সপ্তাহে তিনটাকৈ বক্তৃতা দি মুঠতে বেলেগ বেলেগ ঠাইত ৫০ টা বক্তৃতা দিয়ে। এই অঞ্চলত যিমান বক্তৃতা দিছিল স্বামীজীয়ে সিমান বক্তৃতা আন কোনো ঠাইত দিয়া নাছিল। ইয়াত থাইকৈ তিনটা শিক্ষা কেন্দ্ৰ খুলিছিল তিনি ঠাইত, যেনে চেন ফ্ৰেঞ্চিচ্কো, অকলেণ্ড আৰু আলামেডা। ইয়াৰ যাবতীয় কাৰ্য্য পৰিচালনাৰ ভাৰ দিলে স্বামী তুৰীয়ানন্দৰ ওপৰত।

কালিফৰ্ণিয়াত বেদান্ত প্ৰচাৰৰ কাম যেনে বেগেৰে আৰু পৰিশ্ৰমেৰে চলোৱা হৈছিল তাত তেনে স্থায়ী ফলো হৈছিল। স্বামীজীয়ে জুন মাহত কালিফৰ্ণিয়া ত্যাগ কৰিবৰ আগতে তেখেতৰ ভক্তিমতী শিষ্যা মিচ মিনি বুকে বেদান্ত শিক্ষাকেন্দ্ৰ আৰু সাধনালয় স্থাপনৰ কাৰণে ১৬০ একৰ মাটি দান কৰে। এই মাটি এটি পৰ্ব্বতৰ গাত লগা নিৰ্জ্জন ঠাই। লোকালয়ৰ পৰাও ১২ মাইল দূৰত। মানুহৰ যোগে স্বামীজীয়ে এই ঠাই চোৱালে। পছন্দ হোৱাত তাত আশ্ৰম স্থাপিত হল। স্বামীজীয়ে এই আশ্ৰমৰ নাম দিলে "শান্তি আশ্ৰম"। স্বামী তুৰীয়ানন্দ সেই আশ্ৰমলৈ ১২ জন

শিষ্যবে লৈতে আহি তাত দুমাহ বাস কৰিছিল। তেতিয়াৰ পৰা যেই কোনো পৰিচালকেই বছেৰেকত দুমাহ এই আশ্ৰমত থকাৰ নিয়ম আজিকোপতি প্ৰচলিত হৈ আছে।

কালিফৰ্ণিয়াত তেখেতৰ বক্তৃতাৰ ফল কেনে হৈছিল সেই সম্বন্ধে তাৰ এজন সংবাদ দাতাই "প্ৰবুদ্ধ ভাৰতত" এইদৰে এটি প্ৰবন্ধ লিখিছিল—"স্বামীজীৰ উপদেশ আমাৰ মনত বৰকৈ ভাল লাগিছে আৰু প্ৰভাব বিস্তাৰ কৰিছে। তেখেতৰ বাক্যতকৈও দৰ্শনহে আমাৰ পক্ষে বেছি মনোমুগ্ধকৰ। তেখেতৰ প্ৰকৃতি অতি সৰল আৰু নম্ৰ আৰু মাত গানৰ দৰে মিঠা। এনেকুৱা অকল লোকশিক্ষক বা দাৰ্শনিকেই নহয় কবিতাৰ দেশৰ পৰা অহা যেন এজন কবিহে। "ব্ৰহ্মবাদিন" পত্ৰিকাত লিখিছিল—"স্বামীজীৰ প্ৰচাৰিত ধৰ্ম ব্যাখ্যাৰ প্ৰতি ইয়াৰ সৰ্বসাধাৰণ মানুহৰ অনুৰাগ ক্ৰমে বাঢ়িহে গৈছে। × × আশা কৰা যায় এই উদ্দীপনা স্থায়ী হব। স্বামীজীয়ে নিজেও ভাবে যে কালিফৰ্ণিয়াৰ জল-বায়ু আৰু সামাজিক অৱস্থা প্ৰাচ্য চিন্তা বিস্তাৰৰ পক্ষে যথেষ্ট অনুকূল। গতিকে খুব বিশ্বাস ভৱিষ্যতে এয়েই ভাৰতীয় চিন্তাৰাশি বিকীৰণৰ প্ৰধান কেন্দ্ৰ আৰু প্ৰাচ্য-পাশ্চাত্য ভূখণ্ডৰ মিলন ভূমি হব।"

কালিফৰ্ণিয়াত স্বামীজীয়ে আকৌ যেনে পৰিশ্ৰম কৰিবলৈ ধৰিলে তাতে তেখেতৰ স্বাস্থ্য পুনৰায় একেবাৰে বেয়া হল। তেখেতৰ সম্পূৰ্ণ বিশ্ৰামৰ প্ৰয়োজন হল আৰু ভাল ভাল চিকিৎসকৰ হতুৱাই স্বামীজীক চিকিৎসা কৰোৱা হল। স্বামীজীয়ে আকৌ সকলো বাজহুৱা কাম বন্ধ কৰিলে আৰু জুলাই মাহলৈকে তাত থাকি তাৰ পৰা চিকাগো আৰু ডেট্ৰয়েটত সোমাই আকৌ নিউইয়ৰ্কলৈ আহিল। ইয়াত "বেদান্ত চোচাইটি হলত" কেদিনমান থাকিল আৰু তাৰ কাৰ্য্য সুচাৰুৰূপে চলা দেখি অতিশয় সন্তোষ লাভ কৰিলে।

এই সময়তে পেৰিচ মহানগৰীত বিশ্ববিখ্যাত প্ৰদৰ্শনী এখনৰ আয়োজন চলিছিল। প্ৰস্তাব হল সেই প্ৰদৰ্শনীতে চিকাগো ধৰ্ম্ম মহাসভাৰ দৰে এখন ধৰ্ম্ম মহাসভাৰো অধিবেশন পাতিব লাগে। এই প্ৰস্তাৱত আপত্তি কৰিলে যাইকৈ ৰোমান কেথলিক পাদ্ৰি সকলে। ইবিলাকৰ আগ্ৰহতে চিকাগোত ধৰ্ম্ম-মহাসভাৰ অধিবেশনৰ দিহা হৈছিল। ইবিলাকৰ উদ্দেশ্য আছিল 'ৰোমান কেথলিক' ধৰ্ম্ম মতৰ প্ৰাধান্য স্থাপন পৃথিবীত। কিন্তু সেই মহাসভাৰ ফল হল বিপৰীত। গতিকে সিবিলাকে আকৌ তেনে সমালোচনামূলক ধৰ্ম্মসভাৰ বিৰোধিতা কৰিলে কিন্তু প্ৰত্যেক ধৰ্ম্মৰ ইতিহাস সম্পৰ্কীয় আলোচনা হোৱাত আপত্তি নকৰিলে বৰং তেনে এখন মহাসভাৰ অধিবেশন সমৰ্থন কৰিলে। ফলতঃ সেয়ে স্থিৰ হল। স্বামীজীয়েই পাশ্চাত্য ভূ-খণ্ডত হিন্দুধৰ্ম্ম আৰু প্ৰাচ্য বিদ্যাৰ প্ৰতিনিধি হিচাবে তেওঁিয়া গণ্য হোৱাত এই প্ৰদৰ্শনীৰ ধৰ্ম্মেতিহাস সভালৈকে৷ স্বামীজীক নিমন্ত্ৰণ জনালে। নিমন্ত্ৰণীত তেখেতক জনালে বৈদিক ধৰ্ম্ম অগ্নি সূৰ্য্যাদি প্ৰাকৃতিক বিস্ময়াবহ জড় বস্তুৰ আৰাধনা সমুদ্ভূত"—পাশ্চাত্য পণ্ডিত-সকলৰ এই মতবাদ খণ্ডন কৰি এখন ৰচনা পাঠ কৰিব লাগিব বুলি ও আহ্বান জনালে। স্বামীজী সন্মত হলেও শৰীৰৰ অসুস্থতাৰ কাৰণে সভালৈ লিখিত কোনো প্ৰবন্ধ আনিব পৰা নাছিল। কিন্তু সেই আহ্বানত জুলাই মাহত স্বামীজী নিউয়ৰ্কৰ পৰা ৰাওনা হৈ পেৰিচ মহানগৰীলৈ আহিল।

পেৰিচ নগৰীত স্বামীজীয়ে পোনতে মিঃ লেগেটৰ ঘৰতে আতিথ্য গ্ৰহণ কৰিলে। পিচত মিচেচ ওলিবুলৰ আহ্বানত কেদিনমান ব্ৰিটে-নিয়াত থাকি আহি এইবাৰ বিখ্যাত ফৰাচী দাৰ্শনিক আৰু লেখক মচীয়ে জুল বোঁৱাৰ ঘৰত আলহী হল। এখেতে ফৰাচী ভাষাৰ বাহিৰে আনভাষা নাজানে। গতিকে স্বামীজীয়ে বাধ্য হৈ ফৰাচী ভাষা

শিকিব লগাত পৰিছিল আৰু শিকিবলৈ সুবিধাও হৈছিল। দেখা গল দুমাহৰ ভিতৰতে স্বামীজীয়ে ফৰাচী ভাষা এনেকৈ আয়ত্ত কৰিলে যে হিন্দু দৰ্শনৰ যাবতীয় ভাব ইয়াৰে সুন্দৰ কৈ প্ৰকাশ কৰিব পৰা হল।

পেৰিচৰ প্ৰদৰ্শনীত 'ধৰ্মেতিহাস মহাসভাত' স্বামীজীৰ যোগদান আৰু পাশ্চাত্য পণ্ডিত মণ্ডলীৰ মাজৰ পৰা হিন্দুধৰ্ম বিষয়ক গোটা-দিয়েক ভ্ৰান্ত ধাৰণা দূৰ কৰি দিয়া বক্তৃতাই যাই উল্লেখযোগ্য কাম। মহাসভাত উপস্থিত হোৱা মাত্ৰকে প্ৰাচ্যভাষা আৰু ধৰ্ম বিষয়ত ব্যুৎপত্তি থকা পণ্ডিতসকলে স্বামীজীক অভ্যৰ্থনা জনায়। সেই দিনাৰ সভাত জাৰ্মান দেশীয় পণ্ডিত এজনে এটি প্ৰবন্ধ পাঠ কৰিছিল। তাত প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল যে,—'শিবলিঙ্গ পুংলিঙ্গৰ চিন আৰু শালগ্ৰামশিলা স্ত্ৰীলিঙ্গৰ চিন, এতেকে এই দুয়ো দেৱতাৰ উপাসনা মূলতঃ যোনি আৰু লিঙ্গ পূজাৰ পৰা উদ্ভূত হৈছে।" এই মতবাদৰ প্ৰতিবাদ কৰিবলৈকে স্বামীজীয়ে পোনতে সভাত বক্তৃতা দিব লগাত পৰিছিল। স্বামীজীয়ে প্ৰতিবাদ কৰি কৈছিল 'বেদত বিশেষতঃ অথৰ্ববেদত যুপস্তম্ভকে পৰব্ৰহ্মৰ প্ৰতিকৃতি বুলি কল্পনা কৰা হৈছিল। তাৰ পৰাই পিচত শিবলিঙ্গৰ প্ৰচলন হয়। যেনেকৈ যজ্ঞীয় অগ্নি, ধোৱাঁ, ভস্ম আৰু সোম আৰু সমিধবাহক বৃষভ পিচত মহাদেৱৰ পিঙ্গল-বৰ্ণ জটা, নীলকণ্ঠ বিভূতি আৰু বৃষভৰূপ বাহনৰ সৃষ্টি হৈছিল সেইদৰে যুপস্তম্ভৰ পৰিবৰ্ত্তে পিচত শিৱলিঙ্গৰ প্ৰচলন হৈছিল আৰু পুনঃ সদাশিবৰূপে পূজাৰ্হ হৈ উঠিছিল। পিচত বৌদ্ধধৰ্মৰ মত এই শিবলিঙ্গ পূজাৰ পদ্ধতি আৰু বেছিকৈ প্ৰচলিত হল; কাৰণ সেই সময়ত বৌদ্ধসকলে সিবিলাকৰ ভিক্ষু বা বুদ্ধদেৱৰ নামে স্মৃতিচিহ্নৰূপে স্তূপ নিৰ্মাণ কৰিছিল আৰু স্তূপবিলাকৰ প্ৰতি যথেষ্ট সন্মান প্ৰদৰ্শন কৰিছিল। স্তূপাধাসকলে হয়তো

সরু সরু স্তুপ তৈয়াৰ কৰি শ্ৰীবুদ্ধদেৱৰ উদ্দেশ্যে অৰ্পণ কৰাত পূৰ্ব্বোক্ত স্তম্ভৰ ঠাই অধিকাৰ কৰিছিল আৰু এই স্মাৰক স্তুপৰ প্ৰতি সন্মান দেখুৱাওঁতেই স্তম্ভাকাৰ শিৱলিঙ্গ পূজাত পৰিণত হৈছে। বৌদ্ধ স্তুপৰ আন এটা নাম 'ধাতুগৰ্ভ।' স্তুপৰ ভিতৰত শিলাপাত্ৰত বৌদ্ধসকলৰ ভস্ম আৰু তাৰ লগতে সোণ প্ৰভৃতি ধাতুও পুতি থৈছিল। শালগ্ৰাম শিলা উক্ত অস্থি ভস্মাদি থোৱা শিলাপাত্ৰৰ প্ৰাকৃতিক প্ৰতিৰূপ। সেই কাৰণে প্ৰথমতে বৌদ্ধসকলৰ দ্বাৰা পূজিত হৈ কালক্ৰমে বৌদ্ধ মতবাদৰ অন্যান্য অংশৰ দৰে ইও বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত প্ৰবেশ কৰিছে। কাজেই ইবিলাকক যোনিপূজামূলক বুলি কবৰ কোনো যুক্তিযুক্ত কাৰণ দেখা নাযায়। বৌদ্ধধৰ্ম্মৰ অবনতিৰ লগে লগে ভাৰতবৰ্ষৰ যি অধঃপতন হয় সেই সময়তে শিৱলিঙ্গৰ লগত পুংচিহ্ন আৰু শালগ্ৰামৰ লগত স্ত্ৰীচিহ্ন আৰোপ কৰা হব পাৰে। যেনেকৈ খ্ৰীষ্ট ধৰ্ম্মৰ Holy Communion ৰ লগত নৰ মাংসখোৱাৰ সম্বন্ধ আছে বুলি কোৱাও যেনে, শিৱলিঙ্গ আৰু শালগ্ৰাম শিলাৰ লগত লিঙ্গ-যোনি পূজাৰ সম্বন্ধ আছে বুলি কোৱাও একে কথাই। অৰ্থাৎ এটাৰে সৈতে আনটোৰ কোনো সম্বন্ধ নাই।

ধৰ্ম্মসভাৰ দ্বিতীয় বক্তৃতাত স্বামীজীয়ে এই কেইটা বিষয় বিশেষ যুক্তি তৰ্কৰ দ্বাৰা প্ৰমাণ কৰিছিল:—

(১) বেদেই হিন্দুধৰ্ম্ম, বৌদ্ধধৰ্ম্ম আৰু ভাৰতীয় সকলো ধৰ্ম্মৰেই সাধাৰণ ভিত্তিভূমি।

(২) শ্ৰীকৃষ্ণ বুদ্ধদেৱৰ বহুতো আগতে আবিৰ্ভূত হৈছিল আৰু গীতা মহাভাৰতৰ পিচত ৰচিত নহয়।

(৩) ভাৰতীয় সভ্যতা গ্ৰীকদৰ্শন বা চিন্তাৰাশি কিম্বা তাৰ শিল্পকলা দ্বাৰা প্ৰভাবান্বিত হোৱা নাছিল।

স্বামীজীয়ে যুক্তিৰে প্ৰমাণ কৰি দেখুৱাইছিল যে গীতা মহাভাৰতৰ পিচত লিখা নহয় বৰং আগত কিম্বা সমসাময়িক ভাবেই লিখা হৈছিল। বহুতো পণ্ডিতে কিন্তু সেই সময়ত মত প্ৰকাশ কৰিছিল যে মহাভাৰতৰ বহুতো পিচত গীতা ৰচিত হৈছিল কিন্তু তাক পিচত মহাভাৰতৰ লগত লগ লগাই দিছিল। স্বামীজীয়ে এই মতবাদৰে প্ৰতিবাদ কৰিছিল। মহাভাৰত আৰু গীতাৰ ভাষাত যথেষ্ট সামঞ্জস্য দেখা যায়। বৌদ্ধযুগৰ পিচত গীতা ৰচিত হোৱা হ'লে গীতাৰ সৰ্ব্বধৰ্ম্ম সমন্বয়কাৰী কথাত বুদ্ধদেৱৰ উল্লেখ নিশ্চয় থাকিলহেঁতেন। কিন্তু গীতাত সি নাই।

পাশ্চাত্য পণ্ডিতসকলে একবাক্যে সেই সময়ত কৈছিল যে ভাৰতীয় সকলো ভাল বস্তুৱেই,—সাহিত্য, দৰ্শন, বিজ্ঞান, জ্যোতিষ ইত্যাদি গ্ৰীক সভ্যতাৰ পৰা পোৱা। স্বামীজীয়ে এই মতবাদ সম্পূৰ্ণৰূপে প্ৰতিবাদ কৰি কলে "আচলতে সত্য ওলোটা কথাটোহে। অৰ্থাৎ গ্ৰীক সকলেহে ভাৰতীয় শিক্ষা সাধনাৰ সহায় লৈ নিজ সভ্যতা গঢ়ি তুলিছিল। বহুতো পুৰণি পণ্ডিতে গ্ৰীক দাৰ্শনিক পণ্ডিতক লিখা গোৱাচক ব্ৰাহ্মণ পণ্ডিতৰ শিষ্য বুলি স্বীকাৰ কৰিছিল। বিশেষতঃ যেতিয়ালৈকে প্ৰমাণ পোৱা নাযায় যে কোনো হিন্দুধৰ্ম্মৰ পণ্ডিতে গ্ৰীক ভাষা জানিছিল আৰু তাৰে সহায়ত গ্ৰীক সভ্যতাৰ প্ৰভাৱ ভাৰততো পৰিব্যাপ্ত হৈছিল তেতিয়ালৈকেনো কেনেকৈ গ্ৰীকসকলৰ প্ৰভাৱ ভাৰতৰ ওপৰত পৰিছিল বুলি কব পাৰি। আচলতে হিন্দু সভ্যতা গ্ৰীক সভ্যতাতকৈ বহুতো পুৰণি। পণ্ডিত-সকলে এই কথা মানিও এনে মত কেনেকৈ পোষণ কৰে যে হিন্দু সভ্যতা গ্ৰীক সভ্যতাৰ ওচৰত ঋণী। সেই কাৰণে স্বামীজীয়ে পণ্ডিতসকলক ভাৰতীয় ধৰ্ম্ম সম্বন্ধে আৰু তাৰ শাস্ত্ৰ পুৰাণ আদি পুথিবিলাক পঢ়িবলৈ আহ্বান জনাই কলে "আপোনালোকে গ্ৰীক

ভাষাৰ এখন কিতাপ পাবলৈ বা পঢ়িবলৈ যিমানখিনি অধ্যবসায় কৰে তাৰ শতাংশৰ একাংশও এই সংস্কৃত সাহিত্য-দৰ্শনৰ কাৰণে কৰিলেহে দুয়ো ভূখণ্ডৰ ভিতৰত প্ৰকৃত মিলন ভূমি আবিষ্কৃত হব।"

স্বামীজীৰ বক্তৃতাৰ ওপৰত মন্তব্য প্ৰকাশ কৰিবলৈ উপস্থিত পণ্ডিতবৰ্গক আহ্বান জনোৱাত সকলোৱেই স্বামীজীৰ যুক্তি প্ৰমাণ স্বীকাৰ কৰি ললে। সৰ্বশেষত সভাৰ বুঢ়া সভাপতিয়েও সকলোখিনি মানি ললে কিন্তু কলে—"মই এটা কথা মাথোন মানিব পৰা নাই। সেইটো হৈছে—গীতা আৰু মহাভাৰত ৰচনা একে সময়তে হৈছিল। মোৰ মনেৰে এইটো সত্য নহয়।"

পেৰিচত থকা কালতে স্বামীজী ফৰাচী সভ্যতাৰ প্ৰতি বিশেষ ভাবে আকৃষ্ট হৈছিল। এই সভ্যতা সম্বন্ধে তেখেতে গবেষণা কৰিছিল আৰু "প্ৰাচ্য আৰু পাশ্চাত্য" নামক গ্ৰন্থত তেখেতৰ এই বিষয়ৰ মনোভাব স্পষ্ট ফুটি উঠিছে। চমুকৈ তেখেতে কৈছিল, "এই ইউৰোপ বুজিব লগীয়া হলে পাশ্চাত্য ধৰ্মৰ আকৰ ফ্ৰান্সৰ পৰাই বুজিব লাগিব। ইউৰোপেই পৃথিৱীৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছে আৰু এই ইউৰোপৰে কেন্দ্ৰ হল পেৰিচ নগৰী। পাশ্চাত্য সভ্যতাৰ সভ্যতা, ৰীতিনীতি ভাল-বেয়া সকলোৰে পৰিপুষ্টি সাধিত হৈছিল ইয়াতেই এই পেৰিচ নগৰীতেই।"

পেৰিচ নগৰ এৰিবৰ আগতে স্বামীজীয়ে কৈছিল—"পেৰিচ নগৰৰ প্ৰাধান্য এই বছৰ আৰু বাঢ়িছে। মহাপ্ৰদৰ্শনীৰ উপলক্ষ্য কৰি ইয়ালৈ পৃথিৱীৰ বিজ্ঞজন সমাজ আহিছে। প্ৰত্যেকজন মনীষীয়েই নিজ নিজ নানা বিষয়ক প্ৰতিভাৰ বলেৰে নিজ নিজ দেশৰ গৌৰৱ বঢ়াইছে। কিন্তু হায় ভাৰতবৰ্ষ, হায় বঙ্গদেশ তোমাৰ গৌৰৱ, তোমাৰ নাম ইয়াত লয় কোনে? আজি তুমি দুখিনী! তথাপি যিহঁতক বৈজ্ঞানিক শাখাৰ সভাইলৈ চাৰ জগদীশ

বস্তু নিমন্ত্রিত হৈছে। বৈদ্যুতিক জগতত তেওঁতৰ আবিষ্কাৰে নতুন যুগ আনিছে আৰু গোটেই পাশ্চাত্যজগত তেওঁতৰ আবিষ্কাৰত মগ্ন হৈছে। সি মাথোন এজন আৰু এটা বিষয়ত।" যিহওক স্বামীজীয়ে যেতিয়াই অলপ সুবিধা পাইছিল তেতিয়াই এই "বসুৰ" উচ্চ প্ৰশংসা কৰিছিল। নিজেও ইয়াৰ ইফালে সিফালে তেওঁতৰ শিষ্যা মিচ মেকলাউডৰ সহায়ৰে ফ্ৰান্সত সকলো জ্ঞানী আৰু পণ্ডিতৰ লগত ভাৰতীয় সভ্যতাৰ শ্ৰেষ্ঠত্ব আৰু সকলোতকৈ যে পুৰণি এই কথা প্ৰমাণ কৰি দেখুৱাই তৃপ্তি লাভ কৰিছিল।

পেৰিচৰ প্ৰদৰ্শনীৰ অন্তত মিচেচ ওলিবুলৰ আমন্ত্ৰণত বিশ্ৰামৰ কাৰণে স্বামীজী ব্ৰিটেনিয়ালৈ গৈছিল। সেই সময়তে চিষ্টাৰ নিবেদিতাও আছিল তাত লগ হলহি। স্বামীজীয়ে এই সময়ত ইবিলাকৰ লগত বুদ্ধদেৱৰ জীৱনী আৰু তেওঁতৰ প্ৰচাৰিত ধৰ্মৰ বিষয়ে কেতিয়াবা হিন্দুধৰ্মৰ লগত তাৰ তুলনামূলক আলোচনা কৰিছিল। তেওঁতে কৈছিল শঙ্কৰাচাৰ্য্য মস্তিষ্ক আৰু বুদ্ধদেৱৰ হৃদয়ৰ তুলনা নাই। এই দুয়োটা শক্তিৰ সমাবেশ দেখা যায় শ্ৰীৰামকৃষ্ণ পৰমহংসদেৱৰ জীৱনত।" আন সময়ত কৈছিল "বুদ্ধ ধৰ্মৰ মতে সংসাৰ মায়াৰ খেলা মাত্ৰ" কিন্তু হিন্দুৰ মতে "সংসাৰ মায়াময় হলেও ইয়াতে সত্য নিহিত আছে।" বুদ্ধৰ মতে সন্ন্যাস নললে এই মায়া ভেদ কৰিব নোৱাৰি। কিন্তু হিন্দুৰ মতে চতুৰাশ্ৰমৰ পৰাই সত্য উপলব্ধি কৰিব পাৰি। অধিকাৰ ভেদে বেলেগ বেলেগ সাধনা সিদ্ধি হয়। এই সময়ৰ কথাত বুদ্ধদেৱৰ প্ৰতি স্বামীজীৰ অগাধ ভক্তিৰ কথা প্ৰকাশ পাইছিল। বুদ্ধদেৱে এনে কি মৃত্যু শয্যাৰ পৰাও, জীৱনৰ শেষ মুহূৰ্ত্তৰ আগতে পৰ্য্যন্ত এজন দূৰদেশাগত ভকতক ওচৰলৈ মতাই আনি উপদেশ দিছিল। ইমানখিনি হৃদয় কাৰ? ইয়াৰ লগত পৰমহংসদেৱৰ জীৱনৰ শেষ মুহূৰ্ত্তৰ

ঘটনাৱলীৰ সেই সাদৃশ্য দেখুৱাই স্বামীজী অতিশয় ভাবাক্রান্ত হৃদয় হৈছিল।

স্বামীজী ইয়াৰ পৰা যাবৰ আগতে চিষ্টাৰ নিবেদিতাই তেখেতৰ 'মিছনৰ' কাৰ্য্য কৃতকাৰ্য্যতাৰে পৰিচালনাৰ অৰ্থে আশীৰ্ব্বাদ ভিক্ষা কৰিলে। স্বামীজীয়ে মন খুলি কলে—"আদ্যাশক্তি ভগৱতীৰ কৃপাত তোমাৰ উদ্দেশ্য সিদ্ধি হব।" লিখা বাহুল্য ইয়াৰ পৰা নিবেদিতা আকৌ লণ্ডনলৈ গৈ তেখেতৰ স্কুলৰ সাহায্যৰ বাবে অৰ্থ সংগ্ৰহ কৰিছিল আৰু যথেষ্ট সাহায্য লাভ কৰি পিচত আকৌ কলিকতাৰ বাগবজাৰত স্থাপিত স্কুলত যোগ দিছিল।

ফ্ৰান্সত প্ৰায় তিনিমাহ কাল থকাৰ পিচত স্বামীজীয়ে ক্ৰমে ইউৰোপ ত্যাগ কৰিবলৈ ইচ্ছা কৰিলে। লগত ওলাল—মচিয়ঁ আৰু মাদাম লয়জন, মচিয়ঁ জুল বোওয়া, মাছা মোৱেজেন কালভে, মিচ জোচেফাইন মেক্‌লাউড। পেৰিচৰ পৰা সিবিলাক বেলেৰে আহি ভিয়েনা নগৰ পালে। ইয়াত তিন দিন থাকিল। তাৰ অন্যান্য বিখ্যাত ঠাইৰ বাহিৰেও ঐতিহাসিক চিত্ৰশালা 'সামবোৰ্ণ প্ৰাসাদ' চালে আৰু তাত ভাৰতীয় শিল্প আৰু কাৰুকাৰ্য্য প্ৰদৰ্শনৰ কাৰণে এটা সুকীয়া কোঠা থকা দেখি আনন্দিত হল।

লিখা বাহুল্য এই যাত্ৰাত স্বামীজী মাদাম কাল্‌ভেৰ অতিথি-ৰূপেই আহছিল। এখেত ইউৰোপৰ এগৰাকী বিখ্যাত গায়িকা। এখেতৰ গান শুনিবলৈ দুমাহৰ আগৰ পৰাই টিকট বিক্ৰী হয়। অগাধ ধনী। কিন্তু অসম্ভব ৰকমে খৰচী। ভিয়েনাৰ পৰা সিবিলাক হাঙ্গেৰী, ছাৰ্বিয়া, ৰুমেনিয়া আৰু বুলগেৰিয়াৰ মাজেদি Constantinople কন্সটাণ্টিনোপল পালেহি। ইয়াৰ পৰা আহিল এথেন্সলৈ জাহাজেৰে। ইয়াৰ পুৰণি ভগ্নাৱশেষ বহুতো দৰ্শন কৰিলে। তাৰ ভিতৰত বিৰঙ্গাদেৱীৰ মন্দিৰ আৰু জুপিটাৰৰ

মন্দিৰ দেখি স্বামীজী সুখী হৈছিল। এটা গ্ৰীকমঠ দৰ্শন কৰি স্বামীজীৰ ধাৰণা হৈছিল যে সেইটো "নেপচুনৰ" মন্দিৰ আছিল। তাৰ ওচৰৰ ইউলিচিচ নামে বিখ্যাত ঠাই দৰ্শন কৰিলে। ভাৰতৰ পক্ষে কুৰুক্ষেত্ৰ বা লঙ্কা যেনে গ্ৰীচত ইলিয়াড মহাকাব্যৰ ঘাই ঘটনাৰ থলী ইউলিচিচো তেনেকুৱাই।

সিবিলাক গ্ৰীচৰ পৰা জাহাজেৰে মিচৰলৈ আহিল। তাৰ ৰাজধানী কাইৰোত কেইবাদিনো থাকি পুৰণি ঠাইবোৰ চালে। তাৰ বিখ্যাত মিউজিয়াম দৰ্শন কৰিলে। তাৰ পিচত পিৰামিড দৰ্শন কৰিলে। এই পিৰামিডবোৰ দেখি মিচৰৰ অতীত সভ্যতা আৰু তাৰ সমৃদ্ধিলৈ মনত পৰি জগতৰ অসাৰতাৰ প্ৰতি মন ধাবিত হোৱাত পিৰামিডক আশ্চৰ্য্যবৎ দৰ্শন নকৰি স্বামীজীয়ে আন ভাবেহে তাক গ্ৰহণ কৰিলে। ভাবিলে—"সেই গ্ৰীক আৰু মিচৰীয় সভ্যতা—তাৰ সাম্ৰাজ্য, ঐশ্বৰ্য্য, ভোগ, নাম-যশ আজি একেবাৰেই নাই। এদিন যেনেকৈ উঠিল আজি তেনেকৈ লোপ পালে। ইয়াত স্থায়িত্ব নাই। তথাপি আজিও প্ৰত্যেক জাতিৰ ভিতৰত দেখিলোঁ—সেই আকাঙ্ক্ষা ধন-সম্পদ বঢ়াবৰ কাৰণে জাতিয়ে জাতিৰ ভিতৰত অৰিয়া-অৰি!" মোহগ্ৰস্ত মানৱ জাতিৰ প্ৰতি স্বামীজীৰ কৰুণা উপজিল।

আৰু দেশভ্ৰমণৰ ইচ্ছা স্বামীজীৰ নোহোৱা হল। ইতিপূৰ্ব্বে পূৰ্ব্বদেশীয় সভ্যতাৰ কেন্দ্ৰস্থল কেইটা চাবৰ সুযোগ নাছিল। এই যাত্ৰাত তাকো চাই লৈ ভাৰতলৈ ঘূৰি আহিবৰ মন কৰি সঙ্গীসকলক জনালে। মাদাম কালভেই স্বামীজীক "পিতা" বুলি সম্বোধন কৰিছিল। তেওঁ মনত দুখ পালে— ইমান সোনকালে মহাপুৰুষৰ সঙ্গ এৰিব লগাত পৰিল—সেই সদা প্ৰফুল্ল, সদা আনন্দময় পুৰুষ। মিচ মেকলাউড স্বামীজীৰ শিষ্যা

আৰু বন্ধু। তেওঁৰ কথা কবই নেলাগে যি স্বামীজীৰ জন্মস্থান পৰ্য্যন্ত চাই তাতে দীক্ষা গ্ৰহণ কৰি আহিছে! তাৰ পিচত বিখ্যাত লিখক ৰুল ৰোঁওৱা—তেখেতে স্বামীজীক এজন ঈশ্বৰ প্ৰেৰিত মহাপুৰুষ বুলি জ্ঞান কৰে। হিতওক সকলোৰে ওচৰত বিদায় লৈ ভাৰতলৈ অহা জাহাজত উঠি স্বামীজী অকলে বোম্বাই অভিমুখে ৰাওনা হল।

যথা সময়ত স্বামীজী বোম্বাই পালে। তাৰ পৰা একেবাৰে পোনে পোনেই কলিকতা বুলি ৰাওনা হল। বাটত কোনো কাকো খবৰ নিদিয়াকৈ একপ্ৰকাৰ পলাই আহিল বুলিলেও অত্যুক্তি নহয়।

যি সময়ত স্বামীজী হঠাৎ আহি বেলুড় মঠ পালে তেতিয়া মঠৰ সাধুসকলে ৰাতি ভোজনত বহিছিল। সময় ৰাতি প্ৰায় ৯ টা। অপ্ৰত্যাশিত ভাবে স্বামীজীক এইদৰে সিবিলাকৰ মাজত পাই সকলো আনন্দিত হল। ভোকত অহাত স্বামীজীক তত্তালিকে খাবলৈ সিবিলাকৰ লগতে দিহা কৰি দিলে। বহুত দিনৰ পিচত সেইদিনা আপোনজনৰ মাজত বহি খিচুৰি প্ৰসাদ খাই স্বামীজীয়ে যথেষ্ট তৃপ্তি অনুভৱ কৰিছিল।

—(:) (:)—

# —পূৰ্ব্ববঙ্গ আৰু অসমত—

ইমান দিনৰ পিছত হঠাৎ স্বামীজীক তেওঁবিলাকৰ মাজত পাই বেলুড় মঠৰ সন্ন্যাসী আৰু ব্ৰহ্মচাৰীসকলৰ আনন্দৰ সীমা নাই। স্বামীজীয়েও ইউৰোপ আমেৰিকা ভ্ৰমণৰ গল্প কৰোঁতে কৰোঁতে সেই নিশা কাৰো শোৱাই নহ'ল—ৰাতি পুৱাই গ'ল। মঠ পায়েই স্বামীজী আকৌ কামত লাগি গ'ল। বৰ্ত্তমান 'ৰামকৃষ্ণ মিছনৰ' নানা কাম তেখেতৰ অনুপস্থিতিত উপদেশৰ কাৰণে অপেক্ষা কৰি আছিল। স্বামীজীয়ে কথা প্ৰসঙ্গত কলে— "এইবাৰৰ পাশ্চাত্য দেশৰ অভিজ্ঞতা মোৰ পক্ষে বৰ প্ৰিয় নহ'ল। আগৰ বাৰ যাওঁতে তেওঁবিলাকৰ ক্ষমতা আৰু লগলাগি কাম কৰিবৰ প্ৰণালী (organisation) বৰ ভাল লাগিছিল। কিন্তু এইবাৰ দেখিলোঁ। তেওঁবিলাকৰ ব্যৱসায় বুদ্ধি বৰ বেছি—অৰ্থলোভ, স্বাৰ্থপৰতা, নিজৰ সুবিধা আৰু সুযোগৰ চেষ্টা, ক্ষমতা লাভৰ প্ৰয়াস এইবিলাকৰেই দেশ ভৰি গৈছে। দুখীয়া মানুহক খটাই লৈ ধনী মানুহে লাভৰ অংশ ভোগ কৰিছে। সৰু কাৰবাৰ বিলাকৰ ওপৰতো ডাঙৰ ডাঙৰ কোম্পানীবিলাকৰ প্ৰতিযোগিতাৰ হেচা পৰাত বহুত সময়ত সেইবোৰ ধ্বংস হৈছে—শোষণ প্ৰণালীৰ এই ব্যৱস্থা অতি গৰ্হিত নহয় নে? × × × চীন দেশৰ মানুহে মনুষ্য নীতিৰ বিধানখিনি ওচৰ চাপিব পাৰিছিল নতুনকৈ উঠা কোনো জাতিয়েই সেই আদৰ্শৰ ওচৰলৈ যাব পৰা নাই।' ইউৰোপ আমেৰিকাৰ সাম্ৰাজ্যবাদৰ আনুষঙ্গিক শোষণ প্ৰণালীৰ বিৰুদ্ধে স্বামীজীয়ে তেতিয়াৰ দিনতে মত প্ৰকাশ কৰিছিল।

ডিচেম্বৰ মাহৰ আগ ভাগতে স্বামীজী মঠ পাইছিল। আহি

পোৱাৰ লগে লগেই খবৰ পালে 'মায়াবতী অদ্বৈত আশ্ৰমত' মিঃ সেভিয়াৰ মহোদয়ৰ যোৱা অক্টোবৰ মাহতে পৰলোক হৈছে। মিচেচ সেভিয়েৰলৈ স্বামীজীয়ে তত্‌ক্ষণিকে টেলিগ্ৰাফ কৰি জনালে সোনকালেই আশ্ৰমলৈ তেখেতক দেখা কৰিবলৈ যাব লাগিছে। সেই মতে ২৫ ডিচেম্বৰ তাৰিখে স্বামীজী "মায়াবতী" বুলি ৰাওনা হল। এই আশ্ৰম কাঠগোদাম ৰেল ষ্টেচনৰ পৰা ৬৫ মাইল দূৰত হিমালয়ৰ ওপৰত। ডাণ্ডি, কুলি বা জনা মানুহে যোৱাৰ সহায়তহে তালৈ যাব পাৰে। বাট এনে দুৰ্গম উঠা নমা যে চাৰি দিনতহে সেইখিনি পাবগৈ পাৰি। এই যাত্ৰাত বৰফ পৰি বাট বেছি দুৰ্গম হোৱাত আৰু সৰহ সময় লাগিছিল। মায়াবতীৰ পৰা স্বামী বিৰজানন্দই লগত ডাণ্ডি কুলি প্ৰভৃতি লৈ স্বামীজীক আগ বঢ়াই নিবলৈ আহিছিল। তেখেতৰ লগত আহিছিল স্বামী শিবানন্দ আৰু সদানন্দ। স্বামীজী অহাৰ বাতৰি বৰ মুৰামুৰি সময়ত পোৱাত মানুহ যোগাৰ কৰি ৬৫ মাইল বাট আহি ঠিক সময়ত ৰেল ষ্টেচনত উপস্থিত থকা টান পৰিছিল যদিও অতীব অধ্যবসায় সহকাৰে স্বামী বিৰজানন্দ আহি ঠিক সময়ত ষ্টেচনত উপস্থিত হব পৰাত আনন্দ কৰি স্বামীজীয়ে কৈছিল—That my man —'ঠিক এনে মানুহকেই (কৰ্মী) মই বিচাৰোঁ।'

সাধাৰণতঃ কাঠ গোদামৰ পৰা মায়াবতীলৈ যাবলৈ যিমান দিন লাগে স্বামীজীইত সিমান দিনত আশ্ৰম নাপালেগৈ। সেই বছৰ বেছিকৈ বৰফ পৰাত বাট বৰ দুৰ্গম হৈছিল। দুখে-কষ্টে মায়াবতী আশ্ৰম পাই স্বামীজীয়ে মিচচ সেভিয়াৰক লগ ধৰি বহুতো সান্ত্বনা দিলে। স্বৰ্গগতজনক ভূয়সী প্ৰশংসা কৰিলে—কেনেকৈ বহুজনহিতায় এজন বিদেশৰ পৰা মহানুভৱ পুৰুষে নিজৰ জীৱন ইয়াতেই পাৰ কৰি গল সেই আদৰ্শ আশ্ৰমবাসী আন আন

শিষ্যসকলৰ আগত দাঙি ধৰিলে। সেই প্ৰসঙ্গতে স্বামীজীয়ে তেখেতৰ পাশ্চাত্যদেশীয় শিষ্যসকলৰ নিস্বাৰ্থ ভালপোৱাৰ আৰু তেখেতৰ আদৰ্শবাদ গ্ৰহণ কৰি আনন্দেৰে মৃত্যু পৰ্য্যন্ত পণ কৰাৰ ভূয়সী প্ৰশংসা কৰিলে।

স্বামীজী আশ্ৰমলৈ যোৱাৰ খবৰ পাই ওচৰ গাওঁৰ বহুতো মানুহ আৰু ওচৰ কাষৰ দুই এজন বিশিষ্ট লোকো তেখেতক দৰ্শন কৰিবলৈ তালৈ আহিছিল। স্বামীজীয়েও সকলোৰে লৈতে সদয় ব্যৱহাৰ কৰিছিল। ইয়াত স্বামীজী এই যাত্ৰাত প্ৰায় এমাহ আছিল। এই সময়তো তেখেত এনেয়ে বহি থকা নাছিল। ইয়াৰ পৰাই 'ৰামকৃষ্ণ মিছনৰ' কাৰ্য্য নিৰ্দ্দেশ আদি দি পৰিচালনা কৰাৰ উপৰিও এই আশ্ৰমৰ সন্ন্যাসীসকলক নানা উপদেশ দিছিল, নানা ঠাইৰ পৰা অহা চিঠি-পত্ৰৰ জবাব দিছিল আৰু আমেৰিকা ইউৰোপত স্থাপিত কেন্দ্ৰবিলাকো পৰিচালনা কাৰ্য্যত সততে ইয়াৰ পৰাই পত্ৰাদিৰ যোগে উপদেশ দি সহায়তা কৰিছিল। বিশেষত 'প্ৰবুদ্ধ ভাৰত', 'ব্ৰহ্মবাদিন্' আৰু 'উদ্বোধনলৈ' প্ৰবন্ধ লিখিছিল আৰু সেই সময়ত 'ভাৰতীয় সমাজ সংস্কাৰ সমিতিৰ' সভাপতি পণ্ডিত ৰাণাডেই সন্ন্যাস আশ্ৰমৰ ওপৰত কৰা তীব্ৰ কটাক্ষপাতৰ প্ৰতিবাদ স্বৰূপে এটা প্ৰবন্ধ লিখি তাৰ প্ৰত্যুত্তৰ দিছিল। পণ্ডিত ৰাণাডেৰ কটাক্ষপাতৰ মাই কথা আছিল যে,—"ভাৰতৰ বিৰাট সন্ন্যাসী সম্প্ৰদায়টো সমাজৰ পক্ষে এটা বোজা মাথোন—তেওঁবিলাক সমাজৰ কোনো সহায়ত নাহে।" স্বামীজীয়ে কিন্তু ঐতিহাসিক ঘটনা আৰু যুক্তি প্ৰমাণৰ পৰা দেখুৱাইছিল যে পণ্ডিত ৰাণাডেৰ সেই মতবাদ ভ্ৰান্তিমূলক। সন্ন্যাসাশ্ৰমৰ পৰাই ভাৰতীয় সভ্যতা আৰু কৃষ্টি গঠিত হৈ পৰিপুষ্ট

লাভ কৰিছিল, কৰিছে আৰু আগলৈকো কৰিব। বৈদিক মন্ত্ৰৰ, উপনিষদৰ দ্ৰষ্টা বা স্ৰষ্টা সকল সন্ন্যাসাশ্ৰমৰ পৰা উদ্ভূত হোৱা নহয় নে? উপনিষদৰ যুগৰ পৰা আজিলৈকে এই দেশত যিমান বিলাক জন-হিতকৰ অনুষ্ঠানৰ প্ৰবৰ্ত্তন হৈছে, যিবিলাক শান্তিপ্ৰদ, আশাপ্ৰদ, প্ৰাণপদ, উচ্চ চিন্তাৰাশী, সমাজ শৰীৰত প্ৰবেশ কৰাই তাৰ জড়তা আৰু মোহপঙ্ক দূৰ কৰি সৰ্ব্বাঙ্গীন পুষ্টি ৰক্ষা আৰু সজীৱতা সম্পাদন কৰিছে তাৰ মূলতে সন্ন্যাসী। সন্ন্যাসীয়েই এই ভাৰতক চিৰদিন বল, বুদ্ধি আৰু ভৰসা দান কৰিছে, ধৰ্ম্মৰ গ্লানিৰ দিনত ত্ৰাতা, পাতা আৰু নিয়ন্তা হৈ আছে। ভোগবিলাসৰ মাজত সংযম আৰু অন্যায়, অত্যাচাৰৰ বিৰুদ্ধে ক্ষত্ৰিয়োচিত বাহুশক্তি দ্বাৰা প্ৰতিকাৰৰ উপায় সন্ন্যাসীসকলৰ দ্বাৰাই সাধিত হৈছিল।"

মায়াবতীত থকা সময়তে স্বামীজীয়ে তাৰ ওচৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ ঠাইবোৰ চাই তৃপ্তি লাভ কৰিছিল। কিন্তু সময়ত বৰকৈ বৰফ পৰাত মাজে মাজে ঘৰৰ ভিতৰতে আবদ্ধ হৈ থাকিব লগাত পৰিছিল। ইয়াৰ পৰা স্বামীজীৰ স্বাস্থ্যৰ পক্ষে ভালেই হৈছিল।

স্বামীজীৰ ইচ্ছা আছিল এই মায়াবতী আশ্ৰমেই আদৰ্শ 'অদ্বৈতাশ্ৰম' হব। কিন্তু ইতিপূৰ্ব্বেই তাত পূজাঘৰ স্থাপিত হৈ নিতে নিয়মমতে শ্ৰীশ্ৰীঠাকুৰৰ পূজা-ভোগ হৈয়ে থাকে। কথা প্ৰসঙ্গত স্বামীজীয়ে এদিন নিজৰ মতামত প্ৰকাশ কৰিলে—"ইয়াত ধ্যান-ধাৰণা জপ আৰু তপশ্চৰণৰ বাহিৰে বহিৰ্পূজা নোহোৱাই ভাল।" শুনা যায় বাগবাজাৰৰ শ্ৰীশ্ৰীমায়ো এই মত সমৰ্থন কৰাত পিচত আশ্ৰমৰ মাজ ঠাইৰ পৰা পূজাঘৰ আঁতৰাই নিয়া হল।

কিছুদিনৰ পিচত স্বামীজীয়ে এই আশ্ৰমৰ বাকীবোৰ কাৰ্য্য পৰিচালনাৰ বিস্তৃত বিধান কৰি দিছে চৌকিয়াৰৰ পৰা মতামত লৈ কাৰ্য্যবশতঃ কলিকতালৈ আহিবলৈ স্থিৰ কৰিলে। সকলো

আয়োজন কৰি স্বামীজী আহুৱাৰী মাহৰ ২৪ তাৰিখে আকৌ বেলুড় মঠ পালেহি।

এই যাত্ৰাত স্বামীজী মঠত দেড়মাহ স্থিৰ হৈ থাকিল। সাধাৰণ কামৰ বাহিৰে মঠত স্বামীজীয়ে এতিয়া কোনো শ্ৰমসাধ্য কাম কৰা নাই। স্বাস্থ্য ভাল নাছিল; পাৰিলে আকৌ আন এঠাইলৈ বায়ু পৰিবৰ্ত্তনৰ কাৰণে যাবৰ প্ৰয়োজন অনুভৱ কৰিছিল। এফালে ঢাকা চহৰৰ পৰা ঘনে ঘনে স্বামীজীলৈ নিমন্ত্ৰণ আহিবলৈ ধৰিলে। স্বামীজীৰ গৰ্ভধাৰিণীৰো বহুত দিনৰে পৰা পূৰ্ববঙ্গৰ তীৰ্থবিলাক দৰ্শন কৰিবলৈ ইচ্ছা আছিল। এই যাত্ৰাতে দুয়োটা উদ্দেশ্য সিদ্ধি হোৱাৰ আগন্তুক থকাত বিশেষতঃ সাধু নাগমহাশয়ক কথা দিয়াও আছিল। ইতিপূৰ্ব্বে তেখেতৰ ঘৰলৈ যাম বুলি সাতে পাচে স্বামীজীয়ে পূৰ্ব্ববঙ্গ আক অসমলৈ যাত্ৰা কৰাই স্থিৰ কৰিলে। সেইমতে ঢাকাবাসীক জনোৱা হল আৰু তাত স্বামীজীক যোগ্য অভ্যৰ্থনাৰ সকলো দিহা হবলৈ ধৰিলে।

লগত কেইজনমান সন্ন্যাসী শিষ্য লৈ স্বামীজী ঢাকা অভিমুখে বাওনা হল। গোৱালন্দৰ পৰা জাহাজত উঠি নাৰায়ণগঞ্জ পালে। তাতেই অভ্যৰ্থনা সভাৰ পক্ষৰ পৰা কেইজনমান বিশিষ্ট ভদ্ৰলোকে স্বামীজীক অভ্যৰ্থনা জনালে। জাহাজৰ পৰা নামি ৰেলযোগে ঢাকাচহৰ পাওঁতে আবেলি হল। ৰেল ষ্টেচনত বিপুল জন সমাগম হৈছিল। স্বামীজী পোৱা মাত্ৰকে 'জয় ৰামকৃষ্ণ দেৱ কি জয়,' 'জয় ৰামকৃষ্ণ মিছন কি জয়,' 'জয় স্বামীবিবেকানন্দ কি জয়' ধ্বনিত হোলপাৰ লাগি উঠিল। অভ্যৰ্থনা সভাৰ সভাপতি আদি পুষ্পমাল্যৰে আদৰ অভ্যৰ্থনা জনালে। স্থানীয় জমীদাৰ শ্ৰীযুত মোহিনী মোহন দাস মহাশয়ৰ ঘৰত স্বামীজী থাকিবৰ দিহা হৈছিল, তালৈকে স্বামীজীক শোভাযাত্ৰা সহকাৰে লৈ যোৱা হল।

অভ্যৰ্থনা সভাই পিচ দিনা অভিনন্দন জ্ঞাপন কৰিলে আৰু স্বামীজীয়েও তাৰ যথোচিত উত্তৰ দিলে।

ইয়াৰ পিচতে স্বামীজীয়ে অষ্টমী স্নানৰ বাবে লাঙ্গলবন্দত ব্ৰহ্মপুত্ৰত স্নান কৰিবলৈ গল। ইতিপূৰ্ব্বেই বন্দোবস্ত অনুযায়ী তেওঁৰ বুঢ়ী মাতৃদেবীক সন্ন্যাসী শিষ্যৰ সহায়েৰে তালৈ অনা হৈছিল। ইয়াতেই স্বামীজীৰ মাতৃদেবীৰ লগত দেখা হল। যথাৰীতি ব্ৰহ্মপুত্ৰত স্নান কৰিলে। স্নানান্তে স্বামীজী ধলেশ্বৰী নদীৰেদি বুঢ়ীগঙ্গাইদি ঢাকাচহৰলৈ আহিল। তেওঁৰ মাতৃদেবী তাৰ মেলাৰ অন্তত চন্দ্ৰনাথলৈ গল।

ঢাকা চহৰত স্বামীজী যি কেইদিন আছিল সদায়ে নানা কৌতুহলী ভক্ত বা সমাগত লোকসকলক জ্ঞান, ভক্তি, কৰ্ম্ম, বিবেক, বৈৰাগ্য আৰু বিশ্বাস বিষয়ক কথাৰ আলোচনা কৰি শাস্ত্ৰৰ প্ৰকৃত মৰ্ম বুজাবলৈ চেষ্টা কৰিছিল। ঢাকাবাসীয়ে স্বামীজীৰ সঙ্গলাভ আৰু অমূল্য উপদেশবাণী পাই ধন্য আৰু কৃতকৃতাৰ্থ বোধ কৰিছিল।

সকলোৰে অনুৰোধত ঢাকাচহৰ এৰি আহিবৰ আগতে স্বামীজীয়ে জগন্নাথ কলেজ প্ৰাঙ্গণত এটি বক্তৃতা দিছিল। তাত কেইবা হাজাৰো লোক সমাগম হৈছিল। বক্তৃতাৰ বিষয় আছিল—মই কি শিকিলোঁ।' এই বক্তৃতা প্ৰসঙ্গত স্বামীজীয়ে কলে—আমাৰ ভিতৰত আজি কালি এটা সংস্কাৰকৰ দল ওলাইছে। তেওঁবিলাকৰ মানত হিন্দুধৰ্ম্মত সাৰ বস্তু নায়েই—বেজায় পৌত্তলিক—নিজে কিন্তু কি সংস্কাৰ কৰিবলৈ গৈছে পৌত্তলিকতা কি তাৰ উপযোগিতা একেবাৰে নাজানে আৰু এটা দল আছে যি সকলো কাৰ্য্যৰে বৈজ্ঞানিক ব্যাখ্যা কৰিবলৈ ব্যস্ত। আচাৰ নিয়ম শাস্ত্ৰবিচাৰৰ তাৎপৰ্য্য সকলোতে বৈজ্ঞানিক কাৰণ দেখে। মই কিন্তু উক্ত

কোনো সম্প্ৰদায়ৰে নহওঁ। মই প্ৰাচীন সম্প্ৰদায়ৰ মানুহ—মোৰ উদ্দেশ্য ভগবৎ প্ৰাপ্তি—মোক লাগে আত্মদৰ্শন জগতৰ সুখ-দুখৰ অতীত প্ৰদেশলৈ যাবলৈ। এই সম্প্ৰদায়ৰ ওচৰত মই শিকিছো—

দুৰ্লভং ত্ৰয়মেবৈতৎ দেবানুগ্ৰহ হেতুকং।

মনুষ্যত্বং মুমুক্ষত্বং মহাপুৰুষ সংশ্ৰয়ঃ॥

আমাক লাগে মনুষ্যত্ব, লাগে মুক্তি, লাগে সৎ গুৰু। পিচত বাহুল্যকৈ ইয়াৰ ব্যাখ্যা কৰি বক্তৃতা সমাপ্ত কৰিলে।

আন এটা বক্তৃতা দিছিল পোগোজ স্কুলত বিষয় আছিল "আমাৰ জন্মপ্ৰাপ্ত ধৰ্ম।" আমাৰ ধৰ্ম আগৰ কালত অতিশয় উন্নত আছিল বুলি আলোচনা কৰিলেই আমাৰ একো লাভ নহব। আমি উন্নততৰ জীৱন লাভ কৰিবলৈ চেষ্টা কৰিব লাগিব। আগৰ কালত যেনে ঋষি-মুনি আছিল আমিও তেনে হব লাগিব— নিস্বাৰ্থ ভাবে পৰোপকাৰৰ কাৰণে মাধোন জীৱন ধাৰণ। তেখেতে আৰু কলে বেদত সকলোৰে অধিকাৰ আছে। পূৰ্ব্বৰ পৰাই সেই নিয়ম প্ৰচলিত হৈ আছে। ম্লেচ্ছও যদি ধৰ্ম জীৱন লাভ কৰিবলৈ আগ্ৰহশীল হয় তেন্তে তেওঁৰো এই বেদত অধিকাৰ আছে। এতিয়া দেখা যায় বিপৰীত। পুৰণাদি নিম্নতৰ শাস্ত্ৰৰ দোহাই দি বেদ অভ্যাসৰ পৰা বহুতক বঞ্চিত কৰিব খোজে। সেইটো যুক্তিসঙ্গত নহয়। আমি যেন আজি কালি পুৰাণক বেদত কৈ শ্ৰেষ্ঠ আসন দিছো। বৰ্ত্তমানে আমাৰ দেশত বেদৰ চৰ্চাৰ অভাবেই ইয়াৰ কাৰণ। মোৰ ইচ্ছা আমাৰ দেশত আকৌ প্ৰবল ভাবে বেদৰ চৰ্চা আৰম্ভ হওক।"

ঢাকাত থকাৰ ভিতৰতে স্বামীজীয়ে পূৰ্ব্ব প্ৰতিশ্ৰুতি ৰক্ষা কৰি সাধু নাগমহাশয়ৰ জন্মভূমি দেওভোগলৈ গৈছিল। সাধু নাগমহাশয় ইতিপূৰ্ব্বেই স্বৰ্গী হোৱাত তেওঁৰ সহধৰ্মিণী স্বামী

বিধবা স্ত্ৰীহে বৰ্ত্তমান আছিল। স্বামীজীক পাই অতিশয় আনন্দিতা হৈ তেখেতে সশিষ্যে স্বামীজীক যথাশক্তি সৎকাৰ পূৰ্ব্বক পৰিতোষ সহকাৰে ভোজন কৰালে আৰু আহিবৰ সময়ত স্বামীজীক এখন কাপোৰ উপহাৰ দিলে। স্বামীজীয়ে মহা আনন্দিত হৈ সেই কাপোৰ-খন মূৰত পাগুৰি মাৰি ঢাকালৈ ঘূৰি আহিল—এনে শ্ৰদ্ধাৰে সেই দান গ্ৰহণ কৰিছিল। পিচত স্বামীজীয়ে কৈছিল নাগমহাশয়ৰ বিধবাই আমাক কত ৰান্ধি খুৱালে। ঘৰখন কেনে মনোৰম—যেন শান্তিৰ আশ্ৰম। আমি গৈ এটা পুখুৰীত খুব দৰে সাতুৰি গা ধুলোঁ। গা ধুই উঠি আহি প্ৰায় ২॥ ঘণ্টা শুলোঁ। মোৰ জীৱনত যি কেইদিন ভাল টোপনি হৈছে—নাগমহাশয়ৰ ঘৰৰ টোপনিও তাৰে এদিন। শোৱাৰ পৰা উঠিয়েই প্ৰচুৰ আহাৰ। × × × × নাগমহাশয়ৰ ফটো পূজা হয়। তেখেতৰ সমাধিস্থান ভালকৈ ৰখা উচিত। যেনে হোৱা উচিত এতিয়াও কে তেনে হোৱা নাই। তাৰ কাৰণ ইয়াৰ মানুহে এই মহাপুৰুষক তেনেকৈ বুজিব পৰা নাই। যেয়ে তেখেতৰ সঙ্গ পাইছে সেয়ে ধন্য হৈছে।"

ঢাকাৰ পৰা স্বামীজী চন্দ্ৰনাথলৈ গল। চন্দ্ৰনাথৰ কৃত্য সমাপন কৰি মহাপীঠ কামাখ্যালৈ আহিল। গুৱাহাটীতো তেখেতক যোগ্য ভাবেই অভ্যৰ্থনা জনোৱা হৈছিল। শুনা যায় তেখেতে এই গুৱাহাটীত তিনটা বক্তৃতা দিছিল। দুঃখৰ কথা সেই বক্তৃতা বিলাকৰ বিৱৰণ পাবলৈ দুস্কৰ।

কামাখ্যা দৰ্শন কৰি স্বামীজীয়ে মানসিক শান্তি পালেও শাৰীৰিক পীড়াত বৰ কষ্ট পাইছিল। সেই কাৰণে তাৰ পৰা শ্বিলং শৈলাবাসলৈ যাবলৈ স্থিৰ কৰিলে। তেখেত থাকিবৰ কাৰণে তাত সুকীয়াকৈ এটা বঙলা ঘৰ ভাৰা কৰা হল। স্বামীজী সশিষ্যে যথাসময়ত গৈ শ্বিলং পালে।

সেই সময়ত চাৰ হেনৰী কটন অসমৰ চিফ কমিচনাৰ আছিল। স্বামীজীৰ নাম যশৰ কথা শুনি তেখেতক এবাৰ দেখা পাবলৈ এই জনা মহানুভব পুৰুষে আকাঙ্ক্ষা কৰি আছিল। এতিয়া তেখেতৰ ওচৰতে পাই আভিজাত্য পৰিত্যাগ কৰি নিজে আহি স্বামীজীক বাহৰতে দেখা কৰিলে। স্বামীজীয়েও কটন চাহাবৰ মহানুভবতা স্বীকাৰ কৰি কৈছিল—"এই জন ৰাজকৰ্মচাৰীয়েই ভাৰতৰ অভাব অভিযোগৰ কথা বুজিছিল আৰু তাৰ প্ৰতিকাৰ কৰিবলৈ আগ্ৰহশীল আছিল।"

স্বামীজীৰ অসুখৰ কথা জানি তেখেতে চিভিল চাৰ্জনক সদায় এবাৰ গৈ চাবলৈ আৰু যথাশক্তি যত্ন কৰিবলৈ হুকুম দিছিল। চিফকমিচনাৰ মিঃ কটনেও প্ৰায়েই স্বামীজীক দেখা কৰি নানা বিষয় আলচ কৰি আনন্দ অনুভব কৰিছিল। সকলোৰে অনুৰোধত স্বামীজীয়ে তাত এটা বক্তৃতা দিছিল। সেই বক্তৃতাত ইউৰোপীয়ান আৰু ভাৰতীয় সকলো ভদ্ৰলোক উপস্থিত আছিল। বক্তৃতাৰ ঘাই বিষয় আছিল—"ভাৰতীয় সভ্যতা আৰু তাৰ ধৰ্ম।" এই বক্তৃতা শুনি সকলোৱেই ধৰ্মৰ প্ৰকৃত মৰ্ম বুজিব পাৰিছিল আৰু হিন্দুধৰ্মৰ ওপৰত কৰা মিছা গ্লানিৰ সম্বন্ধ পাইছিল।

স্বাস্থ্যকৰ শিলঙৰ জল বায়ুও স্বামীজীক নুসুৰিলে। তেখেতৰ অসুখ বৰং বাঢিবলৈহে ধৰিলে। গতিকে ইয়াত সৰহদিন থকাৰ ইচ্ছা নকৰিলে আৰু সোনকালেই মঠলৈ ঘূৰি যাবলৈ ব্যগ্ৰ হল। যাবৰ সময়তো গুৱাহাটীৰ লোকসকলে স্বামীজীক বিদায় সম্বৰ্দ্ধনা জ্ঞাপন কৰিছিল। যেই মাহৰ মাজভাগতে স্বামীজী ঘূৰি আকৌ মঠ পালেহি।

# জীৱন শয্যাত।

পূৰ্ব্ববঙ্গ আৰু অসমত ফুৰিবলৈ গৈ স্বামীজীৰ স্বাস্থ্যৰ উন্নতি নহ'ল; খিলঙত বৰং তেখেতৰ ৰোগ বৃদ্ধিহে হ'ল। তাৰ পৰা ঘূৰি আহি এইবাৰ একাদিক্ৰমে ৭ মাহ বিশেষ কোনো বাজহুৱা কাম নকৰাকৈ স্বামীজী মঠতে থাকিল। সেই বুলি মঠৰ দৈনন্দিন যাবতীয় কাৰ্য্যত সদায় যোগ দিছিল আৰু এই সময়তে পুনৰায় সন্ন্যাসী শিষ্যসকলৰ জীৱন গঠন কৰিবলৈ প্ৰয়াস পাইছিল। মঠত নিয়মিত ধ্যান-জপৰ সময় কৰি দিছিল ৰাতি ৪ বজাৰ পৰা ৬ বজালৈ। তাৰ পিচত আকৌ ৮ বজাৰ পৰা শাস্ত্ৰালোচনা। মঠৰ অন্যান্য কামৰ ভিতৰত নিয়মিত ঠাকুৰ পূজা হ'বই লাগে। সিও সময়মতে হ'ব লাগিব। কেনেকৈ সময় ৰাখি মঠৰ যাবতীয় কামৰ উপৰিও নিজৰ ধ্যান-জপ আৰু শাস্ত্ৰালোচনাত যোগ দিব পাৰিব তালৈ সতৰ্ক কৰি দিয়া হয়। যদি কেতিয়াবা কোনো নিৰূপিত কামত উপস্থিত নাথাকে তৎক্ষণাৎ যেওঁক শাসন কৰা হয়। স্বামীজীয়ে নিজে সদায় ৰাতি ৩ বজাতে শোৱাৰ পৰা উঠে আৰু তেতিয়াই আন সকলকো জগাই দিয়ে। ঠাকুৰ ঘৰত ধ্যান কৰোঁতে স্বামীজী নিজে মাজ আসনত বহে আৰু নিয়ম আছিল যেখেত আসনৰ পৰা উঠে মানে আন কোনো আসন এৰি উঠিব নোৱাৰে। সন্ন্যাসীসকলক একালে যেনে শাসনৰ ভিতৰত ৰাখিছিল আন কালে তেনে সস্নেহ ব্যৱহাৰত শাসনৰ তীব্ৰতা অনুভৱ কৰিবলৈ সুযোগ দিয়া নাছিল। সন্ন্যাসীসকলৰ পক্ষে স্বামীজীয়েই অতিশয় শ্ৰদ্ধা-ভক্তিৰ পাত্ৰ আছিল। তেখেতৰ

উপস্থিতিয়েই সকলোৰে আনন্দ আৰু উৎসাহৰ স্থল আছিল।

"স্বামী-শিষ্য সংবাদ" প্ৰণেতা স্বামীজীৰ প্ৰিয় শিষ্য শৰৎ চক্ৰবৰ্ত্তী মহোদয়ে কথা প্ৰসঙ্গত এদিন সুধিলে—"পূৰ্ব্ববঙ্গ অসমত ফুৰি আপুনি কি দেখি আহিল?" স্বামীজীয়ে কলে—"পূৰ্ব্ববঙ্গৰ মানুহৰ বৰ আচাৰ-বিচাৰ কৰা দেখি আহিলোঁ। মোক পৰ্য্যন্ত সেই আচাৰ-বিচাৰৰ ভিতৰত সোমাই চলিবলৈ বাধ্য কৰিব খোজে। মই বাধ্য হৈ কলোঁ—মই সন্ন্যাসী মানুহ—মোৰ আকৌ বিচাৰ কি? দ্বিতীয়তে তাত অৱতাৰবাদৰ দাম বৰ সস্তা—যাকে তাকে অৱতাৰ বুলি পূজা কৰিবলৈ তৎপৰ—সৰ্ব্বং অত্যন্ত গৰ্হিতম্। মানুহবিলাকক পুষ্ট যেন দেখা গল—সম্ভৱতঃ মাছ-মাংস খায় প্ৰচুৰ। তথাপি বেচিকৈ ঘিউ তেল খায় যেন পালোঁ—তাৰ দ্বাৰা মেদ বাঢে মাথোন বিশেষ লাভ নাই। মোৰ বোধেৰে পূৰ্ব্ব-বঙ্গৰ লগত পশ্চিমবঙ্গৰ আৰু বেচি মিলাপ্ৰীতি থকা উচিত। তাৰ কিছু অভাৱ দেখা যায়।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাকৃতিক সৌন্দৰ্য্য যথেষ্ট। তাৰ মানুহকো বলী আৰু কৰ্মঠ বুলি মোৰ ধাৰণা হল। তেওঁবিলাকৰ দেশত শঙ্কৰদেৱ (শঙ্কৰদেৱ) নামে এজনক অৱতাৰ বুলি মান্য কৰে। তেওঁখেত বৈষ্ণৱাচাৰ্য্য যেন বোধ হল। তেওঁখেতৰ সম্প্ৰদায়েই অসমত বেছি। তাৰ ভিতৰৰ কিছুমানক ত্যাগী বুলি ধাৰণা হল (কেৱলীয়া ভকত)। সম্ভৱতঃ তান্ত্ৰিক সন্ন্যাসী বা শঙ্কৰাচাৰ্য্যৰ পৰাই সেই ভাব লৈছে।

স্বামীজীৰ স্বাস্থ্য যেতিয়া অটুট আছিল তেতিয়া তেওঁখেতে বিদ্যুৎগতিৰে ভাৰতৰ বিভিন্ন ঠাইত ফুৰি নিজৰ আদৰ্শ প্ৰচাৰ কৰি ভাৰতীয় মৃতপ্ৰায় জনসাধাৰণৰ মাজত প্ৰাণ সঞ্চাৰ কৰিবলৈ চেষ্টা কৰিছিল। এই শক্তিধৰ মহাপুৰুষৰ সঙ্গলাভ যেয়ে এবাৰ

কৰিছে তেওঁৰেই তেওঁতেওঁৰ প্ৰভাব আৰু যৌগিক শক্তি অনুভৱ নকৰাকৈ থাকিব পৰা নাই। এতিয়া তেওঁতে নিজে ইফালে সিফালে যাব নোৱাৰাত ভাৰতৰ বিভিন্ন ঠাইৰ পৰা নানা শ্ৰেণীৰ মানুহ আহি স্বামীজীক সাক্ষাৎ কৰিছিল আৰু উপদেশ লাভ কৰিছিল। স্বামীজীয়েও অক্লান্তভাৱে সকলোকে যথাযোগ্যভাৱে উপদেশ দিছিল আৰু নানা বিষয় আলোচনা কৰিছিল। শিখা বাহুল্য জীৱনৰ শেষ মুহূৰ্ত্তলৈকে তেওঁতে এই ব্ৰত উদ্‌যাপন কৰি গৈছে।

এই বছৰ স্বামীজীয়ে মঠত দুৰ্গাপূজা কৰিবলৈ ঠিক কৰিছিল। এসপ্তাহমান সময় থকাৰ আগতে স্বামীজীয়ে নিজৰ ইচ্ছা মঠৰ সকলোৰে আগত ব্যক্ত কৰিলে। সকলোৰেই শুনি আনন্দিত হল আৰু যথাপ্ৰয়োজন যোগাৰ কৰিবলৈ কথা দিলে। তেতিয়াই দুজন সন্ন্যাসীক কা কাশৈ পঠোৱা হল। সিবিলাক পোনাতে বাগ বজাৰত শ্ৰীশ্ৰীমাৰ অনুমতি গ্ৰহণ কৰিলে—স্বামীজীয়ে কৰা ইচ্ছাত তেওঁতে বাধা নিদিলে। তাৰ পিচত প্ৰতিমাৰ বন্দোবস্ত কৰি আহিল। পূজাৰ আগতে সকলো যোগাৰ সম্পূৰ্ণ হোৱা দেখি স্বামীজী সন্তুষ্ট হল। বোধনৰ দিনাই শ্ৰীশ্ৰীমাক বাগবজাৰ আশ্ৰমৰ পৰা অনোৱা হল। মঠৰ ঠিক উত্তৰে আগৰ সেই নীলাম্বৰ বাবুৰ বাগানৰ ঘৰটোতে মাক থাকিবলৈ দিয়া হল। মঠৰ ব্ৰহ্মচাৰী এজন পূজক নিযুক্ত হল আৰু এজন পণ্ডিতক তন্ত্ৰ-ধাৰক নিযুক্ত কৰা হল। শ্ৰীশ্ৰীমাৰ নামেই সঙ্কল্প লৈ যথাসম্ভৱ সাত্ত্বিক ভাবে পূজাৰ কাৰ্য্য শেষ হল। মহা সমাৰোহ কৰি প্ৰতিমা বিসৰ্জ্জন দিয়া হল। পূজাৰ সকলো কাৰ্য্য স্বামীজীয়ে নিজে তত্ত্বাৱধান লৈ সমাপন কৰিলে। মঠত সেই বছৰ নিয়মমতে প্ৰতিমা আনি লক্ষ্মী পূজা আৰু কালীপূজাও হৈছিল।

স্বামীজীৰ সকু কালতে এবাৰ বৰ টান নৰীয়া হৈছিল। সেই সময়তে মাতৃদেৱীয়ে (জোপৰুৱ) আগ কৰি লৈছিল যে লৰা ভাল হলে কালীঘাটত মা কালীক পূজা দিয়াম আৰু সি পুনঃ পুনঃ সাষ্টাঙ্গ প্ৰণিপাত কৰিব। এতিয়াও স্বামীজীৰ শৰীৰ সদায় অসুখ হৈ থকা কথা শুনি মাকৰ মনত খেলালে যে আগতে আগ কৰি থোৱা কামখিনি কৰিলেই কিজানি ভাল হৈ যাব। ইয়াকে ভাবি স্বামীজীলৈ খবৰ পঠালে। স্বামীজী ততালিকে মান্তি হল। মাকৰ লগত কালীঘাটলৈ গৈ তাৰে ওচৰৰ গঙ্গাত স্নান কৰি আহি মন্দিৰত নিজে পূজা কৰিলে, পুনঃ পুনঃ সাষ্টাঙ্গ প্ৰণিপাত কৰিলে আৰু বাহিৰলৈ আহি নাট-মন্দিৰৰ সন্মুখত বহি হোম কৰিলে। সেই কোমলপ্ৰাণৰ কাদিয়ে স্বামীজীক অতুলনীয়ৰূপে শোভনীয় কৰি তুলিছিল দেখি সেই দিনা মন্দিৰ প্ৰাঙ্গণত লোকেলোকাৰণ্য হৈ পৰিছিল। অতি পৰিপাটিৰূপে আৰু বিনয়ৰে হোম সমাপন কৰি মাকৰ লগত স্বামীজী ঘৰলৈ আহিল। মঠত আহি কলে—"কালীঘাটৰ পাণ্ডাসকল কোন উদাৰ! মই বিলাত ফেৰত বুলি মোক মন্দিৰলৈ সোমোৱা বা পূজা হোম কৰাত কোনো বাধা দিয়া নাই, বৰং নিজেহঁতে যিমানদূৰ পাৰে সহায় হে কৰিছিল।

স্বামীজীয়ে এইদৰে তেওঁতৰ জীৱন সন্ধ্যাত প্ৰতিমা আদিত বাহ্যপূজা আৰু দেৱ-দেৱীক ভক্তি শ্ৰদ্ধা প্ৰদৰ্শন কৰি এটা আদৰ্শ ৰাখি গল। অদ্বৈতজ্ঞানী স্বামীজীৰ এই আচৰণত আচৰিত হৈ এজনে সোধাত কলে— মই শাস্ত্ৰ মৰ্য্যাদা নষ্ট কৰিবলৈ অহা নাই— পূৰ্ণ কৰিবলৈহে আহিছোঁ।"

এতিয়াবে পৰা গোঁড়া হিন্দুসকলে স্বামীজী আৰু মঠক বেলেগ চকুৰে চাবলৈ ধৰিলে। ইয়াৰ প্ৰান্ত ইমান দিনে

মনে মনে পুহি অহা বিদ্বেষ ভাব ক্রমে কমি আহি মঠ বা স্বামীজীৰ প্ৰতি শ্ৰদ্ধা সম্পন্ন হল। আচলতে এদল মানুহে বিলাত কেৱল স্বামীজীৰ ওপৰত বহুতো বেয়া ভাব পোষণ কৰি আছিল। তেওঁলোকৰ স্থাপিত মঠত আচাৰ-বিচাৰ নাই, সকলো একাকাৰ কৰিবলৈহে আশ্ৰম-মঠ পাতিছে—বিলাতৰ পৰাই সেইবোৰ ভাব লৈ আহিছে। তিকতা মানুহেও আকৌ সন্ন্যাসধৰ্ম লবৰ অধিকাৰী হৈছে আৰু তেওঁবিলাকৰো গুৰু হৈছে ইত্যাদি নানা-ভাবে কুৎসা ৰটনা আৰু বিৰুদ্ধ সমালোচনা চলিয়েই আছিল। কিন্তু যেতিয়া দেখিলে যে মঠত হিন্দুৰ যাবতীয় আচাৰ পদ্ধতি মানি পূজা হল, তাত পণ্ডিত-ব্ৰাহ্মণ ভোজন আৰু বিদায় হল, দৰিদ্ৰসকলে পেটভৰাই খাবলৈ পোৱাই নহয় সিইতে আদৰ যত্নও পালে, তেতিয়া সিবিলাকৰ ভ্ৰান্তি বহুতো পৰিমাণে দূৰ হল। তাতে আকৌ খবৰ ওলাল যে কালীঘাটলৈকো গৈ মাকৰে-সৈতে স্বামীজীয়ে তাত পূজা হোম কৰি আহিল। এজনে এই বিষয় প্ৰশ্ন কৰাত স্বামীজীয়ে কৈছিল—"সমাজত কোনো এটা নতুন ভাব দিবৰ সময়ত প্ৰাচীনপন্থীসকলৰ অভ্যুত্থান হোৱা জগতৰ ৰীতি। পৃথিৱীত আবিৰ্ভাব হোৱা সকলো মহাপুৰুষেই এই প্ৰতিবন্ধক অতিক্ৰম কৰিব লগাত পৰিছিল। তেতিয়াহে সিবিলাকৰ ভাব সমাজে গ্ৰহণ কৰিছিল। বিশেষকৈ এনে অন্যায় অত্যাচাৰ (Persecution) হলেহে সমাজ শৰীৰত নতুন ভাব প্ৰবেশ কৰে। গতিকে তেনে বিৰুদ্ধবাদ নতুনভাব প্ৰচাৰৰ সহায়কহে হয়গৈ কালত।"

প্ৰথম অৱস্থাত মঠত স্বামীজীক কবিৰাজী চিকিৎসা কৰোৱা হৈছিল। তাৰ পৰা কিছু উপকাৰ হৈ কেমাহমান অলপ ভালে থাকিলেও অক্টোবৰ মাহত (১৯০১ চনৰ) তেওঁৰ অসুখ আকৌ বাঢ়িল। এইবাৰ ভৰি দুটাও বৰকৈ উখহাত স্বামীজী একেবাৰে

শয্যাগত হল। গতিকে বাধ্য হৈ আকৌ ডাক্তৰী চিকিৎসা কৰোৱা হল। এই চিকিৎসাৰ ভিতৰতো স্বামীজী এনেয়ে থকা নাছিল। ইয়াৰ ভিতৰতো সদায় মঠৰ যাবতীয় কাৰ্য্যৰ খবৰ আৰু সন্ন্যাসী, শিষ্য, ভক্ত আদিৰ লগত দেখা-শুনা আৰু নানা বিষয় আলোচনা কৰিছিল বা উপদেশ দিছিল।

ৰোগ শয্যাৰ পৰাই স্বামীজীয়ে তেখেতৰ জীৱন-সাধনা মঠ-আশ্ৰমাদিৰ প্ৰতিক্ৰিয়া আৰু দেশবাসীৰ মাজত তাৰ প্ৰভাৱ কিমানখিনিলৈকে হৈছে ভাবি চাবৰ সুযোগ পালে। আশানুৰূপ ত্যাগী সাহসী ডেকাদল আহি এই আদৰ্শ কিমানখিনিলৈকে গ্ৰহণ কৰিছে? উপযুক্ত কৰ্মী নহ'লে ভৱিষ্যতে দেশত কাম চলি থাকিব কেনেকৈ? একো একোবাৰ দেশৰ উদ্যমহীন অৱস্থা দেখি হতাশ হয়। এতিয়া আৰু আগৰ দৰে বিদ্যুৎ গতিৰে গোটেই দেশত ফুৰি প্ৰচাৰৰ ভিতৰেদি লোকসমাজৰ উন্নতি বিধায়ক কাৰ্য্যলৈ ডেকাদলক আহ্বান কৰিবৰ শৰীৰতৰ শক্তি ক'ত? মনৰ আবেগত হৃদয়ৰ তাড়নাত যিখিনি কাম এতিয়ালৈকে কৰিব পাৰিলে তাতেই তেখেতৰ শৰীৰে সহিব নোৱাৰিলে—দেহ অৱসন্ন কলীয়া হৈ পৰিল। হায় উপনিষদৰ যুগৰ "নচিকেতাৰ" দৰে সহস্ৰ নালাগে বাৰজন ডেকা মই পোৱা হলে পৃথিৱী ওলট-পালট কৰি দিলোঁহেঁতেন? কিন্তু তেনে ত্যাগী, জ্ঞানী, সাহিয়াল ডেকা ক'ত? যিবিলাক আমাৰ দেশৰ ডেকাক দেখা পাওঁ—মুখত দেখা যায় তমোগুণ, উদ্যমহীন, সাহসহীন, বীৰ্য্যহীন আৰু বুদ্ধিহীন। যি কেইজনৰ যোগে কাম আৰম্ভ কৰা হৈছে তেওঁবিলাকৰ সংখ্যা নিচেই তাকৰ—অথচ অভাৱ পৰ্ব্বত প্ৰমাণ। ইত্যাদি ভাবত কেতিয়াবা কেতিয়াবা তেখেত হতাশ হয় কিন্তু উপায় একো বিচাৰি নাপায়।

কথাপ্ৰসঙ্গত এদিন শৰৎবাবুক (তেখেতৰ শিষ্য) মনৰ আক্ষেপত কলে,—"এতিয়া আমাৰ কি কৰা উচিত জানিছানে? একেবাৰে ফলকামনাশূন্য হৈ কাম কৰি যাব লাগিব। ভাল, বেয়া মানুহে দুয়োটাকে বুলিবই। কিন্তু এটা আদৰ্শ আগত লৈ আমি একাগ্ৰপতিয়াকৈ কাম কৰি যাব লাগিব—পণ্ডিত সকলে নিন্দাই কৰক বা স্তুতিয়েই কৰক; মোৰ বোধেৰে মহাবীৰৰ চৰিত্ৰকে তোমালোকৰ আদৰ্শ লব লাগিব। চোৱা কেনে ৰামৰ আজ্ঞাত সাগৰ পাৰ হৈ গল। নিজৰ জীৱন-মৰণলৈ দৃকপাত নাই—মহা জিতেন্দ্ৰিয়, মহা বুদ্ধিমান। দাস্য ভাবৰ সেই মহা আদৰ্শৰে তোমালোকৰ জীৱন গঠিত কৰিব লাগিব। ইয়াকে পোনতে কৰিব পাৰিলেই আন আন ভাবৰ স্ফুৰণ কালক্ৰমে আপোনা-আপুনি হৈ যাব। দ্বিধাশূন্য হৈ গুৰুৰ আদেশ পালন আৰু ব্ৰহ্মচৰ্য্য ৰক্ষা কৰা এয়ে হৈছে কৃতী হবৰ গূঢ় উপায় ( Secret of Success )—নান্যঃ পন্থা বিদ্যতে হয় নায় হনুমানৰ একালে যেনে দাস্য ভাব আন কালে তেনে ত্ৰিলোক সংত্ৰাসী সিংহবিক্ৰম। ৰামৰ জীৱনপাত কৰিবলৈকো অলপো দ্বিধা বোধ নাই। ৰামসেৱাৰ বাহিৰে আন সকলো বিষয়লৈ উপেক্ষা—শিৱত্ব, ব্ৰহ্মত্ব প্ৰাপ্তিও নালাগে। কেৱল মাত্ৰ ৰঘুনাথৰ আদেশ পালনেই জীৱনৰ একমাত্ৰ ব্ৰত। তেনেকুৱা একাগ্ৰনিষ্ঠা হব লাগে। খোল কৰতাল বজাই, জপিয়াই জপিয়াই নাচি দেশ তললৈ গল, একেই পেটকগীয়া বেমাৰীৰ দল তাতে আকৌ ইমান দবে জপিয়ালে, নাচিলে সহ্য হব কিয়? কামগন্ধহীন উচ্চ সাধনা কৰিবলৈ গৈ দেশ ঘোৰ তমসাচ্ছন্ন হৈ পৰিল। দেশে দেশে, গাৱেঁ গাৱেঁ যলৈকে যাবা দেখিবা খোল-কৰতালেইহে বাজিছে। কিয় দেশত ঢাক ঢোল তৈয়াৰ নহয়নে? তুৰী ভেৰী ভাৰতত পৰা লোপ পালে নে? সেই বিলাকৰ

গুৰু গম্ভীৰ আওৱাজ নবাবিলাকক শুনোৱা। সৰু কালৰে পৰা মাইকী মানুহৰ বাজনা শুনি শুনি—কীৰ্ত্তন শুনি শুনি দেশখনেই যেন মাইকী মানুহৰ দেশ হৈ গল। ইয়াতকৈ আৰু নো কি অধঃপাতে যাব? এই ছবি আঁকিবলৈ কবি কল্পনাও হাৰ মানিব। ডম্বৰু শিঙা বজাব লাগিব, ঢাক ৰুদ্ৰতাল সঙ্গতৰ আৰু দুন্দুভিনাদ তুলিব লাগিব 'মহাবীৰ', 'মহাবীৰ' ধ্বনি আৰু "হৰ হৰ বোম বোম" ধ্বনিত দিগন্ত কঁপাই তুলিব লাগিব। যিবিলাক গীতে মানুহৰ কোমল ভাব উদ্ৰেক কৰে সেই-বিলাক কিছুদিনলৈ বন্ধ কৰিব লাগিব। খেয়াল টপ্পা গান বন্ধ কৰি ধ্ৰুপদ গান শুনিবলৈ মানুহক অভ্যাস কৰাব লাগিব। বৈদিক ছন্দৰ মেঘমন্দ্ৰৰে দেশৰ প্ৰাণ সঞ্চাৰ কৰিব লাগিব। সকলো বিষয়তে বীৰত্বৰ কঠোৰ মহাপ্ৰাণতা আনিব লাগিব। এনেকুৱা আদৰ্শৰ অনুসৰণ কৰিলেহে জীৱৰ কল্যাণ—দেশৰ কল্যাণ হব। তুমি অকলে যদি এই আদৰ্শৰে নিজৰ চৰিত্ৰ গঠন কৰিব পাৰা তেনেহলে তোমাক দেখাদেখি আৰু হাজাৰ জনে তেনে হবলৈ চেষ্টা কৰিব। কিন্তু চাবা আদৰ্শৰ পৰা যেন এখোজো পিচ নপৰা বা ভয় নকৰা। খাওঁতে শোওঁতে, গাওঁতে বজাওঁতে, ভোগে ভোগে সকলোতে সৎসাহৰ পৰিচয় দিবা—তেতিয়াহে মহাশক্তিৰ কৃপা হব।

ৰোগৰ কাৰণে অনাহাৰ আৰু অনিদ্ৰা অৱস্থাতো স্বামীজীৰ অধ্যয়নানুৰাগ কেনে প্ৰবল আছিল জানিলে আচৰিত হব লাগে। তেখেত যেতিয়া প্ৰায় শয্যাগত — অলপ মাথোন বাহিৰ ভিতৰ কৰিব পৰা হৈছে সেই সময়ত মঠলৈ এক 'চিৰিজ' এনচাইক্লোপেডিয়া ব্ৰিটানিকা ( Encyclopaedia Britonica ) সুবৃহৎ ইংৰাজী অভিধান নতুনকৈ অনা হৈছিল। স্বামীজীৰ প্ৰিয় শিষ্য শৰৎ বাবু এদিন

মঠলৈ আহি ধুনীয়া কিতাপবোৰ দেখি কলে "এজনৰ জীৱনকালত অতবিলাক কিতাপ পঢ়ি শেষ কৰাই টান হব।" স্বামীজীয়ে সেই কথা শুনি কলে—"কি কৈছ, বাৰু ইয়াৰ প্ৰথম দহখন কিতাপৰ যেই কোনো অংশৰ পৰা যি কোনো কথা মোক ধৰ—মই উত্তৰ দিব পাৰো নে নোৱাৰোঁ চা।" শৰৎ বাবুও এই কথাত আচৰিত হৈ সেই দহোভাগ কিতাপৰ পৰা নানান ঠাইৰ প্ৰশ্ন কৰিবলৈ ধৰিলে। কি আচৰিত কথা স্বামীজীয়ে সকলো কথাৰ উত্তৰ অতি সহজেটো দিলেই এ'ন কি কোনো কোনো ঠাইত সেই কিতাপত থকা ভাষাকে হুবহু কৈ যাবলৈ ধৰিলে। এনে অদ্ভুত স্মৃতিশক্তি দেখি শৰৎ বাবু আচৰিত হল আৰু কলে "ই মানুহৰ শক্তি নহয়।" স্বামীজীয়ে কলে "দেখিলি, একমাত্ৰ ব্ৰহ্মচৰ্য্য ঠিকমতে পালন কৰিব পাৰিলেই সমস্ত বিদ্যা মুহূৰ্ত্ততে আয়ত্ত হৈ যায়—শ্ৰুতিধৰ স্মৃতিধৰ হয়। এই ব্ৰহ্মচৰ্য্যৰ অভাৱতে আমাৰ দেশৰ সকলো ধ্বংস হৈ গল।" উত্তৰত শৰৎবাবুয়ে কলে—"বোধহয় ইয়াতকৈও আৰু কিবা লাগে হবলা?" তেখেতে হয়তো ভাবিছিল কোন ক্ষেত্ৰত এনে অসম্ভৱ সম্ভৱ হব পাৰে।

১৯০১ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত কলিকতাৰ কংগ্ৰেছ মহাসভাৰ অধিবেশন বহিছিল। তাত যোগ দিবলৈ ভাৰতৰ বিভিন্ন ঠাইৰ নেতৃস্থানীয় লোকসকল আহিছিল। তাৰ ভিতৰত বহুতেই এই সময়ত স্বামীজীক দেখা কৰিবলৈ বেলুড়মঠলৈ আহিছিল। স্বামীজীয়েও নিজৰ শাৰীৰিক অৱস্থালৈ গ্ৰাহ্য নকৰি সিবিলাকৰ লগত ভাৰতীয় সমস্যা বিলাকৰ আলচ কৰিছিল। তেখেতে যুক্তি'ৰে বুজাবলৈ চেষ্টা কৰিছিল এটা জাতিক অধঃপতন অৱস্থাৰ পৰা ক্ৰমে উন্নত অৱস্থালৈ নিবলৈ তাৰ বৈশিষ্ট, তাৰ অতীত সভ্যতা কৃষ্টিলৈ পাহৰি পৰানুকৰণ পন্থা লৈ পতাসুগতিক

ভাবে চলিলে একো নহব। সেই কাৰণে আমাৰ দেশত বেদৰ অধ্যাত্ম ভাগৰ শিক্ষা আৰু আলোচনাৰ যথেষ্ট প্ৰয়োজন। ইয়াৰ ভিতৰতে আত্মনিয়ন্ত্ৰণৰ বীজ নিহিত আছে। স্বামীজীৰ অকাট্য যুক্তিপূৰ্ণ কথা কোনেও অস্বীকাৰ কৰিব পৰা নাছিল; বৰং সকলোৱে সেই পৰামৰ্শ গ্ৰহণ কৰি যাৰ যাৰ প্ৰদেশত যিমানদূৰ সম্ভৱ তেনে বেদ বিদ্যালয় স্থাপনৰ অভিলাষ ব্যক্ত কৰিছিল।

ইং ১৯০২ চনৰ আগভাগতে জাপানৰ পৰা দুজন বিশিষ্ট-লোক মঠলৈ আহি স্বামীজীক দেখা কৰিলে। সেই সময়ত স্বামীজীৰ শৰীৰ অলপ ভাল হৈছিল। সিবিলাক দুজনো জাপানৰ বিখ্যাত বৌদ্ধ মঠৰ অধ্যক্ষ। অহাৰ মাই কাৰণ—জাপানত সিবিলাকে এখন ধৰ্ম্ম-মহাসভা পাতিবলৈ দিহা কৰিছে। সেই সভাত স্বামীজীয়ে যোগ দিব লাগে। সিবিলাক সকলোৰে ধাৰণা তেখেতে যোগ নিদিলে যেন তেনে সভাৰ সাৰ্থকতা নাথাকে। লিখা বাহুল্য চিকাগো ধৰ্ম্ম মহাসভাত স্বামীজীৰ যি প্ৰতিষ্ঠা লাভ হৈছিল সি ক্ৰমে গোটেই পৃথিবীতে প্ৰসাৰ লাভ কৰিছিল। স্বামীজীয়ে উদীয়মান এটা জাতিৰ মাজত ধৰ্ম্মচাৰৰ বীজ আৰোপ কৰি প্ৰকৃত উন্নতিৰ পথত আগুৱান হবলৈ সহায়তা কৰা কৰ্ত্তব্য বুলি নিজে ভাবি লৈ এই কাৰ্য্যত সহযোগিতা কৰিবলৈ সন্মতি প্ৰকাশ কৰিলে। লোককল্যাণ যাখোন যাৰ জীৱনৰ একমাত্ৰ কাম্য তেখেতে এনে আহ্বান আওকাণ কৰিব পাৰে নে? তাত নিজৰ শাৰীৰিক অসুস্থতালৈ মনত থাকিবৰ অৱসৰ আছে নে? যি উদ্দেশ্যে সেই 'ভিক্ষু' দুজন আহিছিল সিবিলাকৰ আশা পূৰণ কৰি স্বামীজী জাপানলৈ যাবলৈ সন্মত হোৱাত উভয়ে অতিশয় আনন্দিত হল।

ইবিলাক দুজনে বৌদ্ধসকলৰ পক্ষে ভাৰতৰ প্ৰসিদ্ধ তীৰ্থস্থান বুদ্ধগয়ালৈ যাবলৈ ইচ্ছা কৰি স্বামীজীক লগ ধৰি কলে "আপুনিও আমাৰ লগত যোৱা হলে বৰ কৃতাৰ্থ বোধ কৰিলোঁহেতেন।" ইয়াৰ আগৰ পৰাই স্বামীজীৰ শেষ এবাৰ বিশ্বেশ্বৰ দৰ্শন কৰিবলৈ মনে মনে সঙ্কল্প কৰি আছিল। এতিয়া ইবিলাকৰ লগত গৈ সিবিলাকক সন্তোষ দিয়াৰ লগে লগে নিজৰ অভিষ্টও পূৰণ হোৱাত সেই কথাটো সন্মত হল। আৰু দুই এজন শিষ্য লগত লৈ স্বামীজী বুদ্ধগয়ালৈ ৰাওনা হল। তাৰ মোহন্ত মহাৰাজে স্বামীজীক আদৰ অভ্যৰ্থনা কৰি নিজৰ ঘৰতে থাকিবৰ দিহা কৰি দিলে আৰু তাৰ দ্ৰষ্টব্য সকলো ঠাই পৰিপাটি কৰি দেখুৱাই দিলে। ইয়াৰ পৰাই জাপানৰ ভিক্ষু দুজন বিদায় হল আৰু স্বামীজীও তাৰ পৰা কাশীধামলৈ আহিল স্বামীজীয়ে বোধিক্ৰমৰ তলত গভীৰ ধ্যানস্থ হল—শান্ত সমাহিত চিত্ত, সৰ্ব্বকামনা ৰহিত ধীৰ, আপোন হৃদয়ত আপোনাকে লৈ স্থিতি। হায় কোনে জানে এই ঠাইত স্বামীজীৰ এয়ে শেষ সমাধিযুক্ত ধ্যান!

কাশীধামত থাকোঁতে স্বামীজীক নানা সম্প্ৰদায়ৰ মানুহে সদায় আহি দেখা কৰিছিল আৰু নানা বিষয় আলচ কৰিছিল। কাশীধাম স্বামীজীৰ যেন আনন্দ আৰু শান্তিৰ নিকেতন। ইয়াত থাকি স্বামীজীয়ে নিজৰ শৰীৰৰ সকলো দুৰ্ব্বলতা কিম্বা ৰোগৰ কষ্ট পাহৰিছিল—সদায় যেন কিবা ভাবত তন্ময় হৈ আছিল আৰু সদায় আবেলি নাৱেৰে গঙ্গাত ফুৰিছিল। স্বামীজীৰ উপদেশৰ ফলত কাশীধামৰ ডেকা সম্প্ৰদায়ে তাত এটি সাহায্য কেন্দ্ৰ স্থাপন কৰি তাৰ যোগে আৰ্ত্ত, পীড়িত লোকসকলৰ সেৱা কাৰ্য্য কৰিবলৈ প্ৰস্তাৱ কৰিলে আৰু সেই কাৰ্য্যৰ সফলতাৰ বাবে স্বামীজীৰ আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰিলে। স্বামীজীৰ চিৰ বাঞ্ছিত এনে প্ৰস্তাৱত অতিশয় আনন্দিত

হৈ ডেকা সম্প্রদায়ক যথেষ্ট উৎসাহ দিলে। যথা সময়ত সাহায্য কেন্দ্ৰ স্থাপিত হল। কাশীধামত "ৰামকৃষ্ণ সেৱাশ্ৰমৰ" এয়ে প্ৰথম ভিত্তি স্থাপন। ইয়াকে আদৰ্শ লৈ হৰিদ্বাৰ, প্ৰয়াগ, বৃন্দাবন প্ৰভৃতি বিখ্যাত তীৰ্থস্থানবিলাকত সেৱাশ্ৰম স্থাপিত হবলৈ ধৰিলে। ইয়াৰ দ্বাৰা বিদেশত যাত্ৰীসকলৰ যথেষ্ট উপকাৰ সাধিত হৈছিল। কাশীধামৰ জমিদাৰ এজনেও এই সময়তে মঠ স্থাপনৰ বাবে স্বামীজীক সাহায্য কৰিবলৈ প্ৰতিশ্ৰুতি দিছিল। স্বামীজীয়ে সেই কাৰ্য্যৰ বাবে পিচত স্বামী সদানন্দক পঠাই সেই কাৰ্য্যত সমাধা কৰিছিল। মঠতে কাশীধামলৈ আহি স্বামীজীয়ে মনত যথেষ্ট আনন্দ পালে আৰু ডেকাদলৰ উৎসাহত স্বামীজীৰ মনৰ হতাশ ভাব বহুপৰিমাণে পাতলিল। তেখেতে আশা কৰিলে—ভবিষ্যতে তেখেতৰ আৰব্ধ কাৰ্য্য নিশ্চয় গোটেই পৃথিৱীত উত্তৰোত্তৰ বৃদ্ধি পাই লোককল্যাণ সাধন কৰিব।

*

কাশীধামত 'ৰামকৃষ্ণ সেৱাশ্ৰমৰ' ভিত্তিস্থাপন উৎসৱত ডেকাদলটোলৈ লক্ষ্য কৰি স্বামীজীয়ে কলে "সবাইতকৈ এয়ে হৈছে প্ৰকৃত মানৱ ধৰ্ম—তোমালোকে প্ৰকৃত পথৰ নিৰ্দ্দেশ পাইছা। আশীৰ্ব্বাদ কৰোঁ। ভগৱান তোমালোকৰ সহায়ক হওক আৰু তোমালোকৰ এই কাৰ্য্যই ক্ৰমে অধিকতৰ সফলতা লাভ কৰক। সাহস আৰু ধৈৰ্য্য ধৰি তোমালোকে এই কাম কৰি যোৱা। টকাৰ কাৰণে চিন্তা নকৰিবা। টকা-পইচা আপোনা আপুনি আহি থাকিব আৰু তোমালোকৰ এই অনুষ্ঠান কালক্ৰমে ইমান ডাঙৰ হব যে সেইটো তোমালোকে এতিয়া উপলব্ধি কৰিব পৰা নাই।"

স্বামীজীৰ পক্ষে কাশীধামেই যেন যথায়। তেখেত তাত যকা দিন কেইটা যথেষ্ট প্ৰফুল্লভাবে আছিল, সন্ধিৰে বোগলৈ পাহৰিছিলোই

বুলিব লাগে। তাৰ পৰা আকৌ বেলুড়লৈ আহি ৰোগৰ তীব্ৰতা ক্ৰমে অনুভৱ কৰিবলৈ ধৰিলে। তথাপি তেখেতৰ দৈনন্দিন কাৰ্য্যৰ বিৰাম নাছিল। 'মিছনৰ' কাৰ্য্যও এতিয়া যথেষ্ট বাঢ়িবলৈ ধৰিছে; তদুপৰি 'উদ্বোধন' আদি আলোচনী কাকতবিলাকতো প্ৰবন্ধ দিব লাগে। সৰ্ব্বোপৰি মঠৰ সন্ন্যাসী ব্ৰহ্মচাৰীসকলক ধ্যান কৰিবলৈ শিক্ষা দিব লাগে—ৰাজযোগ অভ্যাস কৰোঁতে প্ৰত্যেকক সুকীয়াকৈ উপদেশ দি প্ৰক্ৰিয়াবিলাকৰ অনুষ্ঠানিক অভ্যাস কৰাব লাগে। দৈনন্দিন কাৰ্য্য তালিকা ঠিকমতে চলিছে নে নাই তালৈ দৃষ্টি ৰাখি আৰু তেখেতৰ প্ৰিয় আশ্ৰমৰ জীব-জন্তু বিলাকৰো তত্ত্বাৱধান ৰাখিব লাগে। ইয়াৰ ভিতৰতো তেখেতৰ প্ৰকৃত কষ্ট গোপন কৰিবলৈ এতিয়াও মাজে সময়ে হাঁহি-ধেমালি কৰে গল্প কৰে কিম্বা বুৰঞ্জীমূলক আখ্যান শুনাই বাহ্যিক প্ৰফুল্লতা ৰক্ষা কৰে।

সেই সময়ত আশ্ৰমৰ বাৰীত কিছুমান চাঁওতাল মানুহে কাম কৰিছিল। স্বামীজীৰ মন গল এই দুখীয়া মানুহবিলাকক পেট ভৰাই এদিন খুৱাব। সিহঁতে নিমখ নিদিয়া বস্তু খাবলৈ ৰাজী হোৱাত স্বামীজীয়ে নদিন নিজে আগত থাকি পৰিতোষ সহকাৰে খুৱালে। সিহঁত খাই বৈ যোৱাৰ পিছত স্বামীজীয়ে শিষ্যসকলক সম্বোধন কৰি কলে "সিহঁতক (খাই যোৱা সাঁওতাল মানুহবিলাকক) দেখিলোঁ যেন সাক্ষাৎ নাৰায়ণ—এনে সৰল চিত্ত, এনে অকৃত্ৰিম আৰু অকপট ভালপোৱা আৰু কতো দেখা নাযায়। ইহঁতৰ কিমান দুখ! ভাইতে ইহঁতৰ দুখ গুচাব পাৰিবি নে? নতুবা গেৰুৱা কাপোৰ পিন্ধি লাভ কি? পৰহিতায় সৰ্ব্বস্ব অৰ্পণ—ইয়াৰ নামেই হে প্ৰকৃত সন্ন্যাস। ইহঁতে ভাল বস্তু কেতিয়াও খাবলৈ পোৱা নাই। কেতিয়াবা এনে ইচ্ছা হয় যে মিঠ মঠ-ছঠ

বিক্ৰী কৰি আৰু সেই টকা দিও এই দুখীয়া খাবলৈ নোপোৱা দৰিদ্ৰ-নাৰায়ণসকলক বিলায়। আমাক নো কি লাগে—আমিটো গছৰ তলকে সাৰ কৰি লৈছোঁ। দেশৰ কত মানুহে খাব-লবলৈ পোৱা নাই—আমি কোন সত্তে মুখলৈ অন্ন নিছোঁ? বিদেশলৈ যেতিয়া গৈছিলোঁ।—মাক কত কাতৰ প্ৰাৰ্থনা কৰিলোঁ।—মা, ইয়াত মানুহে ফুলৰ বিছনাত শুইছে, চৰ্ব্ব-চোষ্য কত প্ৰকাৰ বস্তু খাইছে আৰু কত ৰকম কি ভোগ কৰিছে। আৰু আমাৰ দেশৰ মানুহে দুবেলা দুমুঠি খাবলৈ নাপাই মৰি গৈছে—মা! সিহঁতৰ কোনো উপায় নহব নে? বিদেশলৈ ধৰ্মপ্ৰচাৰ কৰিবলৈ যোৱাৰ মোৰ এটা অন্যতম্ উদ্দেশ্য এয়ে আছিল—এই দেশৰ মানুহৰ কাৰণে যদি কিবা অন্নসংস্থান কৰিব পাৰি।”

জগতৰ বৈষম্য দেখি নিতান্ত উত্যক্ত অনুভৱ কৰি যেন আকৌ কবলৈ ধৰিলে—“(আমাৰ) দেশৰ মানুহে দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নাপাই দেখি কেতিয়াবা ইচ্ছা হয় সেলাই দিও তোৰ শঙ্খ বজোৱা, ঘণ্টা বজোৱা, এবেঁ। লেখা পঢ়া কৰা কিম্বা সাধনাৰে মুক্তিলাভৰ চেষ্টা। সকলো মিলি যাও গাৱেঁ গাৱেঁ চৰিত্ৰবলেৰে বলিয়ান হৈ ধনী শ্ৰেণীক বুজাই-বঢ়াই আনো টকা-কড়ি যোগাৰ কৰি আৰু দৰিদ্ৰ-নাৰায়ণৰ সেৱাত দিও শেষ কৰি জীৱনৰ থকা দিন কেইটা।”

“আহা! দেশৰ গৰীব-দুখীৰ কাৰণে কোনেও এখবেকো নেভাবে। যিবিলাক জাতিৰ মেৰুদণ্ড—যাৰ পৰিশ্ৰমত অন্নৰ যোগাৰ হৈছে—যি মুচি-মেথৰ নহলে এদিন কাম বন্ধ কৰিলেও চহৰত হাহাকাৰৰ ৰব উঠে—হায় সিহঁতক সহানুভূতি দেখুৱাব, সিহঁতৰ সুখ-দুখত সান্ত্বনা দিবৰ দেশত এনে কোনো মানুহ নাই। চোৱাইচোন, হিন্দুসকলৰ পৰা সহানুভূতি নাপাই মাদ্ৰাজ প্ৰদেশৰ বহুতো

"পাৰিয়া" জাতৰ মানুহ খৃষ্টিয়ান হৈ গল। নেতাবিলাকে সেই মানুহবিলাক অকল পেটৰ দায়ত পৰি খৃষ্টিয়ান হৈছে, আচলতে আমাৰ সহানুভূতি নেপাইহে সিহঁতে ধৰ্ম্মান্তৰ গ্ৰহণ কৰিবলৈ বাধ্য হৈছে। দিনে-ৰাতিয়ে কেৱল সিহঁতক কৈছোঁ "নুছুবি, নুছুবি!" দেশত আৰু কিবা দয়া-ধৰ্ম্ম আছে নে বোপাইহঁত! কেৱল ছুৎমাৰ্গীৰ দল। এনে আচাৰৰ মুখত মাৰ লাঠী, মাৰ ঝাটনীৰ কোব। ইচ্ছা হয়,—তহঁতৰ ছুৎমাৰ্গৰ গণ্ডী ভাঙ্গি-ছিঙ্গি এতিয়াই ওলাই যাওঁ আৰু 'কোন কত পতিত, কঙ্গাল আছাহঁক আহা' বুলি ঠাকুৰৰ নামত মাতোঁ। ইহঁত নুঠিলে মা (দেশমাতৃকা) জাগ্ৰত নহব। আমি যদি ইহঁতৰ ভাত-কাপোৰৰে অলপ যোগাৰ কৰিব নোৱাৰিলোঁ। তেনেহলে নো আৰু কি কাম কৰিলোঁ? হায়, হায়, এইবোৰ মানুহে দুনিয়াদাৰীৰ একো নাজানে—সেই কাৰণে দিনে-ৰাতিয়ে খাটিও ভাত-কাপোৰৰ যোগাৰ কৰিব পৰা নাই। দে তহঁত সকলোৱে মিলি সিহঁতৰ চকু মুকলি কৰি দে—মই দিব্য চকুৰে দেখা পাইছোঁ—সিহঁত আৰু আমাৰ ভিতৰত সেই একেই ব্ৰহ্ম—একে শক্তিয়েই আছে মাথোন বিকাশৰ তাৰতম্য বৰ্ত্তমান। গোটেই শৰীৰত তেজ চলাচল নকৰিলে কোনো দেশ কোনোবা কালত উঠা দেখিছানে? এটা অঙ্গ যদি বিকল হয়, আন আন অঙ্গবিলাক সবল থাকিলেও সেই দেহৰ দ্বাৰা কোনো (উল্লেখযোগ্য) ডাঙৰ কাম হব নোৱাৰে—এই কথা নিশ্চয় জানিবাহঁক।"

মঠৰ শিষ্য আৰু ব্ৰহ্মচাৰী সকলৰ মানত স্বামীজী অকল গুৰুৱেই নহয় বন্ধু আৰু লগৰীয়া হিচাবেও বহুত সময়ত ব্যৱহাৰ কৰিছিল। দোষ দেখিলে খং আৰু শাসন কৰিলেও পিচ মুহূৰ্ত্ততে আকৌ সেই হাহি-মুখ! স্বামীজীৰ উপস্থিতিয়েই সকলোৰে পক্ষে আনন্দৰ আৰু কামত উৎসাহৰ পক্ষে যথেষ্ট। এতিয়া স্বামীজীয়ে

নিজে নিজে অনুভৱ কৰিলে তেখেতৰ দিন চমু চাপি আহিছে। গতিকে জগত-যোৰা যশস্যাৰ বোজা আঁতৰত থৈ নিজে শিষ্যসকলক গঢ়ি তুলি আৰব্ধ কৰ্ম্মৰ ভৱিষ্যৎ সফলতাৰ কাৰণেই চেষ্টা কৰিবলৈ ধৰিলে। স্বামীজীৰ ঐকান্তিক চেষ্টাত এই সময়ত মঠৰ সন্ন্যাসী-সকলৰ ভিতৰতো যেন সাধন-ভজনৰ প্ৰবল বাসনা জাগি উঠিছিল—সকলোৱেই অধ্যৱসায় সহকাৰে স্বামীজীৰ প্ৰদৰ্শিত পথত আগ বাঢ়িছিল।



# —মহাপ্ৰস্থান—

ৰামকৃষ্ণ পৰমহংসদেৱে সদায় কৈছিল 'নৰেনে যেতিয়া নিজক চিনিব পাৰিব তেতিয়া আৰু সি দেহ নাৰাখে।' সেই কাৰণেই তেখেতৰ নিজৰ মহাপ্ৰস্থানৰ আগতে স্বামীজীক আধ্যাত্মিক সম্পদৰ অধিকাৰী কৰিও কলে "এতিয়া চাবি দি থলোঁ।" সেই চাবি চিৰদিন দিয়া নাথাকিল। তাৰ সন্ধান আমি স্বামীজীৰ অমৰনাথৰ গুহাৰ সাধনাৰ পিচত তৃপ্ত অৱস্থাত কোৱা শুনিলোঁ—"বাবা অমৰনাথে কৃপা কৰি মোক ইচ্ছা মৃত্যু বৰ দিলে।" এই অৱস্থাৰ পিচৰ পৰাই স্বামীজীয়ে অন্তৰঙ্গ দুই এক গুৰুভকতক কৈছিল—'মই চল্লিশ পাৰ নহওঁ'—কেতিয়াবা কয়—'মোৰ আৰু সৰহ দিন নাই—বৰ বেছি দুই তিনি বছৰ।' স্বামীজীৰ গুৰুভকত-সকলে সেই কথা শুনি তেতিয়াই মনে মনে কঁপি উঠিলেও তাৰ পিচতে আকৌ পাহৰি যায়। জাগতিক মায়াৰ প্ৰভাৱত সেই কথা যেন মনত নাথাকে, বিশেষতঃ স্বামীজীৰ কাৰ্য্য-কলাপেও সেই কথা মনত ৰখাত প্ৰতিবন্ধকতা নজন্মায়।

ইং ১৯০২ চনৰ মাৰ্চ্চ মাহত পৰমহংসদেৱৰ জন্মোৎসৱৰ দিন আহিল। স্বামীজীৰ নিৰ্দ্দেশমতে উৎসৱৰ সকলো আয়োজন ক্ৰমে হবলৈ ধৰিলে। উৎসৱ সমাৰোহেৰেই সম্পন্ন হলেও এই বছৰ স্বামীজীয়ে তাত যোগ দিব নোৱাৰিলে। শৰীৰ অতিশয় দুৰ্ব্বল থকাত কথা কওঁতেই ক্লান্তি বোধ কৰি স্বামীজী নিজ ঘৰত আবদ্ধ থাকিল। যাতে কোনো মানুহ সৈ অনাহক আমনি কৰিব নোৱাৰে সেই অৰ্থে দুৱাৰমুখত সন্ন্যাসী এজনক বহুৱাই

থলে। আবেলি উৎসৱলৈ অহাত সিহঁত নিবেদিতা প্রমুখ্যে তিনি গৰাকী বিদেশীয় মহিলা শিষ্যা আহি স্বামীজীক নিজ কোঠাত দেখা কৰিলে। দুই চাৰি আষাৰ কথা পাতিয়েই তেওঁবিলাক ততালিকে গুচি আহিল। তেওঁবিলাক ওলাই যোৱাত স্বামীজীয়ে মন্তব্য কৰি কলে "দেখিলি তেওঁবিলাক কেনে সভ্য আমাৰ মানুহ হোৱা হলে অনাহক কথাৰে আৰু কত সময় দিগদাৰ কৰি মাৰিলেহেঁতেন।"

উৎসৱৰ পিচত স্বামী প্রেমানন্দক স্বামীজীয়ে কলে মোৰ মনেৰে পৰমহংসদেৱৰ উৎসৱ আগলৈ অকল এনেদৰে নহৈ আৰু অলপ আগৰ পৰাই আৰম্ভ হব লাগে। যেনে শাস্ত্রপাঠ, দর্শালোচনা, ঠাকুৰৰ জীৱনীৰ আৰু উপদেশাৱলীৰ আলোচনা আৰু বক্তৃতা তাৰ পিচত এই উৎসৱ-পূজা-দৰিদ্র-নাৰায়ণসেৱা ইত্যাদি। সেই অনুযায়ী নিৰূপিত ভক্তসকলৰ মাজত উৎসৱৰ আগতে তিথিপূজা, শাস্ত্রালোচনা আৰু জীৱনী অৱলম্বন কৰি কত কথা আজিকালি প্রচলিত হৈছে।

এই উৎসৱৰ পিচত স্বামীজীয়ে মাথোন তিনিমাহ কাল জীয়াই আছিল। এতিয়া মঠৰ যাৱতীয় কার্য্যৰ পৰা যেন যেনেতে ধীৰে ধীৰে অৱসৰ লবলৈ ধৰিলে। নিজে আত্মস্থ হৈ সদায় যেন ধ্যানস্থ থাকে। অপৰপক্ষে তেখেতৰ নিজৰ পৰাও পৰীক্ষা কৰিবৰ ইচ্ছা—তেখেতৰ অবিহনেও মঠৰ সন্ন্যাসীসকলে যাৱতীয় কাম সুচাৰুৰূপে চলাব পাৰিবনে নোৱাৰে—শিষ্যসকলৰ ওপৰত কিমান-খিনিলৈকে নির্ভৰ কৰিব পাৰি তেওঁবিলাকৰ যোগ্যতা কিমানখিনি হৈছে? এইদৰে সকলো কথাতে শিক্ষার্থী বা বিদ্যার্থীসকলক স্বাধীনভাবে কামত লগাই নিজে আঁতৰৰ পৰা দৃষ্টি ৰাখি তেওঁবিলাকৰ যোগ্যতাৰ পৰীক্ষা কৰাৰ কথা স্বামীজীয়ে সদায় কৈ

আছিল। অকল গুৰুৰ সহায়তাই সকলো সময়তে শিষ্যসকলৰ সম্বল হব নেলাগে। এতিয়া কাৰ্য্যক্ষেত্ৰত স্বামীজীয়ে তাৰ প্ৰমাণ চাবলৈ ধৰিলে। মঠৰ কাৰ্য্যৰ পৰা স্বামীজীয়ে যথাসম্ভৱ হাত আঁতৰাই আনিবলৈ ধৰিলে।

তেতিয়া কোনেও গম ধৰিব নোৱাৰিলেও স্বামীজীয়ে এতিয়াৰ পৰাই মহাপ্ৰস্থানৰ বাবে তৈয়াৰ হবলৈ ধৰিলে। তেখেতে যে আৰু জুন মাহৰ আগভাগতে কাৰ্য্যোপলক্ষে দূৰ দেশত থকা প্ৰিয় সন্ন্যাসী শিষ্য আৰু গুৰু-ভকতসকলক চিঠিৰে এবাৰ তেখেতৰ ওচৰলৈ আহিবলৈ আহ্বান জনালে। যি সকলৰ কাম কম আছিল কিম্বা উপস্থিত কোনো ডাঙৰ লেঠাত আবদ্ধ নাছিল তেওঁবিলাক তত্তালিকে আহি স্বামীজীৰ লগত সাক্ষাৎ কৰিলে যদিও কোনেও তেতিয়ালৈকে বুজা নাছিল যে সেয়ে স্বামীজীক শেষ দৰ্শন এই জীৱনত! যি সকল আহিব নোৱাৰিলে সিবিলাকে জনমলৈ আৰু সিবিলাকৰ প্ৰাণতকৈও অধিক প্ৰিয় স্বামীজীক দেখা নাপাই আক্ষেপ কৰিব লগীয়া হল!

স্বামীজীৰ লগত যথেষ্ট ঘনিষ্টতা থকা মঠৰ গুৰুভকতসকলে স্বামীজীৰ ভাবান্তৰ লক্ষ্য নকৰাকৈ থকা নাই। পাৰ্থিৱ বন্ধন ক্ৰমে যেন ছেদ কৰি যোৱা লক্ষ্য কৰি সিবিলাক মনে মনে উ'দ্বগ্ন হৈছিল। তেওঁবিলাকৰ মনত সদায় ভয় লাগি আছিল—"তেন্তে স্বামীজীয়ে নিজক চিনি পাইছে নে কি ?" অমৰনাথৰ পৰা ঘূৰি আহি স্বামীজীয়ে হাঁহি হাঁহি কোৱা কথাৰ পৰাই সিবিলাকে চিন্তা কৰিছিল—হয়তো সদাশিৱই সম্পূৰ্ণ আত্ম-পৰিচয় দিলে—নতুবা ইচ্ছামৃত্যুৰ কথা তেতিয়াই কিয় কব ? তেতিয়াই স্বামীজীয়ে তুই এজনক কৈছিল মই আৰু তিনি চাৰি বছৰতকৈ সৰহদিন নাথাকো। এদিন কথা প্ৰসঙ্গত মঠৰ এজনে হঠাতে সুধিলে—

"স্বামীজী, আপুনি নিজক চিনি পাইছে নে কি ?" স্বামীজীয়ে ততালিকে উত্তৰ দিলে "নিশ্চয় চিনি পাইছোঁ।" তাৰ পিচত আৰু কোনো কথা সুধিবৰ সাহস নহ'ল। গুৰুভক্তসকলে পৰমহংসদেৱৰ সেই কথা—'নিজক চিনিলে নৰেনে দেহ নেৰাখিব'—মনত পৰি বিশেষ ৰূপে চিন্তিত হৈ ভাবিলে স্বামীজীয়ে এতিয়া যেতিয়াই মন যায় তনু ত্যাগ কৰিব পাৰে। এই ধাৰণা বদ্ধমূল হ'ল যেতিয়া এই কথাৰ কেদিনমান পিচতে স্বামীজীয়ে স্বামী শুদ্ধানন্দৰ হতুৱাই পঞ্জিকা-খন অনাই তাৰ পাত লুটিয়াবলৈ ধৰিলে।

স্বামীজীয়ে সদায় নিজ কোঠাত বহি অকলে আহাৰ কৰে। লীলাসম্বৰণৰ এসপ্তাহমান আগতে এদিন মঠৰ আন সকলোৰে লগত বহি আহাৰ কৰিলে আৰু সকলোৰে আগতে পাতৰ পৰা উঠি নিজ শিষ্য আৰু গুৰুভক্তসকলৰ হাতত মুখ ধুবলৈ পানী ঢালি দিবলৈ ধৰিলে। এজনে কলে "আপুনি আমাক সেৱা কৰিব নে আমি আপোনাৰ সেৱা কৰা উচিত ?" স্বামীজীয়ে উত্তৰ কৰিলে— 'যীশুখৃষ্টই শিষ্যসকলৰ ভৰি ধুৱাই দিছিল—মই সিমানখিনিলৈ যোৱা নাই।" ইঙ্গিত বুজাসকলে ভাবিলে, "কি সৰ্ব্বনাশ, যীশুখৃষ্টে সেই কাৰ্য্য লীলাবসানৰ ঠিক আগতে কৰিছিল। তেন্তে আমাৰ পক্ষেও বিষম দিন আগতপ্ৰায় !"

মহাপ্ৰস্থানৰ তিন দিন আগৰ পৰা স্বামীজীৰ ৰোগ যন্ত্ৰণা নোহোৱা হ'ল, স্বাভাৱিক স্ফূৰ্ত্তি যেন ফিৰি আহিল। সদা প্ৰফুল্ল মুখ, মঠৰ যাৱতীয় কাৰ্য্যত যোগদান দিবলৈ ধৰাত সকলোৱে ভাবিলে—স্বামীজী অন্ততঃ আৰু কিছু দিনলৈ আমাৰ মাজত থাকিব। সেই দিনা সন্ধিয়া কেজনমান গুৰুভক্তৰে মঠৰ মুকলি চোতালত পায়চাৰি কৰি ফুৰি ফুৰি হঠাতে কলে "প্ৰাণ বিয়োগ ঘটিলে মোৰ দেহ যেন সেই ঠাইত দাহ

কৰা হয়”—তেখেতৰ প্ৰিয় সাধনাৰ ঠাই সেই বেলগছৰ ওচৰৰ গঙ্গাৰ পাৰৰ ঠাইকে নিৰ্দ্দেশ কৰি দিছিল। মানুহ অমৰ নহয় যেতিয়া সেই কথাটো শিষ্যসকলে আগন্তুক আশু অশুভ ঘটনাৰ আশঙ্কা নকৰিলে। লিখা বাহুল্য এতিয়া সেই ঠাইত সুন্দৰ সমাধি-মন্দিৰ স্থাপিত হৈছে।

ইং ১৯০২ খৃষ্টাব্দ ৪ জুলাই তাৰিখ শুকুৰবাৰ। সেইদিনা পুৱা স্বামীজীয়ে গুৰুভকতসকলৰ লগত বহি একেলগে চাহ খালে আৰু নিজৰ অতীত জীৱনৰ নানা ঘটনাৱলীৰ গল্প কৰিলে। লগে লগে অগপ অচৰপ আন আন কথাও আলচ কৰিলে। তাৰ পিচত কলে—কালিলৈ শনিবাৰ অমাৱস্যা তিথি মিলিছে। এভাগ কালীপূজা কৰিব লাগে। তেতিয়াই বস্তু গোটাবলৈ দুজন সন্ন্যাসী শিষ্যক ভাৰ দিয়া হল। হঠাতে এজন কালীপূজক সেই সময়ত মঠলৈ আহিছিল। তেখেতকে পিচদিনাৰ পূজাভাগ কৰিবলৈ নিমন্ত্ৰণ জনালে। আগন্তুক পণ্ডিতজনো সন্মত হল। আঠ বজাৰ সময়ত মঠৰ ঠাকুৰ ঘৰলৈ গৈ দুৱাৰ-খিলিকি বন্ধ কৰি লৈ প্ৰায় তিনি ঘণ্টা সময় ধ্যান কৰিলে আন কাল কিন্তু ধ্যানৰ সময়ত দুৱাৰ মুকলি কৰিয়েই ৰাখে। তাৰ পৰা গুণ গুণ কৰি শ্যামা বিষয়ক এটি গান গাই নামি আহি স্বামী শুদ্ধানন্দক শুক্ল যজুৰ্ব্বেদখন আনি পঢ়িবলৈ আদেশ কৰিলে। তাৰ দুই এটি সূত্ৰ পাঠ আৰু ব্যাখ্যা হোৱাৰ পিচত সেই দিনাও সকলো একেলগে বহি মঠত প্ৰসাদ গ্ৰহণ কৰিলে। অলপ সময় বিশ্ৰাম কৰাৰ পিচতে আৰু দিনতকৈ প্ৰায় এঘণ্টা আগতে শাস্ত্ৰালোচনাৰ ‘ক্লাচ’ কৰিবলৈ আদেশ দি নিজে তাত যোগ দিলে আৰু ব্যাকৰণৰ কঠোৰ সূত্ৰবিলাক ৰসাল গল্পৰ সহায়েৰে বুজাবলৈ ধৰাত শিক্ষাৰ্থীসকল

যেন স্তম্ভিত হল। ব্যাকৰণৰ দৰে কঠিন বিষয়ো স্বামীজীয়ে এনে সহজ, সৰল আৰু সৰস কৰি বুজাব পাৰে।

আবেলি স্বামী প্ৰেমানন্দৰ লগত খোজ কাঢ়ি বেলুড় বজাৰৰ ওচৰ পালেগৈ। মঠৰ পৰা সি প্ৰায় দুমাইল বাট। অসুখ হোৱাৰ পৰাই স্বামীজীয়ে কেতিয়াও ইমান দূৰলৈ খোজ কাঢ়ি যাব পৰা নাই। বাটত ফুৰোঁতে স্বামীজীয়ে সেই বেদ বিদ্যালয় স্থাপনৰ উপযোগিতা সম্বন্ধে আলচ কৰিছিল। স্বামী প্ৰেমানন্দৰ প্ৰশ্নত উত্তৰ দিছিল—বেদ-পাঠৰ পৰা বহুতো কুসংস্কাৰ আঁতৰ হৈ মানুহে প্ৰকৃত ধৰ্ম চিনিব পাৰিব।" এইদৰে কথা-বতৰা হৈ ঘূৰি আহোঁতে মঠত সন্ধ্যা আৰতিৰ কাঁহ-ঘণ্টা বাজি উঠিল। স্বামীজীয়ে হাত-মুখ ধুই ধ্যানত বহিল। এঘণ্টামান ধ্যান কৰাৰ পিছত নিজ কোঠাত বহি হাতত মালা লৈ জপ কৰিবলৈ ধৰিলে আৰু কোঠাৰ দুৱাৰমুখত বহি এজন শিষ্যক সেইদৰে জপ কৰিবলৈ নিৰ্দ্দেশ দিলে। এঘণ্টামানৰ পিছত শিষ্যজনক পচৰাই মাতি নি কলে, দুৱাৰখনৰ মকনি কৰি দিয়া আৰু মোৰ মূৰটো বিচি দিয়া বৰ গৰম বোধ হৈছে। তেওঁ সেইদৰে মূৰত লাহে লাহে বিচি দিবলৈ ধৰিলে।

পিচত স্বামীজীয়ে হাতত জপৰ মালা লৈয়ে বিছনাত দীঘল দিলে। শিষ্যজনক কলে 'বাক এতিয়া বিছিব নালাগে মোৰ ভৰি দুটা অলপ অলপকৈ টিপি দিয়া। শিষ্যজনে সেই দৰে সেৱা কৰি থাকোঁতেই স্বামীজীয়ে ওপৰ মুখ কৰি চিত হৈ শুলে। হাতৰ জপমালা ঘূৰিয়েই আছিল। তেতিয়া ৰাতি নটা বাজিছে। এনেতে স্বামীজীয়ে এটা অস্ফুট ধ্বনি কৰা যেন শুনিলে। দেখা গল যেন উশাহ এটা টানি ললে। তাৰ পিছত দেখা গল অলপ নিশ্চেষ্ট থাকি আকৌ এটা গভীৰ নিশ্বাস

লগে। লগে লগে তেখেতৰ শিৰ গাকৰ পৰা বাগৰি পৰিল। চকু দুটি উৰ্দ্ধ দৃষ্টি অৰ্দ্ধ নিমিলিত হল—মুখমণ্ডল অনাবিল শান্ত, উজ্জলৰূপ লৈ প্ৰকাশমান হল। সকলো নিশ্চল হোৱা যেন দেখি শিষ্যজনে একো বুজিব নোৱাৰিলে,—তেওঁ কম বয়সীয়া লৰা আছিল। ততালিকে তেওঁ আন এজনক মাতি আনিলে—তেখেঁতে চাই দেখে হাতত নাড়ীৰ গতি নাই। তেতিয়া তেওঁলোক দুজনে চিঞৰ মাৰি সকলোকে তাৰৈল মাতিলে। সকলোৱেই দেখি অবাক সিবিলাকৰ প্ৰাণপ্ৰিয় স্বামীজীৰ যেন মহাপ্ৰস্থান হৈছে—সিবিলাকৰ জীৱন সৰ্ব্বস্ব স্বৰূপ স্বামীজীৰ অভাবহেতু সকলোৱেই অকলশৰীয়া আৰু শূন্য বোধ হবলৈ ধৰিলে। শোকত সকলোৰে অন্তৰ অস্থিৰ হৈ উঠিল।

কোনো অসুখ বিসুখ নোহোৱাকৈ এনেভাবে দেহত্যাগ কৰাত মঠবাসীসকল অকল স্তম্ভিত হোৱাই নহয় তেতিয়াৰ কৰ্ত্তব্য সম্বন্ধে কিংকৰ্ত্তব্য বিমূঢ় হল। অপ্ৰত্যাশিত ঘটনা ঘটিলে সাধাৰণতঃ যি হয় সিবিলাকৰ পক্ষেও সেয়ে হল। সকলোৱেই কলিকতাৰ পৰা বিখ্যাত ডাক্তৰ আনি মতামত লোৱাই শ্ৰেয়ঃ জ্ঞান কৰি কলিকতালৈ মানুহ পঠালে। ৰাতি ১২ বজাত ডাক্তৰ আহিল। নানা প্ৰকাৰ প্ৰক্ৰিয়াৰ দ্বাৰা পৰীক্ষা কৰি ডাক্তৰে কলে—"স্বামীজীৰ প্ৰাণ বায়ু নাই—সন্ন্যাস ৰোগত তেখেতে নশ্বৰ দেহ ত্যাগ কৰিছে।" মঠবাসী সাধু-সন্ন্যাসীসকলে বেদমন্ত্ৰ পাঠ কৰিবলৈ ধৰিলে। গুৰুগত প্ৰাণ কোনোৱে শোকাবেগ সম্বৰণ কৰিব নোৱাৰি শোকাশ্ৰুৰে স্বামীজীৰ পদ প্ৰক্ষালন কৰি গোটেই ৰাতি নতমস্তকে মৌন হৈ যাপন কৰিলে।

পুৱা স্বামীজীৰ বিয়োগ বাতৰি গোটেই কলিকতা চহৰ বিয়পি পৰিল। দলে দলে ভক্তসকল, স্বামীজীৰ গুণগ্ৰাহী লোকসকল,

যি যত আছিল শিষ্যসকল আহি পুৰা মঠ ভৰি পৰিল। বাৰাকপুৰৰ আশ্ৰমৰ পৰা গোঁসাই আহিল। বাগবাজাৰৰ পৰা সিষ্টাৰ নিবেদিতা আহিল। এই নিবেদিতাৰ কি করুণ দৃশ্য! আহি পাৱেই পৰা যুবৰ শিতানৰ ফালে বহি এই ভক্তিমতী শিষ্যাই বিচনি হাতত লৈ স্বামীজীক বিচি আছিল। মহাপ্ৰস্থানৰ পিছতো স্বামীজীৰ দেহ-কান্তি অলপো ম্লান হোৱা নাছিল। দেখা গৈছিল বীৰ কেশৰীয়ে লোককল্যাণৰ কাৰণে বিদ্যুৎ গতিৰে লোককল্যাণ কামনাৰে গোটেই জগত পৰিক্ৰমা কৰি যেন অলপ জাগৰি শুইছে। একাধাৰে গুৰু, বন্ধু আৰু সখাৰ ক্লান্তিত বিচনিৰে বিচি ক্লান্তি দূৰ কৰিবৰ চেষ্টাৰ বাহিৰেনো অপ্ৰত্যাশিত ঘটনাত মানুহৰ আন কি কাম হব পাৰে? যথা সময়ত নতুন কাপোৰ সলাই গেৰুৱা কাপোৰেৰে স্বামীজীক আবৃত আৰু ফুলৰ মালাৰে বিভূষিত কৰি, সুগন্ধি চন্দন লিপি আৰু অগৰু জল সিঞ্চন কৰি জয়ধ্বনিৰে, হৰিধ্বনিৰে দিগন্ত কঁপাই উপস্থিত হাজাৰ হাজাৰ লোকসমাজৰ মাজেদি মঠৰ দোতালাৰ পৰা সেই নশ্বৰ দেহ নমাই অনা হল। তাৰ পিছত শিষ্য ভক্ত সকলে আৰতি কৰিলে আৰু পদধুলা গ্ৰহণ কৰিলে। স্বামীজীয়ে নিজে নিৰ্দিষ্ট কৰি দিয়া ঠাইত চন্দন কাঠৰ চিতাত তুলি ঘিউ আৰু ধুনাৰ সহায়েৰে অগ্নিসংযোগ কৰি পূত দেহ ভস্ম কৰা হল।

জগন্নাথৰ কৃপাত ইচ্ছামৃত্যু বৰ পাই যৰ জগতৰ পৰা এই দৰেই যোগারূঢ় অৱস্থাৰ সহায়ত পৃথিৱীৰ মানৱ শ্ৰেষ্ঠ মহাপুৰুষে শান্তিৰে সৈতে মহাপ্ৰস্থান কৰিলে। তেওঁৰ বিয়োগত পৃথিৱী-ব্যাপি হাহাকাৰ ধ্বনি উঠিল। ভক্তসকলে শ্ৰৱণ, মনন আৰু নিদিধ্যাসনৰ অৰ্ঘ্য আৰু কৰ্মীসকলৰ নিলিপ্ত আৰু নিস্বাৰ্থ সেৱাপৰায়ণতাৰ পূজাৰ মাজত স্বামীজী আজিও অমৰ। সেই

মহাপূজাৰ বেদী আজি দিকে দিকে স্থাপিত হৈ স্বামীজীৰে অক্ষয় কিৰ্ত্তি ঘোষণা কৰিছে। এনে বহুমুখী প্ৰতিভা আৰু শক্তিৰ একত্ৰ সমাবেশ জগতত দুৰ্ল্লভ। ৰূপে, গুণে, বিদ্যায়, বাগ্মিতায়, লোককল্যাণ কামনায়, সাধনায়, জিতেন্দ্ৰিয়তায় স্বামীজীৰ দৰে সৰ্ব্বদৰ্শী মহাপুৰুষ পৃথিবীত বিৰল। তেখেত আছিল জ্ঞানত শঙ্কৰ, সহৃদয়তাত বুদ্ধ, ভক্তিত নাৰদ, ব্ৰহ্মজ্ঞতাত শুকদেৱ, তৰ্কত বৃহস্পতি, ৰূপত কামদেৱ, সাহসত অৰ্জ্জুন শাস্ত্ৰজ্ঞানত ব্যাস। এনে সৰ্ব্বতোমুখী স্বামীজীৰ জীৱন যে অনুশীলন যোগ্য সেই বিষয়ে সন্দেহ থাকিব পাৰে নে?

এইদৰেই ভাৰতীয় জাতীয় ভাবৰ অগ্ৰদূতৰ সূচিত বৰ্ত্তিকা ক্ষণকালৰ কাৰণেও নিষ্প্ৰভ হৈ গল। যি শক্তিক আশ্ৰয় কৰি এই মঙ্গলপ্ৰসূ ভাব প্ৰচাৰিত হৈ দেশবাসীক অনুসৰণ কৰিবলৈ আহ্বান জনাইছিল সেই শক্তিৰ হঠাৎ স্তম্ভিত গাতত কাৰ্য্যধাৰা ক্ষণিক স্তব্ধ হলেও শক্তিৰ উৎসৰ মহানতাৰ প্ৰভাৱত সি আকৌ চলিবলৈ আৰম্ভ হৈছে। দেশবাসীৰ আন্তৰিক সহযোগিতাৰে সেই উদ্দেশ্য সাফল্যমণ্ডিত হওক। পৰাধীনতাৰ গ্লানি দেশৰ পৰা আঁতৰক। পৃথিবীৰ দৰবাৰত আমিও মানৱ সুলভ যোগ্য আসন অধিকাৰ কৰি এইজনা মহাপুৰুষৰ স্মৃতি তৰ্পণ কৰি ধন্য হওঁ, কৃতাৰ্থ হওঁ, কৃতকৃত্য হওঁ।

---

# পৰিশিষ্ট

স্বামীজীৰ আৰব্ধ "ৰামকৃষ্ণ মিছনৰ" কাৰ্য্য কিমানখিনিলৈ প্ৰসাৰ আৰু উন্নতি লাভ কৰিছে 'মিছনৰ' ১৯৪০ খৃষ্টাব্দৰ বছেৰেকীয়া ৰিপোৰ্টৰ পৰা কিছু আভাস পাব বুলি আমি ইয়াক তাৰ সাৰাংশ গ্ৰহণ কৰি প্ৰকাশ কৰিলোঁ। ইয়াৰ দ্বাৰা আমি সহজে বুজিব পাৰিম ক্ৰমে ই কেনেকৈ গা কৰি আহিছে। পৰিচালনাৰ কাৰ্য্য ঠিকমতে চলি থাকিলে আমাৰ বিশ্বাস যে ই আৰু প্ৰসাৰ লাভ কৰি লোককল্যাণ সাধন কৰিব পাৰিব।

## ৰামকৃষ্ণ-মিছন

### ইং ১৯৪০ চনৰ কাৰ্য্যবিৱৰণী

---

ভাৰতত আৰু ভাৰতৰ বাহিৰত মিছনৰ ৬১ টা কেন্দ্ৰ আছিল। ইয়াৰ উপৰিও ৬৪ টা মঠ কেন্দ্ৰ মিছনৰ লগত ঘনিষ্ঠ সংযোগ ৰাখি কাম চলাইছে। গতিকে মুঠ কেন্দ্ৰ সংখ্যা ১২৫ টা। ইয়াৰ বাহিৰে ১৮ টা উপশাখা কেন্দ্ৰও আছে। বিভিন্ন প্ৰকাৰৰ ৩৫৭ টা স্থায়ী প্ৰতিষ্ঠান মিছন কৰ্তৃপক্ষৰ দ্বাৰা পৰিচালিত হৈছে; তাৰ ভিতৰত ২০৫ টা মিছনৰ নিজৰ। ইয়াৰ বাহিৰেও মিছনে সাময়িক নানা প্ৰকাৰ সেৱাকাৰ্য্যও কৰিছে।

চিকিৎসাৰ কাৰণে চিকিৎসালয়, দৰিদ্ৰসেৱা, সাময়িক সাহায্য, শিক্ষা, ( ইঞ্জিনিয়াৰিং প্ৰভৃতিও লগতে ) প্ৰচাৰ কাৰ্য্য আৰু

বিদ্যাৰ্থীভৱন প্ৰভৃতি কাৰ্য্য মিছনৰ দ্বাৰা যথাযথ ভাবে পৰিচালনা কৰা হৈছে। ইয়াৰ দ্বাৰা হাজাৰ হাজাৰ লোকৰ উপকাৰ কৰা হৈছে।

**সংস্কৃতি আৰু ধৰ্ম্মপ্ৰচাৰ**—মিছনৰ প্ৰায় সকলো কেন্দ্ৰতে সাধাৰণৰ ব্যৱহাৰৰ কাৰণে লাইব্ৰেৰী আৰু পাঠাগাৰ আছে আৰু প্ৰায় সকলোতে ধৰ্ম্মালোচনা আৰু বক্তৃতা দিয়া হৈছে। বিখ্যাত পাশ্চাত্য পণ্ডিতসকলৰ লগত আলাপ আলোচনাদি কৰা হৈছে আৰু মিছনৰ সাধুসকলৰ দ্বাৰা ভাৰতৰ নানা ঠাইত আৰু বিদেশত বেদান্তৰ বাণী প্ৰচাৰ কৰা হৈছে। × × ×

**বিদেশত প্ৰচাৰ কাৰ্য্য**—যুদ্ধৰ কাৰণে বিদেশত মিছনৰ কামৰ কিছু অসুবিধা হৈছে। মধ্য ইউৰোপৰ কাম বন্ধ কৰিব লগা হৈছে। পেৰীচ মহানগৰীৰ প্ৰচাৰ কেন্দ্ৰ অনধিকৃত ফ্ৰান্সৰ এখন সৰু চহৰলৈ স্থানান্তৰিত কৰা হৈছে আৰু লণ্ডনৰ কাৰ্য্য চহৰৰ উপকণ্ঠত আপাততঃ চলিছে। আমেৰিকাৰ যুক্তৰাজ্যত আৰু দক্ষিণ আমেৰিকাৰ আৰ্জেণ্টাইন সাধাৰণতন্ত্ৰত প্ৰচাৰ কাৰ্য্য ক্ৰমশঃ বৃদ্ধি পাইছে। মৰিচাছ দ্বীপৰ মিছনৰ কাৰ্য্য বিশেষভাৱে সাফল্য লাভ কৰিছে। তাত এটা স্থায়ী কেন্দ্ৰ স্থাপনৰ উদ্যোগ কৰা হৈছে। শিঙ্গাপুৰ শাখাকেন্দ্ৰৰ পৰা পিনাঙটো কাৰ্য্য চলোৱা হৈছে। ৰেঙ্গুনত মিছনৰ পক্ষৰ পৰা ৮২ টা ধৰ্ম্মব্যাখ্যা শ্ৰেণী আৰু ২৫ টা বক্তৃতাৰ দিহা কৰা হৈছিল।

**প্ৰস্তাবিত কৰ্ম্ম প্ৰচেষ্টা**—ৰাঁচিৰ ওচৰত ডুংৰী নামক ঠাইত এটা যক্ষ্মা-স্বাস্থ্য নিবাস আৰু বেলুড়ত এখন কলেজ প্ৰতিষ্ঠা কৰা পৰিকল্পনা বহুত দিনি আগৰ বাঢ়িছে। স্বাস্থ্য-নিবাসৰ কাৰণে ৭২৬ বিঘা মাটি আৰু ৭০,০০০৲ হাজাৰ টকা সংগৃহীত হৈছে

আৰু গৃহনিৰ্ম্মাণ কাৰ্য্য সোনকালে আৰম্ভ কৰা হ'ব। কলেজৰ কাৰণেও আশানুৰূপ সাহায্য পোৱা হৈছে, কলেজ অহা জুলাই মাহৰ পৰাই খোলা হ'ব।

এই বছৰত মুঠ আয় ১৬,০০,৭১৪৸৶২॥
ব্যয় ১১,২৪,৫৭৮৸১০

* * * *

চিকাগো ধৰ্ম্মমহাসভাত যোগদানৰ পিচত আমেৰিকা আৰু ইউৰোপৰ বিভিন্ন ঠাইত পৰিভ্ৰমণ, প্ৰচাৰকাৰ্য্য আৰু স্বামী বেদান্ত মিচন স্থাপনৰ পিচত নিজ মাতৃভূমিলৈ ঘূৰি অহাত বিভিন্ন ঠাইত যি অভিনন্দন দিছিল ইয়াত তাৰে কেইখনমানৰ পৰা চমুকৈ দুই চাৰিটি কথা উদ্ধৃত কৰি দিয়া হ'ল। ইয়াৰ পৰাই বুজা যাব সেই সময়ত দেশবাসীয়ে স্বামীজীক কেনে ভাবে গ্ৰহণ কৰিছিল :—

সিংহলৰ (লঙ্কাৰ) জাফ্না চহৰত দিয়া অভিনন্দনৰ মৰ্ম্ম :—

শ্ৰদ্ধাস্পদেষু, জাফ্না চহৰবাসী আমি হিন্দুসকলে সিংহলৰ হিন্দুধৰ্ম্মৰ প্ৰধান কেন্দ্ৰস্বৰূপ এই ঠাইলৈ আপোনাক স্বাগত সম্ভাষণ জনাইছোঁ। লঙ্কাদ্বীপৰ এই অংশত পদাৰ্পণ কৰিবৰ কাৰণে আপোনাক যি আমন্ত্ৰণ জনোৱা হৈছিল আপুনি অনুগ্ৰহ কৰি তাক স্বীকাৰ কৰাত আমি ধন্য হৈছোঁ।

আপুনি বেদত প্ৰকাশিত সত্যৰ আলোক চিকাগো ধৰ্ম্মমহাসভাত প্ৰকাশ কৰিলে, ভাৰতৰ ব্ৰহ্মবিদ্যা ইংলণ্ড আৰু আমেৰিকাত প্ৰচাৰ কৰিলে, সমগ্ৰ পাশ্চাত্যদেশবাসীক হিন্দুধৰ্ম্মৰ অন্তৰ্নিহিত সত্যবিলাক জানিবলৈ দিলে আৰু তাৰ দ্বাৰাই পাশ্চাত্যদেশৰ লগত আমাৰ প্ৰাচ্যভূমিৰ ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰিলে। এইদৰে আমাৰ ধৰ্ম্মৰ কাৰণে আপুনি নিস্বাৰ্থভাৱে যি পৰিশ্ৰম কৰিছে

তাৰ বাবে আমি এই সুযোগতে আপোনাৰ প্ৰতি আমাৰ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। বিশেষতঃ এই জড়বাদ সৰ্ব্বস্ব যুগত— যি যুগত সকলো বিষয়তে শ্ৰদ্ধাৰ অভাৱ আৰু আধ্যাত্মিক সত্য লাভ কৰিবলৈ মানুহৰ অৰুচি সেই যুগত আপুনি আমাৰ ধৰ্ম্মৰ পুনৰভ্যুত্থানৰ কাৰণে আন্দোলন আৰম্ভ কৰাত আমাৰ অশেষ ধন্যবাদ গ্ৰহণ কৰক।" ইত্যাদি—

* * * *

ৰামনাদ বা ৰামেশ্বৰ সেতুবন্ধত দিয়া অভিনন্দনৰ একাংশ:—

শ্ৰীপৰমহংস যতিৰাজ দিগ্বিজয় কোলাহল সৰ্ব্বমত সম্প্ৰতিপন্ন পৰম যোগেশ্বৰ শ্ৰীমদ্ভাগবচ্ছ্ৰীৰামকৃষ্ণ পৰমহংস কৰকমল সঞ্জাত ৰাজাধিৰাজ সেবিত শ্ৰীবিবেকানন্দ স্বামী পূজ্যপাদেষু—

স্বামিন্, এই প্ৰাচীন ঐতিহাসিক সংস্থান সেতুবন্ধ ৰামেশ্বৰ বা ৰামনাদপুৰম বা ৰামনাদৰ অধিবাসী আমি আমাৰ এই মাতৃভূমিলৈ আপোনাক সাদৰে স্বাগত সম্ভাষণ জনাইছোঁ। যি ঠাই সেই মহাধৰ্ম্মবীৰ আমাৰ পৰম ভক্তিভাজন প্ৰভু শ্ৰীভগবান ৰামচন্দ্ৰৰ পদাৰ্পণত পবিত্ৰ হৈছিল ভাৰতৰ সেই ঠাইত আপোনাৰ প্ৰথম পদাৰ্পণত আমি আপোনাক আমাৰ হৃদয়ৰ শ্ৰদ্ধাভক্তি অৰ্পণ কৰিবলৈ সমৰ্থ হৈ নিজকে মহা সৌভাগ্যশালী জ্ঞান কৰিছোঁ।

আমাৰ মহান সনাতন ধৰ্ম্মৰ প্ৰকৃত মহত্ব পাশ্চাত্য দেশৰ মনীষিসকলৰ চিত্তত দৃঢ়ৰূপে মুদ্ৰিত কৰি দিবৰ কাৰণে আপুনি চেষ্টা কৰিছে সি অতীৱ প্ৰশংসাৰ্হ আৰু সেই চেষ্টাৰ যে অভূতপূৰ্ব্ব সুফল ফলিছে সেই কথাত আমি অকপট আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছোঁ। আপুনি অপূৰ্ব্ব বাগ্মিতা সহকাৰে আৰু অভ্ৰান্ত স্পষ্ট ভাষাৰে ইউৰোপ আৰু আমেৰিকাৰ শিক্ষিত লোকসকলৰ ওচৰত ঘোষণা কৰিছে আৰু নিবিকাকৰ হৃদয়ত দৃঢ় বিশ্বাস জন্মাই দিছে

যে হিন্দুধৰ্মই আদৰ্শ সাৰ্বভৌমিক ধৰ্ম আৰু ই সকলো জাতি আৰু সকলো ধৰ্মাবলম্বী নৰ-নাৰীৰ প্ৰকৃতিৰ উপযোগী। আপুনি মহা নিঃস্বাৰ্থ ভাবৰ প্ৰেৰণাত আৰু মহোচ্চ উদ্দেশ্য প্ৰণোদিত হৈ আৰু বহু স্বাৰ্থত্যাগ কৰি বহুদেশ, বহু নদ-নদী, সমুদ্ৰ-মহাসমুদ্ৰ পাৰ হৈ অতুল ঐশ্বৰ্যশালী ইউৰোপ আৰু আমেৰিকালৈ সত্য আৰু শান্তিৰ সংবাদ বহন কৰি নি ভাৰতীয় আধ্যাত্মিক জয় পতাকা উৰুৱালে। × × × × আপোনাৰ প্ৰচাৰৰ ফলত ভাৰতৰ উদাসীন লোকসকলৰ প্ৰাণতো আধ্যাত্মিক মহত্ত্ব ভাব জাগৰিত হৈছে আৰু সিবিলাকৰ পৰম প্ৰিয় অমূল্য ধৰ্ম চৰ্চালৈ আৰু অনুসন্ধিৎসাবিলাকৰ প্ৰতি এটা আন্তৰিক আগ্ৰহ জন্মিছে। × × × × × × × আপোনাৰ অন্যতম অনুৰক্ত শিষ্য আমাৰ ৰজাৰ প্ৰতি আপুনি যে সদায় পৰম অনুগ্ৰহ প্ৰকাশ কৰি আহিছে এই কথা উল্লেখ নকৰিলে এই অভিনন্দন পত্ৰ অসম্পূৰ্ণ থাকি যায়। আপুনি অনুগ্ৰহ কৰি পোনতে তেখেতৰ ৰাজ্যত পদাৰ্পণ কৰাৰ কাৰণে তেখেতে নিজকে যেনে গৌৰবান্বিত বোধ কৰিছে তাক (তেখেতে) ভাষাৰে প্ৰকাশ কৰিবলৈ অসমৰ্থ।

উপসংহাৰত আমি সেই সৰ্বশক্তিমানৰ ওচৰত প্ৰাৰ্থনা কৰোঁ, তেখেতে যেন, আপুনি যি কল্যাণকৰ কাৰ্য এনে সুন্দৰ ভাবে আৰম্ভ কৰিছে, তাক পৰিচালনা কৰিবলৈ আপোনাক দীৰ্ঘজীৱন, স্বাস্থ্য আৰু বল প্ৰদান কৰে।"

• • •

মদুৰাত স্বামীজীক যি অভিনন্দন দিছিল তাৰ একাংশ:—

পৰম পূজ্যপাদ স্বামীজী,

মাদুৰাবাসী হিন্দু অধিবাসীসকলৰ পক্ষে আমি এই পবিত্ৰ প্ৰাচীন নগৰত আপোনাক আমাৰ অন্তৰেৰে সৈতে আৰু পৰম

শ্রদ্ধাসহকাৰে স্বাগত সম্ভাষণ জনাইছোঁ। আমি আপোনাতে হিন্দু সন্ন্যাসীৰ জীৱন্ত উদাহৰণ প্ৰত্যক্ষ কৰিছোঁ। আপুনি সংসাৰৰ সকলো বন্ধন আৰু আসক্তি পৰিত্যাগ কৰি সমগ্ৰ মানৱ জাতিৰ আধ্যাত্মিক উন্নতিৰূপ মহান পৰহিত ব্ৰতত (স্বইচ্ছায়) নিযুক্ত হৈছে। আপুনি নিজৰ জীৱনৰ আদৰ্শৰেই প্ৰমাণ কৰিছে যে হিন্দুধৰ্মৰ লগত বাহিৰা অনুষ্ঠানৰ আচ্ছন্দ্য সম্বন্ধ নাই আৰু কেৱল উন্নত দাৰ্শনিক ধৰ্মইহে ত্ৰিতাপ তাপিত জীৱক শক্তিদান কৰিবলৈ সমৰ্থ। × × × ভাৰত যে আজিলৈকে জীয়াই আছে তাৰ কাৰণ হৈছে তেওঁ জগতৰ আধ্যাত্মিক উন্নতি সাধনৰূপ মহাব্ৰত পালন কৰিব লাগিব কলিযুগৰ অন্তৰ্ৱৰ্ত্তি এই উপযুগৰ শেষ ভাগত আপোনাৰ দৰে মহাপুৰুষৰ আবিৰ্ভাৱত আমি নিশ্চয়কৈ বুজিছোঁ যে শীঘ্ৰে অনেকানেক মহাত্মা আবিৰ্ভূত হৈ এই ব্ৰত উদ্‌যাপন কৰিব।

আপুনি ভাৰতীয় দৰ্শনৰ যি সুন্দৰ ব্যাখ্যা কৰিছে তাৰ বাবে আনন্দ প্ৰকাশ আৰু সহস্ৰ মনুষ্যজাতিৰ যি অমূল্য উপকাৰ সাধন কৰিছে কৃতজ্ঞ হৃদয়ে তাক স্বীকাৰ কৰা এই দুই বিষয়ে প্ৰাচীন বিদ্যাৰ লীলাভূমি সুন্দৰেশ্বৰদেৱৰ প্ৰিয়, যোগীসকলৰ পবিত্ৰ দ্বাদশান্ত ক্ষেত্ৰ এই মদুৰা ভাৰতৰ আন কোনো নগৰীতকৈ পাচ নপৰিব।

আমি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ—তেওঁ আপোনাক দীৰ্ঘজীৱন উদ্যম আৰু বল প্ৰদান কৰক আৰু জগতৰ কল্যাণ সাধনত নিযুক্ত ৰাখোক।"

* * * *

মাদ্ৰাজৰ মহতী জনসভাই দিয়া অভিনন্দনৰ মৰ্ম্ম:—

পূজ্যপাদ স্বামিজী,—